# নির্বাচিত গল্প




শীলভদ্র



চেতনা প্রকাশ
বাজগড় : গুৱাহাটী-৭

'NIRBACHITA GALPA' a Collection of Selected Stories of SILABHADRA & Published by Bibha Devi of CHETANA PRAKASH, RAJGARH : GUWAHATI-7 Price Rs. 65·00

---

চেতনা প্ৰকাশৰ হৈ বিভা দেৱীৰ
দ্বাৰা প্ৰকাশিত।

প্ৰথম প্ৰকাশ :
অক্টোবৰ, ১৯৯৪

দাম : ৬৫·০০

বেটুপাত : ধ্ৰুৱ ডেকা

ছপা : বাণী প্ৰিণ্টাৰ্ছ
ৰাজগড়, গুৱাহাটী-৭

## : সূচী :—

## : শীলভদ্ৰৰ নিৰ্বাচিত গল্প :

শীলভদ্ৰ অসমীয়া গল্প সাহিত্যত এজন লব্ধপ্ৰতিষ্ঠ লেখক। '৬৪ চনত অসমীয়া গল্প সাহিত্যত প্ৰবেশ কৰি বৰ্তমানলৈ তেখেতে কুৰিখন গল্পপুথি সাতখন উপন্যাস প্ৰকাশ কৰি উলিয়াইছে। তাৰোপৰি 'অপৰাজেয়' তেখেতৰ একমাত্ৰ হিন্দীত প্ৰকাশিত গল্প সংকলন। ভাৰতীয় জ্ঞানপীঠে প্ৰকাশ কৰা 'অপৰাজেয়'ই ইতিমধ্যে হিন্দী ভাষী পাঠকৰ মাজত যথেষ্ট সমাদৰ লাভ কৰিছে।

আমি শীলভদ্ৰৰ 'নিৰ্বাচিত গল্প' পুথিখন পাঠকৰ হাতত তুলি দিবলৈ প্ৰয়াস কৰিছো। কিতাপ খনৰ গুণাগুণ বিচাৰ কৰিব পাঠক সমাজে। ইতিমধ্যে শীলভদ্ৰৰ গল্পৰ ওপৰত প্ৰবীণ নবীন সমালোচকসকলে কৰা অভিমতৰ কিয়দাংশ পাঠকৰ অৱগতিৰ বাবে দাঙি ধৰিলো।

— প্ৰকাশিকা।

# অভিমত

ইয়াত কেইগৰাকীমান সৰ্বজনশ্ৰদ্ধেয় জ্ঞানী গুণী ব্যক্তিয়ে (প্ৰবীণ আৰু নবীন) শীলভদ্ৰৰ ৰচনাৰ ওপৰত কৰা মন্তব্যৰ উদ্ধৃতি দিয়া হ'ল।

* "শীলভদ্ৰ" নামৰ ছদ্মনামৰ অন্তৰালত অসমীয়া ভাষাত কেইবাটাও সৰ্বোৎকৃষ্ট গল্প লেখা লেখকজন বয়সত আপেক্ষিক ভাৱে প্ৰবীণ।... .... সাধাৰণ মানুহৰ চিৰন্তন জীৱনধাৰাৰ হৰ্ষ বিষাদ মিহলি কেতবোৰ সমস্যাক তেওঁ গল্প-বোৰত উপস্থাপিত কৰিছে, লগতে ন-পুৰণিৰ দ্বন্দ্ব আৰু ক্ৰম অৱক্ষীয়মান নৈতিক মূল্যবোধৰ সংকট তেওঁৰ গল্পত প্ৰতিফলিত হৈছে। কিন্তু বিষয়বস্তুতকৈ তেওঁৰ বেছি উল্লেখযোগ্য বৈশিষ্ট্য হ'ল গল্প কোৱাৰ ভংগী। ভাষা প্ৰয়োগত অসামান্য পৰিমিতিবোধ, সূক্ষ্ম মনস্তাত্ত্বিক অন্তৰ্দৃষ্টি, মানবিক দুৰ্বলতা আৰু অন্তৰ্দ্বন্দ্বৰ প্ৰতি গভীৰ সহানুভূতিশীল দৃষ্টিভংগীৰ লগতে প্ৰচ্ছন্ন আৰু মাৰ্জিত ব্যংগ দৃষ্টি—এই সকলোবোৰ মিলি আন সকলো অসমীয়া লেখকতকৈ তেওঁৰ গল্পক সুকীয়া বৈশিষ্ট্যৰে চিহ্নিত কৰিছে। তেওঁৰ গল্প পঢ়িলেই অনুভৱ কৰিব পাৰি যে চেখভ, মোপাছাঁ, মম আদি গল্পকাৰ সকলৰ দৰে শীলভদ্ৰৰো গল্পৰ বেছিভাগ চৰিত্ৰৰ মডেল কোনো নহয় কোনো এজন জীৱন্ত বা বাস্তৱ ব্যক্তি, কিন্তু এই পৰিচিত লোকসকলৰ তেওঁ কেতিয়াও ভাবালুতাৰ প্ৰশ্ৰয় নিদিয়ে, এক বিৰল দৃষ্টি নিৰ্লিপ্ত আৰু নৈৰ্ব্যক্তিকতা তেওঁৰ গল্পৰ এক প্ৰধান বৈশিষ্ট্য। শীলভদ্ৰৰ গল্প পঢ়ি থাকোতে লেখকজনৰ বিষয়ে ধাৰণা হয়, তেওঁ যেন স্পেনিয়াৰ্ড দাৰ্শনিক জোচে ওৰটেগা ওৱাই গেছেটৰ দৰে কব পাৰে: "মই নিজে জীৱনটো যাপন নকৰো, মই কেৱল আনৰ জীৱন-যাপন পৰ্যবেক্ষণ কৰো।"

শীলভদ্ৰ ষাঠিৰ দশকৰ অন্যতম শ্ৰেষ্ঠ লেখক আৰু অসম সাহিত্যৰ প্ৰথম শ্ৰেণীৰ গল্পকাৰসকলৰ শাৰীত ঠাই পাবৰ যোগ্য। কিন্তু আচৰিত কথা যে পাঠক আৰু সমালোচকসকলৰ পৰা পাবলগীয়া মনোযোগ তেওঁ এতিয়ালৈ পোৱা নাই।

হোমেন বৰগোহাঞি

(শেষৰ মন্তব্যখিনি অৱশ্যে বৰগোহাঞিদেৱে ১৯৭৬ চনতেই কৰা মন্তব্য।)

(অসমীয়া চুটি গল্প ১৯৪০—১৯৭০)
অসম প্ৰকাশন পৰিষদ

✶ ভাৰতীয় জ্ঞানপীঠে প্ৰকাশ কৰা শীলভদ্ৰৰ হিন্দী গল্পসংগ্ৰহ "অপ ৰাজেয়" কিতাপখনৰ সমালোচনা কৰি বিখ্যাত সমলোচক **ৰাজকুমাৰ গৌতমে** সানন্দে মেইলত এইদৰে লিখিছে :

শীলভদ্ৰৰ এই গল্পবোৰক কেৱল অসমীয়া গল্প বুলি ক'লেই নহয়। এইবোৰ হ'ল অসমীয়া ভাষাত লিখা ভাৰতীয় গল্প।

✶ শীলভদ্ৰৰ চুটিগল্পৰ আৰম্ভণি আৰু সামৰণি বিজুলি চমকৰ দৰে আকস্মিক আৰু উজ্জ্বল; ঘটনাৰ বিৱৰণ নোহোৱাকৈয়ে তেওঁৰ চুটি গল্প মানৱ পৰিস্থিতিৰ গৰ্ভত নাটকীয় ভাবে দেখা দিয়া চৰিত্ৰৰ দ্বন্দ্ব-সংঘাতৰ সংহত ৰূপায়ন। .. .... তেওঁৰ গল্পত বিশেষ প্লটো দেখা নাযায়..... চৰিত্ৰবোৰেই স্মৃতি, কল্পনা আৰু মননৰ সহায়ত পাখি মেলি নিজকে বিস্তাৰ কৰে আৰু অৱশেষত এটা বিন্দুত বৈ যায়হি। তাতেই গল্পবোৰৰ সৌন্দৰ্য, বিন্দুত সিন্ধুৰ আভাস।

এটা সংহত অননুকৰণীয় শৈলীৰে চিন্তাক অনুভূতিৰ স্তৰলৈ আনি তেওঁ তাক প্ৰকাশ কৰে। শীলভদ্ৰৰ গল্প নিৰ্মাণৰ সচ্ছল পদ্ধতি হ'ল বৰ্ণনা আৰু সংলাপৰ সাৰ্থক সংমিশ্ৰণ। ..... . এক বিশেষ ৰচনা শৈলীৰ অধিকাৰী শীলভদ্ৰৰ কিছুমান গল্প নিটোল মুক্তাৰ দৰে সুন্দৰ।

নলিনীধৰ ভট্টাচাৰ্য

( আজিৰ বাতৰি. দৈনিক অসম )

✶ এই আলোচনীৰ ( নতুন পৃথিৱী ) পাতত যোৱা দুই দশকৰ শ্ৰেষ্ঠ গল্পকাৰ শীলভদ্ৰই তেওঁৰ বিস্তৃত গল্প পৰিক্ৰমাৰ পাতনি মেলে। ... শীলভদ্ৰৰ গল্পৰ ভাষা আৰু কথনভংগী অনস্বীকাৰ্য। গোৱালপাৰাৰ স্থানীয় ভাষাৰ জতুৱা ঠাঁচৰ প্ৰয়োগে তেওঁৰ গল্পক স্থানীয় বৰ্ণবৈচিত্ৰ্যৰে ( local colour ) সমৃদ্ধ কৰিছে। তেওঁৰ গল্পত বাৰে বাৰে আত্মপ্ৰকাশ কৰে 'মিথকীয়' চহৰ মধুপুৰ আৰ, কে নাৰায়ণৰ মালগুডিৰ দৰে বাস্তৱ। — শীলভদ্ৰৰ গল্পত মেদবাহুল্য নাই, পৰিস্থিতি চৰিত্ৰ আৰু দৃষ্টিভংগী সদায় জিপিট খাই থাকে।

তেখেতৰ সাম্প্ৰতিক গল্পবোৰত সাম্প্ৰতিক কালৰ নৈৰাশ্য, সংঘৰ্ষ-প্ৰৱণতা আৰু নিষ্ঠুৰ নিৰ্লিপ্ততাৰ মৰ্মস্পৰ্শী ছবি বিধৃত হৈছে। লেখকৰ সহজাত নৈৰ্ব্যক্তিকতা সত্ত্বেও তেওঁ এটা জনাবেচনৰ বিবেক জাগ্ৰত কৰাৰ চেষ্টা কৰিছে। গল্পকাৰজন চৈতন্য আৰু আংগিকৰ ফালৰ পৰা পুৰামাত্ৰাই আধুনিক আৰু আমাৰ সম-সাময়িক।

উপেন্দ্ৰ নাথ শৰ্মা

( গৰীয়সী, সূত্ৰধাৰ )

প্ৰবীণ চামৰ দুজন লেখক সেই সংকটত সিমান দিকভ্ৰান্ত হোৱা নাই। সৌৰভ কুমাৰ চলিহা (গল্প মহয়) আৰু শীলভদ্ৰ (আকৌ মধুপুৰ)।

... আধুনিক সাম্প্ৰতিক জীৱনৰ ছন্দপতন দুয়ো স্থিতধী হৈ গ্ৰহণ কৰিছে। ( মানি লোৱা নাই, কিন্তু তাৰ সন্মুখীন হৈছে। ) .... ....

সমসাময়িক জীৱনৰ নানা অদ্ভুত পৰিস্থিতি, সংশয়, মোহভংগ নিষ্ঠুৰতা আৰু অমানৱিকতা সম্পৰ্কে পাঠকক সচকিত কৰিছে।.... ....

ভাবোদ্দীপক আৰু অন্তৰ্ভেদী। শব্দৰ সীমাবদ্ধতা সম্পৰ্কে সজাগ, কিন্তু সীমাৰ ভিতৰত তাৰ অনুশীলনত নিষ্ঠাবান।. ...

শীলভদ্ৰৰ মনোভংগী আমাৰ সাহিত্যত অভিনৱ। বয়সত কিছু প্ৰবীণ হ'লেও তেখেতৰ মনোভাৱ, ৰুচি, কৌতূহল আধুনিক .... . আধুনিক জীৱনৰ নানা অস্থিৰতা, অশান্তি আৰু অবোধ্যতা তেখেতৰ গল্পত বিৰিঙি উঠিছে। .... সহজ কিন্তু সৰল নহয়। বুদ্ধিদীপ্ত কিন্তু মৰ্মস্পৰ্শী। .... .... ডেকা লেখকসকলে তেখেতৰ পৰা বহুত কথা শিকিব পাৰে।

ড: হীৰেন গোহাঁই
( আজিৰ বাতৰি, আজিৰ অসম )

মই আটাইতকৈ ভালপোৱা গল্পকাৰ শীলভদ্ৰ, যাৰ গল্পবোৰত মই নিবিড় ভাবে চিনাকি অনুৰণন দেখো।

মেদিনী চৌধুৰী
( বুধবাৰ, বিশেষ শাৰদীয় সংখ্যা )

আমাৰ বন্ধুত্বৰ মূল যোগসূত্ৰ হ'ল দুয়োৰে বিশেষ বিশ্বসাহিত্য প্ৰীতি। বিশ্বসাহিত্য মোৰ আটাইতকৈ প্ৰিয় বস্তু। যোৱা ছটা দশকৰ বহুখিনি কাল ইয়াৰ ৰস আস্বাদন কৰিছো। ধৃষ্টতা হব পাৰে কিন্তু মোৰ মানত শীলভদ্ৰৰ লিখনী বিশ্বসাহিত্যৰ অংশ।

ড: বিনয় কুমাৰ তামুলী
( ভিন্নসুৰীয়া )

তকৰা কদমত দৰ্শনেন্দ্ৰিয় আৰু ঘ্ৰাণেন্দ্ৰিয়ৰ মাজত ঘটোৱা হৈছে এক লিৰিক সমন্বয়। স্বপ্ন আৰু স্মৃতি মিহলি কৰি গল্পটোক লিৰিকৰ পৰ্যায়লৈ লৈ গৈছে। শীলভদ্ৰৰ গল্পবোৰৰ আকৰ্ষণ ক্ষমতা এনেকুৱাই যে এবাৰ প্ৰথম শাৰীত চকু ফুৰালে শেষ শাৰী পৰ্যন্ত নোযোৱালৈ আন কোনো উপায় নাথাকে। ........ এটা কাৰুণিক মন, এটা নিবিড় সজল হৃদয়। আৰু ইয়ে শীলভদ্ৰক আন বহু গল্পকাৰৰ পৰা এক বেলেগ মৰ্য্যাদাৰ আসনত বহুৱাইছে।

দিনেশ গোস্বামী
( দেওবাৰ, দৈনিক অসম )

অগতানুগতিক ভাবে গল্প এটাৰ আৰম্ভণ ঘটাই অগতানুগতিক ভাবে তাৰ সমাপ্তি ঘটোৱাৰ কৌশলত শীলভদ্ৰ আজিও অদ্বিতীয়। বিশেষকৈ চুটি গল্প এটাৰ টেকনিকেল দাবীসমূহক সম্পূৰ্ণৰূপে ৰক্ষণাবেক্ষণ দি নিজৰ সাহিত্যিক প্ৰতিভা উন্মুক্ত কৰাৰ বেলিকা শীলভদ্ৰৰ সমকক্ষ নাই বুলিলেই চলে। .... .... শীলভদ্ৰই কোনো বিশেষ পৰিসীমা বা পৰিমণ্ডলৰ ভিতৰত থাকি গল্প নিলিখে।

ড: দয়ানন্দ পাঠক

( প্ৰকাশ )

আধুনিক যুগ সচেতন লেখক হিচাপে শীলভদ্ৰই বিষয়বস্তু আৰু আঙ্গিক উভয়ৰে ক্ষেত্ৰত নতুনত্ব আনিছে। তেওঁৰ গল্প কোৱাৰ ভংগী সহজ সৰল কিন্তু মনোৰম। শব্দৰ ব্যঞ্জনাৰ মাজত জড়িত চৰিত্ৰসমূহৰ গল্পানোৰক কৰি তোলে আধুনিক মনৰ বাবে গভীৰ আবেদনময়।

ড, পৰাগ কুমাৰ ভট্টাচাৰ্য

( অসমীয়া গল্প সাহিত্য )

অসমীয়া গল্প উপন্যাসৰ নতুনত্ব আৰু শৈলীৰ ক্ষেত্ৰত শীলভদ্ৰ অভিনব আৰু অনন্যকৰণীয় . ... মানুহৰ [illegible] অন্বেষণত অসীম অথচ ক্লান্তিহীন [illegible] 'সান্নিধ্য' গল্পত প্ৰকাশ পাইছে।

যোগেশ্বৰ চেতিয়া

আজিৰ বাতৰি )

বিচিত্ৰ অভিজ্ঞতা [illegible] দেশী বিদেশী সাহিত্যৰ সযত্ন অধ্যয়ন আৰু পৰিণত বয়সৰ জীৱনবোধৰ [illegible] শীলভদ্ৰই তেওঁৰ গল্পত অনুসন্ধান কৰিছে আধুনিক জীৱনৰ মৰ্মকথা [illegible] আৰু আয়ুৰাণি। .... ....

চৰিত্ৰ আৰু পৰিস্থিতিৰ [illegible] শীলভদ্ৰৰ লিখিয়া কৃতিত্ব অসমীয়া গল্পত প্ৰায় বিৰল। .... .. শীলভদ্ৰই অননুকৰণীয় চৌম্বিক কথনভঙ্গীৰে চৰিত্ৰ আৰু পৰিস্থিতিৰ গভীৰত [illegible] আমাক ভবাই তোলে।

মুনীন বায়ন

( নতুন দৈনিক, আজিৰ বাতৰি )

শীলভদ্ৰৰ গল্পবোৰত কাহিনী আৰু কালানুক্ৰমিক বৰ্ণনাৰ দাসত্বৰ পৰা মুক্ত হোৱাৰ লক্ষণ স্পষ্টকৈ দেখা যায়।

.... .... প্ৰবাহমান কাল বা সময়ৰ ধাৰণা অবান্তৰ ব্যক্তিগত মানুহৰ চেতনাত। ব্যক্তিগত মানুহে নিজকে ইতিহাসত প্ৰতিষ্ঠা কৰি নাপায়। কাল আৰু ইতিহাসৰ ধাৰণা শীলভদ্ৰই বৰ্জন কৰিছে অলিখিত আৰু অনুচ্চাৰিত শব্দ, কথা আৰু ঘটনাৰে। .... ... ( শীলভদ্ৰৰ ) গদ্যৰীতি পাৰম্পৰিক অসমীয়া গদ্য নহয়। নতুন

সুৰ আছে এই গদ্যত । ইয়ে শীলভদ্ৰৰ গদ্যক দান কৰিছে এক অনন্য স্বকীয়তা । .... .... ইয়ে বোধকৰো অসমীয়া সাহিত্যত নতুনত্বৰ এক উদাহৰণ ।

ডা : ধ্ৰুৱজ্যোতি বৰা

( আজিৰ বাতৰি )

দেখি আশ্চৰ্য্য হ'লোঁ যে এক পৃষ্ঠাৰ পৰিসৰতে তেওঁ সুন্দৰ ভাবে কাহিনী উপস্থাপন কৰিছে. শীৰ্ষ বিন্দুলৈ আৰোহণ কৰিছে আৰু শেষৰ দুটা বাক্যত সুন্দৰ ভাবে অৱৰোহন কৰিছে । শীলভদ্ৰৰ এয়া এক অসাধাৰণ সাফল্য ।

( আকৌ ) তেওঁৰ ( এটা/কোটা ) গল্প এটা গল্প নহয়, বৰঞ্চ বহু গল্পৰ সমাবেশ । চৰিত্ৰও অসংখ্য । সেয়াতো শীলভদ্ৰৰ বৈশিষ্ট্য । কিন্তু চৰিত্ৰৰ ভিৰত কাহিনী বিলুপ্ত নহয় । ইমানবোৰ চৰিত্ৰ তেওঁৰ দৰে তানে চম্ভালিব নোৱাৰে । গল্পৰ বিষয়বস্তু আৰু ভাবে পাঠকৰ মনত গভীৰ প্ৰভাব বিস্তাৰ কৰি থাকে । নিচেই কম পৰিসৰৰ মাজিনাতো তেওঁ যি সাফল্য লাভ কৰিছে সেয়া আন বহু গল্পকাৰৰ দীঘলীয়া গল্পতো পোৱা নাযায় ।

তেওঁৰ ( শীলভদ্ৰৰ ) লিখাত আবেগ অনুভূতি অতি প্ৰবল ভাবে বয়, কিন্তু তাৰ গতি বান্ধি থোৱা পাৰৰ মাজেৰে বৈ যোৱা জলতৰংগৰ দৰে নিয়ন্ত্ৰিত নিয়ন্ত্ৰিত ভাবাবেগ শীলভদ্ৰৰ অন্যতম বৈশিষ্ট্য ।

ড সঞ্জীৱ কুমাৰ বৰকাকতী

( দৈনিক অসম, আজিৰ বাতৰি )

শীলভদ্ৰই প্ৰথমে আমাক তেনেকৈ আকৃষ্ট কৰিব পৰা নাছিল । . পিছত বুজিলো তেওঁৰ দৰে সহজ ধৰণে জীৱনৰ জটিল কথাবোৰ লিখা মুঠেও সহজ নহয় । বয়স বাঢ়িলত শীলভদ্ৰক নকৈ আবিষ্কাৰ কৰিলো । কেৱল মোপাচাঁতেই তেওঁ বৈ থকা নাই । আধুনিক চুটি গল্পৰ শেহতীয়া ধাৰা সম্পৰ্কেও সচেতন তেওঁৰ গল্প পঢ়িলেই বুজা যায় । তেওঁৰ প্ৰত্যাশাৰ দৰে গল্পক যিকোনো ভাষাৰ শ্ৰেষ্ঠ গল্পসমূহৰ শাৰীত আসন দিব পাৰি ।

মদন শৰ্মা

( সূত্ৰধাৰ )

# হিচাপ

উপেন দাসৰ পৰিবাৰৰ বিয়াৰ আগৰ নাম আছিল মনোৰমা চৌধুৰী। বিয়াৰ পিচত নাম হৈছে ৰুমি দাস। চহৰৰ সাংস্কৃতিক আৰু সমাজকল্যাণমূলক সকলোবোৰ বিষয়ৰ সৈতে ঘনিষ্ঠভাৱে জড়িত। উচ্চ থাপৰ বিষয়াৰ পত্নীসকলেহে সংস্কৃতিসম্পন্ন হয় নে সংস্কৃতিসম্পন্ন মহিলাসকলেহে উচ্চপদস্থ বিষয়াৰ পত্নী হয় সেই লৈ গৱেষণাৰ অৱকাশ আছে; কিন্তু যোগ্যতা আগৰ পৰাই থাকক কিম্বা বিয়াৰ পিচতে আয়ত্ত কৰি লওক এই ভদ্ৰমহিলাসকলেহে নগৰৰ সাহিত্য আৰু সংস্কৃতিৰ কৰ্ণধাৰ হয়। কেৰাণী কিম্বা মহৰীৰ পত্নীক সাধাৰণতে এইবোৰ সংস্থাৰ মুৰব্বী হোৱা দেখা নাযায়।

মিচেচ্ দাস সাংস্কৃতিক বিকাশ সঙ্ঘৰ সঙ্গীত শাখাৰ সভাপতি। নিজে গাব নাজানিলেও সঙ্গীতানুৰাগিণী মহিলা। গাৱেঁ-ভূঞে মানুহ লগাই কেইবাশও লোকগীতি সংগ্ৰহ কৰাইছে। ভক্ত ল'ৰা-দুইএজনক লগাই তাৰে সঙ্কলন এখন প্ৰকাশ কৰাৰ কথাও ভাবি আছে। শিল্পবো চমজদাৰ। অসমীয়া পুৰণি সাজ পোছাক পিন্ধি মাজে সময়ে সভা-সমিতিলৈ গৈ অইনকো সেইবোৰ সাজ-পোছাক পিন্ধি ৰাজআলিত ওলাবৰ অনুপ্ৰেৰণা আৰু সাহস যোগাইছে।

মিচেচ্ দাসৰ আজৰি পৰৰ চখ হ'ল দাসৰ সমালোচনা কৰা। প্ৰথমছোৱাত দাসে প্ৰতিবাদ কৰিছিল কিম্বা কৈফিয়ৎ দিয়াৰ চেষ্টা কৰিছিল। ফলত দাসৰ ঘৰত থকা সময়খিনি তৰ্ক অৰ্থাৎ কাজিয়া কৰি থাকোঁতে শেষ হৈছিল। দাস বুদ্ধিমান মানুহ। তেওঁ মিচেচ্

দাসৰ কথা মুশুনা আৰু শুনিলেও মুখেৰে একো নমতাৰ অনুশীলন কৰি কাণ দুখনক ভাল ধৰণৰ ছেকনীত পৰিণত কৰি লৈছে। নিজ ইচ্ছাৰে শুনিব খুজিলে আজিকালি অফিচৰ কথাৰ বাহিৰে একো কথাই তেওঁৰ কাণত নোসোমায়। মিচেচ্ দাসে অনর্গল বকি থাকিলেও তেওঁৰ চিত্ত চাঞ্চল্য নঘটে হাজাৰ গালি পাৰি থাকিলেও প্ৰশান্তবদনে চিগাৰেট হুপি বহি থাকে।

মানুহ অভ্যাসৰ দাস। উপেন দাসৰপৰা কোনো কথাৰে একো প্ৰতিবাদ মুশুনাটোৱে মিচেচ্ দাসৰ অভ্যাসত পৰিণত হৈছে। ভালভাৱে একাষাৰ কথা কব যাওঁতে দাসে হঠাতে ডাবি দি উঠিলে, "ফেচফেচ নকৰিবা, মনে মনে থাকা।" ক্ষমি দাসে পৃথিৱীখন কক্ষচ্যুত হোৱা যেন বোধ কৰিলে।

উপেন দাস ইঞ্জিনীয়াৰ, বোডৰ কৰ্পৰেশ্যনৰ বৰমূৰীয়া। মাজু ভায়েক ভূপেন দাসো ইঞ্জিনীয়াৰ, বিদেশী কোম্পানী এটাত ডাঙৰ কাম কৰে। সৰু ভায়েক নৃপেনক লৈহে হৈছে তেওঁলোকৰ অশান্তি। আই. এছ. চি পাছ কৰাৰ পিচত সকলোৱে ইমানকৈ কলে ইঞ্জিনীয়াৰিং পঢ়া, নহলে ডাক্তৰিকে পঢ়া। নাই, কাৰো কথা মুশুনিলে। কম বদমাচ! কাৰো কথাত প্ৰতিবাদ নকৰিব কিন্তু নিজে যিটো কৰিম বুলি ঠিক কৰিব তাকেহে কৰিব। আজিকালিৰ দিনত 'জেনাৰেল লাইন'ত পঢ়ি কি লাভ? বয়ঃসন্ধিক্ষণৰ পিচতেই ভাৱাবেগৰ বাষ্পই দৃষ্টিৰ স্বচ্ছতা নষ্ট কৰে। আলোক প্ৰতিসৰণৰ গণ্ডগোলত সৰু বস্তুকো প্ৰকাণ্ড ডাঙৰ হিচাপে দেখা যায়, আৰু ডাঙৰ বস্তু এটাও চকুত নপৰে। কোনো বস্তুৰে বাস্তৱ ৰূপটো ধৰিব নোৱাৰা হয়। ফলত প্ৰেমত পৰি আত্মহাৰা হৈ কোনোবাই লিখাপঢ়া আওকাণ কৰি ভৱিষ্যৎ জীৱনত নিজকে সিকাৰ দিয়ে। কোনোবাই দেশৰ জনসাধাৰণৰ দুখ-দুৰ্দশাত বিচলিত হৈ সমাজ আৰু ৰাষ্ট্ৰ-ব্যৱস্থা পৰিবৰ্ত্তন কৰিবৰ কাৰণে অবাঞ্ছিত দলৰ ৰাজনীতিত জঁপিয়াই পৰে। কোনোবাই হয়তো ইঞ্জিনীয়াৰিং, মেডিকেল এইবোৰ পঢ়িবৰ সুবিধা থকা সত্ত্বেও অহঙ্কাৰ অনাৰ্চ লৈ জেনেৰেল লাইনত পঢ়িবলৈ গৈ নিজৰ ভৱিষ্যৎ

'কেৰিয়াৰ' নষ্ট কৰে। উপায় নাই। অভিভাৱকে পৰামৰ্শ আগবঢ়াব পাৰে কিন্তু জোৰ কৰিবতো একো কৰাব নোৱাৰে। নৃপেনে জেনে-ৰেল লাইনত পঢ়িবলৈ ললে। ককাইদেউকইঁতৰ মুখ গম্ভীৰ হ'ল।

জেনেৰেল লাইনৰ শিক্ষিত ডেকাৰ কাৰণে চিভিল চাৰ্ভিচৰ 'কনচোলেশ্বন প্ৰাইজ' এটাৰ ব্যৱস্থা আছে। নৃপেন সিফালেও নগ'ল। বেচৰকাৰী কলেজত শিক্ষকৰ কাম ললে। ককাইদেৱেক-হঁতৰ মুখ আৰু গম্ভীৰ হ'ল। যথেষ্ট বয়স হৈছে। নিজৰ ভৱিষ্যৎ যদি নিজে নাচায় কোনে কি কৰিব পাৰে ?

এখন কলেজতে লাগি থাকিলেও এটা কথা আছিল। ৰাজ্যৰ কলেজ বগাই ফুৰিছে। কোনোবা এখন কলেজত 'গভৰ্নিং বডি'ৰ লগতে কাজিয়া লাগিব। কোনোবাখনত বা প্ৰিন্সিপালৰ মাতটোৱে বোলে পচন্দ নহ'ল অৰ্থাৎ প্ৰিন্সিপালে হেনো টান মুখেৰে কিবা কলে। অনুভূতিপ্ৰৱণতা ভালেই, কিন্তু সকলো বয়সতে সকলো কথাই সুশুৱায়। ককায়েকহঁতে দুখ কৰে, নৃপেনৰ শৈশৱ অৱস্থা পাৰ নহ'ল। নিজৰ গাৱঁৰ কলেজত নিৰঞ্জন মহন্ত প্ৰিন্সিপাল হ'ল; নৃপেনতকৈ পিচত এম. এ. পাছ কৰি বেকাৰ অৱস্থাত বহি আছিল। দুবাৰমান এ চি এছ. পৰীক্ষা দিও চৰ-ডেপুটিৰ কাম নাপালে। কলেজ পতাৰ হুজুগ উঠিলত তেওঁ অৱশ্যে কিছু পৰিমাণে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। প্ৰথম অৱস্থাত কলেজৰ টকা-পইচা নাছিল, কম দৰমহাতে কাম কৰিছে। পিচত কলেজৰ অৱস্থা যেতিয়া ভাল হ'ল তেৱেঁই প্ৰিন্সিপাল হ'ল। আৰম্ভণিৰপৰাই কলেজখনৰ কাৰণে ইমান ত্যাগ কৰি আহিছে। কম দৰমহাত বাহিৰৰপৰা কোনেনো আহিলে হয় কলেজখনত কাম কৰিবলৈ ? এতিয়া কলেজৰ অৱস্থা ভাল হৈছে কাৰণে বাহিৰৰ মানুহ আনিলে হব নে কিবা ? তামাচা নেকি ?

উপেন ভূপেন দুয়োৱে ভাঙৰ কাম কৰে। কাজেই দুয়ো ভাইৰ ভিতৰত সদ্ভাৱ আছে। দুয়োৰে মাহেকীয়া আয় দুই হাজাৰ টকাৰ কম নহয়; কিন্তু দুয়ো লগ লাগি কথা পাতি থকা অৱস্থাত

শুনিলে ধাৰণা হ্‌ব যেন অভাৱৰ তাড়নাত ছুয়ো জুৰুলা হৈ পৰিছে।

সিদিনা উপেনে কলে, "আৰু চল্লিশ নোৱাৰা হৈছোঁ। জলীৰ পাঁচ বছৰ হ'ল। তাইকো স্কুলত দিব লাগে। ৰাণাক মিছনেৰী স্কুলত পঢ়াওঁতে মাহে আঢ়েশ টকা খৰচ হয়। জলীক স্কুলত দিলে আৰু এটা খৰচ গলাব। নিদিওতো নোৱাৰি।"

ভূপেনে কলে, "নকবা আৰু, ময়ো ব্যতিব্যস্ত হৈ পৰিছোঁ। কোনফালে যে কি কৰোঁ একো উপায় নোপোৱা হৈছোঁ। এম্বেচেডৰ-খন মাজে মাজে বেয়া হৈ থাকে। মেৰামতিৰ টকানো আৰু কিমান দিবা? ঘৰৰ সদায় খুচিয়েই আছে নতুন ফিয়েট এখন লবৰ কাৰণে। লওঁ লওঁ কৰি তাকেই লব পৰা নাই। তেওঁ গাড়ীখনত উঠিবই নোখোজে। বাটত ক'ত বেয়া হৈ পৰি থাকিব, চিনাকি মানুহে গাড়ী ৰখাই সুধিব কি হৈছে বুলি। লাজৰ কথাই দিয়াচোন।"

এইবোৰ কথাত উপস্থিত থাকিলেও নৃপেনে মনে মনে বহি থাকে। তেওঁ অন্য জগতৰ মানুহ। এইখন জগৎ তেওঁৰ অপৰিচিত। তেওঁৰ অভাৱ-অভিযোগৰ মানদণ্ড বেলেগ। জগতৰ পৰিধি সৰু। আশাৰ আয়তন সঙ্কীৰ্ণ। আকাঙ্ক্ষাবোৰো ভীৰু আৰু দুৰ্বল। ইউনিভাৰ্চিটিৰ পৰীক্ষাৰ বহী চাই বছৰি দুশমান টকা ওপৰঞ্চি পালেই মহা আনন্দ।

নৃপেনৰ ল'ৰাটো পাঠশালাতে পঢ়ে। নৃপেনে ভগা চাইকেল এখনত উঠি চটৰ মোনা এটাত বজাৰ কৰি আনে। এক কিলো আলু, আধা কিলা বেঙেনা আৰু সস্তাত পালে অলপ মাছ। মাছখিনি দেখিলে ল'ৰাটোৱে একেবাৰে নোপোৱাই পোৱা দিয়ে। নৃপেনৰ পৰিবাৰে যত্ন কৰি ভাত ৰান্ধে। অলপ পৰিমাণৰ ৰান্ধোন, হিচাপৰ খৰচ। নৃপেন আৰু ল'ৰাটোক দিয়াৰ পিচত আঞ্জা-পাতি কিবা থাকিলেহে নিজে খায়। দি থাকোঁতে কেতিয়াবা নৃপেনে সোধে, "তোমাৰ কাৰণে কিবা থাকিল নে নাই হে!" নাথাকিলেও আঞ্জাৰ পাত্ৰটো আঁৰ কৰি কয়, "আছে। নিজলৈ নৰখাকৈ আপোনালোকক গোটেইখিনি দিম নে? তেনেকুৱা নাপাৰচোন।"

ঘৰৰ গোটেইখিনি কাম-বন কৰিও আজৰি সময়ত তেওঁ লাগতিয়াল কাপোৰখিনিও বৈ লয়। নতুন উজ্জ্বল জীৱনৰ সপোন কিবা দেখিলেও মুখেৰে প্ৰকাশ নকৰে।

জমিদাৰী উচ্ছেদৰ সময়ত চৰকাৰে দাসহঁতৰ মাটিবাৰী লওঁতে তেওঁলোকে কেইহাজাৰমান টকা ক্ষতিপূৰণ পালে। নৃপেনে এঁকবাৰ নিচিনাকৈ মাত লগালে, 'মাটিবাৰীখিনিতো আমি নিজে অৰ্জা নাই, পৈত্ৰিক সম্পত্তি। নিয়মমতে ভনী দুজনীকো ভাগ দিব লাগিছিল।"

ভূপেনে উদ্বিগ্ন হৈ সুধিলে, "সিহঁতে কিবা দাবি কৰিছে নেকি ? তোমাক কিবা কৈছে নেকি ?"

"নাই, সিহঁতো ভাল ঘৰতেই পৰিছে। নিজৰপৰা একো দাবি কৰা নাই, নকৰেও সামান্য টকাৰ কাৰণে এটা অ-নৈতিকৰ অৱস্থাৰ সৃষ্টি কৰিবলৈ নাহে।"

উপেনে এক ডাবি দি নৃপেনৰ মুখ বন্ধ কৰি থলে— "এঁকবাৰ নিচিনাকৈ সকলো কথাৰ মাজতে কথা নকবিচোন। বয়স হৈছে। কথা কওঁতে অলপ ভাবি চিন্তি কব লাগে। টকা বিলাই দিয়াৰ অৱস্থা আমাৰ নাই। তোৰ যদি টকা ইমান বেছি হৈছে নিজৰ ভাগৰপৰা কাক কি বিলাই দিব খুজিছ, দিবি। আমি একোকে মাতিব নাযাওঁ।"

নৃপেনহঁতৰ পেহীয়েক এগৰাকী আছে। পেহাকৰ অৱস্থা সিমান ভাল নাছিল। পেহীয়েকৰ নিজৰ ল'ৰা নাই। নৃপেনহঁতক খুব মৰম কৰে। উপেন দাস আৰু ভূপেন দাসৰ সময় নাই— পেহীয়েকৰ ঘৰলৈ গৈ তেওঁক মাত দিয়াৰ। হঠাতে কেতিয়াবা মনত পৰিলেও যোৱা হৈ নুঠে। অপ্ৰয়োজনীয় আৰু অবাঞ্ছিত সামাজিক সম্প্ৰীতি বজাই ৰখা তেওঁলোকৰ কাৰণে টানো। পেহাক ঢুকাল। খা খবৰ লওঁ বুলি থাকোঁতে থাকোঁতে খবৰ লোৱা আৰু নহ'ল। সকামৰ সময়ত অলপ কিবা পঠিয়াব লাগে বুলি ভাবিও আছিল কিন্তু শেষ পৰ্য্যন্ত পাহৰাতে থাকিল। ব্যস্ত মানুহ, সকলো কথা মনত ৰখাও টান। বিশেষকৈ অভাৱগ্ৰস্ত মানুহৰ অভাৱৰ লগত নিজকে ঘনিষ্ঠভাৱে

জড়িত কৰাটোও বৰ প্ৰীতিপ্ৰদ অনুভূতি নহয়।

পেহীয়েকৰ ছোৱালীজনীক সৰুতে বিয়া দিছিল। তাইৰ ল'ৰা এজন হৈছিল। গাৱঁত কলেৰা লাগি পেহীয়েকৰ ছোৱালী আৰু জোঁৱাই দুয়ো ঢুকাল। নাতিটোক পেহাকে আনি ৰাখিলে। এতিয়াও পেহীয়েকৰ লগতে আছে। নৃপেনে উপেনক লগ পালেই কয়— "পেহীয়ে তোমাক চাওঁ চাওঁকৈ ইমান ইচ্ছা কৰি থাকে, নোযোৱা কিয় এবাৰ? এবাৰ গলেনো কি হয়?"

উপেনে একো নামাতে। গম্ভীৰ হৈ থাকে। দেখা কৰিব খোজে, মাত্তন কিবা আদায় কৰাৰ মতলব। গৈ পোৱাৰ লগে লগে নিজৰ অভাৱ-অভিযোগৰ কথা শতমুখে বৰ্ণাবলৈ আৰম্ভ কৰিব। সমুখত এৰাবও নোৱাৰিম, কিবা দিম বুলি কলেও বিপদ। মৰম উপচি উঠিছে একেবাৰে। আচল কথা আগলৈ আনি কায়দাত পেলাই কাবু কৰাৰ মতলব। দুনিয়াৰ কোনে কেনেকৈ চলি আছে সেইবোৰৰ পুং খেদি ফুৰিলে নিজৰ ফালে আধা্যা পৰিব। মোক ইমান সহজতে নোৱাৰিবে। অৱশ্যে এনেধৰণৰ অমাৰ্জিতভাৱে মনোভাৱ বিশ্লেষণ কৰি তেওঁৰ আগত দাঙি ধৰিলে উপেন দাসে বিশ্লেষণ কৰোঁতাক খণ্ডতে মাৰিবলৈকে খেদি যাব পাৰে।

কিন্তু শেষ পৰ্যান্ত উপেন দাস যাবলগাত পৰিল। পেহীয়েকে খুব ভাল কাপোৰ বৰ জানিছিল। পেহীয়েকৰ ঘৰত পুৰণি বুটাবছা মুগাৰ কাপোৰ আৰু ননকৰা কাপোৰো দুই-এযোৰ এতিয়াও আছে বুলি দাসৰ পৰিবাৰে জানে। মাজতে সেইবোৰ কাপোৰৰ চল নাছিল, এতিয়া আকৌ এইবোৰৰে খুব চল হৈছে; কিন্তু পইচা দিলেও তেনেকুৱা পুৰণি ধৰণৰ কাপোৰ পাবলৈ নাই।

দাসৰ পৰিবাৰে মতলব কৰিলে সেই কাপোৰ এযোৰ পেহীৰ পৰা লব পাৰিলে বেয়া নাছিল। লাগিলে কিছু টকাই দিয়া যাব। ৰাম, ছিঃ; দাম হিচাপে নহয়, মাননি হিচাপেহে।

কমি দাসৰ খেচখেচনিত উপেন দাসে এদিন দেওবাৰে ৰাতিপুৱা

গাড়ীখনেৰে পেহীয়েকৰ ঘৰত ওলালগৈ। চৈধ্য পে'জৰ নছৰীয়া ল'ৰা এজনে ছুইজনী গৰু টানি টানি জপনাখনেদি বাহিৰলৈ লৈ যোৱাৰ চেষ্টা কৰি আছে। যতীন, পেহীয়েকৰ নাতিল'ৰা।

পেহীয়েকে পাচফালে খন্তি এখনেৰে বেঙেনাৰ গুৰি খুচৰি আছিল। যতীনে উৰ্দ্ধশ্বাসে তেওঁক খবৰ দিলেগৈ। পেহীয়েকৰ সোটোৰা-সোটোৰি পৰা মুখখন জিলিকি উঠিল। কমি দাসে হঠাতে গৈ পেহীয়েকক সেৱা এটা কৰিলে। উপেন দাসে বিচুৰ্তি খালে। পেহীয়েকে মৰমেৰে কমিক সাবটি বুকুৰ মাজত ল'লে।

উপেন দাসে যতীনক কলে, " আনা চকী এখন ইয়ালৈ লৈ আহা। চোতালতে বহোঁ।"

পেহীয়েকৰ খুউব আনন্দ হৈছে। ইমানদিনে এদিনাও এটা খবৰ লোৱা নাই বুলি কোনো অভিমান কিম্বা অভিযোগ নাই। পুৰণি হিচাপৰ জেৰ টানি আজিৰ আনন্দ বিভ্ৰান্ত হৈ উঠা নাই।

উপেন দাস গম্ভীৰভাৱে বহি থাকিল। পেহীয়েকে কলে, "তোৰ ল'ৰা ছোৱালীকেইটাক লৈ নাহিলি কিয়? সিহঁতক দেখাই নাই। মোৰ ঘৰখন এৰি যে ছুই-এদিনৰ কাৰণে তোৰ তালৈ যাম তাকো নোৱাৰোঁ।'

উপেন দাসে মনে মনে কলে, 'তথাপিও ৰক্ষা।'

আনন্দতে পেহীয়েকৰ খকা-মকা লাগি পৰিছে। হঠাতে উপেনৰ মূৰৰ ফালে চাই কলে ' তোৰ মূৰৰ চুলিখিনি দেখোন নাইকিয়া হ'ল অ'। এই বয়সতে এনেকৈ তপা হব লাগে নে? কেনে ধুনীয়া কেঁকোৰা চুলি আছিল তোৰ মূৰত।"

কমি দাসে মিচিকিয়াই হাঁহি মুখখন ঘূৰাই ললে। দাস অধিকতৰ গম্ভীৰ হ'ল। অভাৱ-অভিযোগৰ কথা নোকোৱা কিয়? যুক্তি দেখুৱা, বিবেকত আঘাত কৰা। মোৰনো কোন আছে? তহঁতে নাচালে কোনে মোক চাব? অত্যন্ত সঙ্গত কিন্তু বিৰক্তিকৰ যুক্তি। কোৱা, কৈ পেলোৱা আজে-বাজে কথা কৈ সময় নষ্ট কৰি লাভ কি?

পেহীয়েকে কলে, "তই সৰু মাছ দি ৰন্ধা পচলাৰ খাৰ খাবলৈ খুউব ভাল পাইছিলি, আজি ৰান্ধি থৈছো। যতীনক পঠিয়াওঁ, অলপ মাছ বিছাৰি লৈ আহক।"

উপেন দাসে উদ্বিগ্নভাৱে কলে, "নাই। ভাত নাখাওঁ। এতিয়াই যাব লাগিব। বৰ দৰকাৰী কাম এটা আছে।"

"আই ঐ, ইমান দিনৰ মূৰত আহিলি, দুপৰীয়াৰ ভাতসাজ নোখোৱাকৈ যাবিনে?"

ৰুমি দাসে ৰক্ষা কৰিলে, "পেহী, আমি আহিম, সোনকালে আকৌ এদিন আহিম"

দাসে ক্ৰোধপূৰ্ণ দৃষ্টিৰে তেওঁৰ ফালে চালে।

পেহীয়েকে লৰালৰিকৈ লগাই দিলে। যতীনক কলে, "অ' যতীন বোপাই, যাচোন বেগতে অলপ চাহৰ পানীকে বহাই দে।"

ৰুমিদাসে উঠি গৈ কলে, "ময়ে কৰোঁ চাহখিনি, নালাগে যতীনক।"

তেওঁ যতীনৰ লগতে পাকঘৰ সোমালেগৈ। দাসক আইনাৰ গিলাচ এটাত চাহ আনি দিলে। নিজে কঁহৰ গিলাচ এটাতেই ললে, যতীনকো দিলে। পেহীয়েকে ততাতৈয়াকৈ নাৰিকলৰ লাৰু কেইটামান আনি দিলে।

মিচেচ্ দাসে দাসৰ চকুৰফালে চালে। দাসে কলে "এটা কথা নহয়। তোমাৰ কিবা পুৰণি নিজহাতে বোৱা কাপোৰ থাকিলে এওঁ চাব খুজিছিল।"

"দুযোৰমান আছে নেকি চাওঁ। যি আছিল ছোৱালীজনীৰ লগতে দিছিলোঁ। তাইও বা পিন্ধিলে কেইদিন?" পেহীৰ মাতটো সেমেকি গ'ল।

কাপোৰকেইযোৰ দেখি ৰুমিদাসৰ অসম্ভৱ ভাল লাগিল। ইমান ধুনীয়া বুলি তেওঁ আগতে ভবাই নাছিল। হাতত লৈ ইতস্ততঃ কৰি থাকোতেই পেহীয়েকে কলে—"এইবোৰ কাপোৰ আৰু কি কৰিম। তোমাৰ পচন্দ যদি হয়, আই, তুমিয়ে লৈ যোৱা।"

কৰি দাসে উপেন দাসৰ চকুৰ ফালে চালে, কিন্তু দাসে মুখ ঘূৰাই বহি থাকিল।

পেহীয়েকে জোৰ কৰি কাপোৰ ছুযোৰ দি দিলে। আকৌ ব্যস্ত হৈ উঠিল— 'ল'ৰা-ছোৱালীকেইটালৈনো কি দিওঁ? নাৰিকল কেইটামানকে লৈ যা। যতীন। দেচোন, নাৰিকল কেইটামান পাৰি দে।'

পেহীৰ মনটো বৰ ভাল লাগিছে। এই উপেনটো কম ছুষ্ট আছিল? সৰুতে তেওঁক 'পি' বুলি মাতিছিল। সেইটোৱে অভ্যাস হৈছিল তাৰ। পিচলৈ বাহিৰা মানুহৰ আগত একো বুলিয়েই মাতিব নোৱাৰিছিল। পেহী বুলি মতা অভ্যাস নাই. পি বুলি মাতিবলৈও লাজ কৰে। বিয়াৰ পিচত মাকৰ ঘৰহৈ উভতি গলে অহাটো এটা সহজ কথা আছিল জানো? উপেনৰ কি কান্দোন! "পি কিয় যাব? নিদিওঁ যাব।" ভূপেনটো আছিল মস্ত জেদী। কন্দাকটা কৰা নাছিল কিন্তু চকু বন্ধ কৰি কাপোৰ খামুচি ধৰি থাকিছিল। সৰু হাতৰ খামোচ এৰুৱাই অহাটো কি সহজ আছিল? উপেন আৰু ভূপেনক এৰি এক খোজো ক'তো ওলাব নোৱাৰিছিল. ৰাতি তুয়োটাই পি'ৰ লগতেহে শুব। সন্ধিয়াৰ পৰাই তেওঁৰ বিচনা-খনতে শুই থাকিব। ৰাতি টোপনিতে তুলি আনিলে ৰাতিপুৱা হুলস্থুলখন লগাব। উঃ ৰাম ভয়তে বুকুখন কঁপি উঠে লগতে হাঁহিও উঠে। ছোৱালীজনী কেঁচুৱা। মাকৰ ঘৰৰ পৰা যাব ওলাওঁতে ভূপেনে কলে, "কেনেকৈ যাবা? তোমাৰ ভণ্টিজনী ক'ত?" সঁচাইতো! ছোৱালীজনী ক'ত? প্ৰথমতে সোধ-পোছা, তাৰ পিচতে বিচৰাবিচৰি, শেষত আতঙ্কৰ অন্ধ উদ্বেগ। ভাগ্যে ভূপেনৰ মাকে লেপবোৰ টান মাৰি দিছিল। আৰু অলপ থকাহলে উশাহ বন্ধ হৈ মৰিলেই হয় কিজানি ছোৱালীজনী। নিশ্চয় ভূপেনৰ কাম। মাকে কি পিটনি দিলে। তেওঁহে কোনোৰকমে টানি আজুৰি ৰক্ষা কৰিলে। চয়তানী বুদ্ধি ভূপেনৰ সৰুৰ পৰাই। বহুত দিন দেখা নাই ল'ৰাটোক। তেনেকুৱাই আছে নিশ্চয়। বদমাচী বুদ্ধি তাৰ

যাব ক'ত? পেহীৰ সোটোৰা সোটোৰি মুখত সস্নেহ প্ৰশ্ৰয়ৰ হাঁহি এটা জিলিকি উঠিল।

নৃপেন? নাই, নৃপেনক সকতে পেহীয়েকে তেনেকৈ লগ পোৱা নাছিল। তেওঁৰ বিয়াৰ পিচতহে নৃপেনৰ জন্ম। লাহে লাহে মাকৰ ঘৰলৈ অহা যোৱা কমি আহিল। নৃপেনক পেহীয়েকে তেনেকৈ পোৱা নাই।

কাপোৰ দুযোৰ লৈ কমি দাসে যাওঁ যাওঁ কৰিবলৈ ধৰিলে। পেহীয়েকক কলে—"নাৰিকল থাওক দিয়ক পেহী। আমি যাওঁ।" উপেন দাসে অলপ টানকৈ কলে, "ৰ'বাচোন অলপ। নাৰিকল-কেইটা লৈয়েই যাওঁ। চহৰত কিনো বুলিলেও পাবলৈ নাই।"

দাসৰ অসম্ভৱ খং উঠিছে। পেহীয়ে দেখোন একোকে নকলে। অভাৱ-অভিযোগৰ কথা, নিজৰ দুৰৱস্থাৰ কথা; শেষ পৰ্য্যন্ত দাসে বাধ্য হৈ নিজে আগবাঢ়িলে, "এইয়া, এটা কথা নহয় তোমাৰ চলিছে কেনেকৈ?" দাসে এতিয়াও তৃতীয় পক্ষৰ আগত পেহী য়েকক পি কব নে পেহী বুলি কব একো ঠিক কৰিব নোৱাৰি একো বুলিয়েই নামাতে।

পেহীয়েকে কলে—"চলি গৈছে একৰকমে। গাৱঁতনো খৰচেই বা কি? তাতে আমি মানুহো হলোঁ দুজনহে। নৃপেনে মাহে পঞ্চাশ টকাকৈ দি আছে। বাৰীৰ তামোল নাৰিকল বিক্ৰী কৰি চলি যায় আৰু কোনোৰকমে। কিবা লাগিলে কম নহয় তহঁতকে। তহঁতক নকৈ আৰু কাকনো কম? তহঁতে নাচালেনো মোক চাব কোনে?"

যাবৰ সময়ত উপেন দাসে লক্ষ্য কৰিলে 'পেহীৰ ভৰি-হাত-বোৰ অলপ কঁপিছে। আনন্দত, বেদনাত, নে বয়সৰ কাৰণে? ইমান বুঢ়া হৈছে, ইমান ক্ষীণাইছে পেহীজনী। আচলতে ইমান বুঢ়া হব লগা বয়সতো হোৱা নাই পি'ৰ।

দাও মৰাৰ ভাবত কমি দাসৰ মহা ফূৰ্ত্তি। এই কাপোৰ এযোৰ পিন্ধি ওলালে আটাইবে চকু পুৰিব। দাসে একো নামাতি

গম্ভীৰ হৈ আছে। মিচেচ্ দাসে ভেওঁক ঠেলা এটা মাৰি কপট ক্ৰোধৰে কলে, "আপোনাৰনো কি হৈছিল? মানুহৰ আগতে মোক এনেকুৱাকৈ ডাবি দি উঠিলে? অসভ্যালিৰ এটা সীমা থকা উচিত। মইনো কি কৈছিলো? চহৰত নাৰিকলৰ কিনো আকাল লাগিছে যে ইয়াৰ পৰা বৈ লৈ নগলে নহৈছে? ঢং!"

উপেন দাসে মনে মনে শুনি গৈ থাকি হঠাতে ডাবি দি উঠিলে, "ফেচফেচ নকৰিবা। মনে মনে থাকা।"

০—

# প্ৰত্যাশা

আৰু তিনিখন দলং পাৰ হলেই ৰেলখন মুধুপুৰ ষ্টেচন পাবগৈ। দুখন পাৰ হলেই। অতি পৰিচিত পৰিবেশ। ভেৰভেৰিৰ বিল পাৰ হৈ কেঁচুইঁতৰ গাওঁ শাৰী শাৰীকৈ লগোৱা জবাফুলৰ গছ, পৰিত্যক্ত ইটাৰ ভাটা। লগ-লগৰীয়াৰ লগত কিমান দিন এইবোৰ ঠাইত হাঁহ চিকাৰ কৰিবলৈ আহিছিলোঁ; কেতিয়াবা এনেয়ে ফুৰিবলৈ আহিছিলোঁ।

দূৰৱৰ্তী সংকেত-দণ্ড পাৰ হৈ ৰেলগাড়ীখন জোকাৰ এটা মাৰি ষ্টেচনৰ ফালে আগবাঢ়িল।

মই আজি প্ৰায় দহ বছৰৰ মূৰত মধুপুৰলৈ আহিছোঁ। কিন্তু কিয়? ফুৰিবলৈ? উহুঁ।' কাৰণটো যথেষ্ট যুক্তিপূৰ্ণ নহয়। পৈতৃক মাটি-বাৰীৰ ব্যৱস্থা এটা কৰিবলৈ? কোনে মাটি-বাৰী লৈ পৰোৱা কৰে? জন্মস্থান? শৈশৱৰ আৰু যৌৱনৰ অসংখ্য স্মৃতিৰ হাত-বাউলি? আজি-কালিৰ মানুহৰ মনত এইবোৰ অনুভূতিয়ে জানো কাম কৰে? সেনেহলে?

ঘৰটো আছে নিশ্চয়। অৱস্থা বা কি হৈ আছে? ককাই-দেৱেহে এইবোৰ খা-খবৰ ৰাখে। তেওঁ ডিব্ৰুগড়ত ঘৰ-বাৰী কৰিছে। তাতেই থাকে। মধুপুৰৰ ঘৰটো থকা মানেই তেওঁৰ কাৰণে এটা অবাঞ্ছিত দিগদাৰি। কথা এটা মনত পৰি ইয়ান দিনৰ মূৰতো মোৰ কাণ-দুখন গৰম হৈ উঠিল। আমাৰ মাটিৰ সীমাতে আছিল এজোপা কদম গছ। মহিম থুৰাই গছজোপা কাটিবৰ কাৰণে মানুহ লৈ আহিছিল। জঁপ মাৰি ওলাই গলোঁ। হুলস্থুল কৰি তেওঁৰ

মানুহ দুজনক খেদিলোঁ। মহিম খুব ঠাণ্ডা মেজাজৰ মানুহ। তেওঁ আহি যুক্তি দেখুৱাবৰ চেষ্টা কৰিলে। দেউতাৰ নাম কৰি কলে, "দাদাই মোক কৈছিল—'মহিম, এই গছজোপা তোমাৰ।' তুমি এইবোৰ কথা নাজানা, মাৰাক সুধিলে কব গণ্ডগোল নকৰিবা। মই মানুহ দুজনক পঠিয়াই দিওঁ।" মই হুঙ্কাৰ দি উঠিলোঁ, "আহক চোন, কোন কোন আহে গছ কাটিবলৈ? যিয়েই হাত দিব তাকেই কাটি দুডোখৰ কৰিম।"

সঁচাকৈ সেই মুহূর্ত্তত জোৰকৈ কোনোবাই আগবাঢ়ি আহিলে কি কৰিলোঁহয় কব নোৱাৰোঁ। আৰু আজি? আমি গা এৰা দিছোঁ। মাটি-বাৰী এতিয়া ককাইদেউৰ ডিঙিত লাগি আছে। বিক্ৰী কৰাৰ চেষ্টাত আছে। গ্ৰাহক নাই। সেই কদম গছজোপা বাৰু আছে নে? শেষ পৰ্য্যন্ত কোনোবাই কাটিলে নেকি?

ৰঘুনন্দন লগতে আহিবলৈ ওলাইছিল। তাক নিৰস্ত কৰিবলৈ অলপ টানকৈ কবলগা হ'ল। সি বেয়া পালে। বহুত দিনৰপৰা মোৰ লগত থাকি বেছ মাতব্বৰ হৈ উঠিছে। তাৰ ধাৰণা সি মোৰ আলপৈচান ধৰি নাথাকিলে মোৰ কপালত অশেষ দুৰ্গতি। গাড়ীখনো নানিলোঁ। গাড়ী ঘোঁৰা, পিয়ন-চাপ্ৰাচী লৈ মহাড়ম্বৰ কৰি আহিলে মোৰ অহাৰ আচল উদ্দেশ্যটোৱেই মাটি হব। মধুপুৰৰ মানুহে সহজভাৱে মিলিবলৈ সঙ্কোচ কৰিব পাৰে।

ক'ত উঠিম, কিমান দিন থাকিম, একো ঠিক কৰি অহা নাই। আপোন মানুহ, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ কোন আছে কোন নাই তাকো ভালকৈ নাজানো। যিকেইজন আছে সিহঁতৰ লগতেইবা মই কিমানখিনি সম্বন্ধ ৰাখিছোঁ? অলপ সাহিত্য কৰি কবলৈ হলে কব পাৰি যে আমি ভিন্ন গ্ৰহৰ প্ৰাণী। কথাটো মিছাও নহয়। মধুপুৰৰ মানুহৰ দৈনন্দিন জীৱনত মোৰ স্থান নাই, থাকিব নোৱাৰে। তেওঁলোকৰ মনৰ আশা-আকাঙ্ক্ষা, সুখ-দুখ, কোনো অনুভূতিৰ আলোড়নৰ তৰঙ্গোচ্ছ্বাসে ইমান দূৰলৈ আহি মোক চুব নোৱাৰে।

মই আজি বহু দূৰলৈ আঁতৰি গৈছো। ভৌগোলিক দূৰত্বতকৈ মানসিক দূৰত্ব বহু, বহু বেছি। আমি আজি সম্পূৰ্ণ অপৰিচিত।

ষ্টেচনত নামি কৰ নোৱাৰাকৈ মই অলপ উত্তেজনা বোধ কৰিলোঁ, মনটোও অলপ উথল-মাথল লাগিল। এই বয়সত এই ধৰণৰ বৈষ্ণৱ পদাৱলীত বৰ্ণোৱা অনুভূতি নিজে অনুভৱ কৰাৰ কোনো অৰ্থ নহয়। অলপ অপ্ৰতিভ হলোঁ। লগত বস্তু-বাহানি বিশেষ একো নাই। চাইকেল-ৰিক্সা যি দুই-এখন আছিল, যাত্ৰী লৈ গুচি গ'ল। হাত-বেগটো দাঙি লৈ খোজকাঢ়িবলৈ ধৰিলোঁ। ৰাস্তা-ঘাটৰ বিশেষ একো পৰিৱৰ্তন হোৱা নাই; ঘৰ-দুৱাৰো প্ৰায় একেধৰণেই আছে।

গগন দাদাক ঘৰবপৰা ওলোৱা দেখি আগবাঢ়ি গলোঁ।

"দাদা।"

গগন দাদা থমকি ৰৈ গ'ল। এই দহ বছৰে মানুহজন একেবাৰে বুঢ়া হৈ গৈছে। মোতকৈ বৰ বেছি তিনি বছৰমানহে ডাঙৰ হব। জানো? ময়ো হয়তো বুঢ়া হৈছোঁ, নিজে গম নাপাওঁ! আনৰ মানুহে ঠিকেই দেখে। কাণ্ড-কাৰখানা দেখি হাঁহেও কিজানি।

"কোন? ও, নাপধন দেখোন। কেতিয়া আহিলি?"

"কোৱাচোন, তোমালোকৰ খা-খবৰ কেনেকুৱা।"

"এই আছোঁ একপ্ৰকাৰ। থাকিবি নহয় কেইদিনমান? থাক লগ পাম পিচত।"

"ইমান হুলস্থুল কৈ যোৱা ক'ত?"

"ধনপতি পণ্ডিতৰ তালৈ এপাক যাব লাগে। কেঁচুৱাটোৰ মুখত ভাত দিব খুজিছেঁ। দিন এটা চোৱাব লাগে। যাওঁ বাৰু। পিচত লগ পাম।"

ধনপতি পণ্ডিত পলাই নাযায়। ইমান লৰালৰিখনৰ কি প্ৰয়োজন? মনটো অলপ বেয়া লাগিব খুজিছিল। নিজকে নিজে ধমক দি উঠিলোঁ। কি কৰিব লাগিছিল গগন দাদাই? মোক দেখা পাই দুয়োহাত দাঙি উৰ্দ্ধবাহু হৈ মাজবাটতে নৃত্য আৰম্ভ কৰি দিব লাগিছিল নেকি?

ৰাধিকা চক্ৰৱৰ্তীয়ে চাইকেলৰপৰাই ভ্ৰূ নচুৱাই দিলে।

"বাপধন নেকি ? কেতিয়া আহিলা ?"

উত্তৰ শুনাৰ আগতেই মানুহজন পাৰ হৈ গ'ল।

আগবাঢ়িলোঁ। ঘৰ-দুৱাৰবোৰ প্ৰায় একেধৰণে আছে। কেৱল আগতকৈ জীৰ্ণ হৈ পৰিছে। বহু বছৰ ধৰি মেৰামতি নহলে, চুণ-তেল নপৰিলে যিটো অৱস্থা হয়। কৃষ্ণ বৰুৱাৰ ঘৰটো একাষে কাতি হৈ বাগৰি পৰোঁ পৰোঁ হৈ আছে।

চাৰুৰ দোকানৰ অৱস্থা দেখি আচৰিত হৈ গলোঁ। চাৰুৰ দেউতাকৰ বেছ ডাঙৰ আৰু জাক-জমকপূৰ্ণ দোকান আছিল। মেট্ৰিক পৰীক্ষাত ফেল কৰি চাৰুও দোকানতেই লাগিল। এই দোকানখন আছিল আমাৰ আড্ডাখানা। পুৱা-গধূলি দোকানলৈ এপাক নাহিলে মনত শান্তি নাছিল। আমাক লগ ধৰিবলৈ হলে চাৰুৰ দোকানত বিচাৰিলেই হ'ল মাই কেতিয়াবা কৈছিল—'এই বৰষুণৰ বতৰত ক'ত যাৱ? এদিন চাৰুৰ দোকানত নগলে ভাত হজম নহয় তহঁতৰ? কিনো মধু আছে তাত?'

চাৰুৱে অকলে আড্ডা জমাই ৰাখিছিল। আড্ডা ভালকৈ জমি উঠিলে থকা বস্তুও নাই বুলি কৈ গ্ৰাহকক বহুত দিন খেদিছে।

চাৰুৱে চকী এখনত ভৰি তুলি বহি আকাশৰ ফালে চাই আছে। ইন্দ্ৰনাথ আৰু উমাকান্ত গাদীত উদাসভাৱে বহি আছে। দোকানত বস্তু-বাহানি একো নাই। আলমাৰিকেইটা খালী, আই-নাবোৰ ভগা। ঘৰটোৰ পৰিবেশত ক'তো নাই সামান্যতম উজ্জ্বলতা। মোক দেখি সবৰ অভ্যৰ্থনা কৰিব লাগিছিল নেকি? মই কি সেই-টোৱে আশা কৰিছিলোঁ? কোনেও একো নামাতিলে। নিজেই কিবা অপ্ৰস্তুত হৈ পৰিলোঁ।

"কি অ', চাৰু ?"

"বহ, কেতিয়া আহিলি ?"

আকৌ নীৰৱতা।

"দোকানৰ কামকৰা ল'ৰা এটাক মাতচোন। চাহ খোৱা

যাওক।” ছুটকীয়া নোট এখন জেপৰপৰা বাহিৰ কৰিলোঁ। চাৰুৱে নোটখন হাত মেলি ললে। লওক। কিন্তু সি দেখোন মাখনৰ চাহৰ দোকানৰ ফালে নিজেই আগবাঢ়ি গ'ল।

ইন্দ্ৰনাথক সুধিলোঁ।—“দোকানৰ অৱস্থা এনেকুৱা হ'ল কিয়?”

“মনোহাৰী দোকান কি চলিব ইয়াত? মানুহৰ খোৱামুঠিয়ে যোগোৱা টান, মনোহাৰী বস্তু কিনে কোনে?”

পেকেটত এটা মাত্ৰ চিগাৰেট আছিল

“ৰবি, চিগাৰেট এক পেকেট লৈ আহঁা।” ইন্দ্ৰনাথে হাক দিলে, “নালাগে নালাগে। আমি বিৰিহে খাওঁ। উমা, দেচোন এটা আছে যদি। আমি কেনেকৈ চিগাৰেট খাম অ'? আমিতো আক তোৰ দৰে মাহে পাঁচ ছশকৈ টকা দৰ্মহা নাপাওঁ।”

নাই, নহ'ল! আমি দহ বছৰে বহু দূৰলৈ আঁতৰি গৈছোঁ। ইমান দূৰৰপৰা কোনেও কাৰো কথা নুশুনো। শব্দহীন ভঙ্গীৰ বেলেগ অৰ্থ কৰি নিজকে অশান্ত কৰি তুলিম। মই যে মাহেকত এহেজাৰতলৈ বেছি টকা পাওঁ সেইটো কথা কোৱাৰ কোনো অৰ্থ নাই। চাহকাপ খাই উঠিলোঁ। অলপ ক্লান্তি বোধ কৰিছোঁ। সমুখত খালী ৰিক্সা এখন পাই তাঁতেই উঠিলোঁ।

যতীনদা আৰু বিমলা বৌৰ কথা মনত পৰিল। শুদ্ধ আৰু সুন্দৰ অনুভূতিৰ এটা বিশেষ আকৰ্ষণ আছে। ঘৰৰ বাতাবৰণটো-কেই স্নিগ্ধ আৰু শান্ত কৰি তোলে। যতীনদাৰ প্ৰত্যেকটো বাক্যতেই এটা 'তাৰ নবৌ' এই কথাটো আছিল। আমি হাঁহিছিলোঁ কিন্তু হাঁহিটো আছিল নিৰ্মল। যতীনদাই ভাল পাব, বিমলা বৌৱেও ভাল পাব। যতীনদাৰ তাতেই উঠিব লাগিব। অইনৰ তাত উঠিলে তেওঁলোকে মিছাকৈ খং কৰিব, কথা শুনাব।

যতীনদাক দেখি মই চঁক্ খাই উঠিলোঁ?

“কি হৈছে তোমাৰ?”

“কি আৰু হব? একো হোৱা নাইতো।”

“বৌ ক'ত?”

যতীনদাৰ মুখখন ক'লা পৰি গ'ল।

"নাই।"

শঙ্কিত হৈ উঠিলোঁ। "নাই? নাই মানে?"

"নাই মানে আৰু কি? মাকৰ ঘৰত আছে।"

"অ, তাকেই কোৱা।" মই স্বস্তিৰ নিশ্বাস এৰিলোঁ। আচল খবৰ পালোঁ। অনিলৰ তাতেহে বৰ যেন এটা ৰসৰ কথা।

"মাকৰ ঘৰত নাথাকি কি কৰিব? ইয়াত থাকি সদায় মাৰ খাই খাই মৰিব নেকি?"

"কোনে তাক মাৰে?"

"লোকৰ তিৰীক অইন কোনে মাৰিবলৈ যাব অ'? গধূলি মদ এটোপা খাই ললে বাবুৰ যিটোহে মূৰ্তি হয়।"

"কোনে মদ খায়?"

"ধেৎতেৰি। তোৰ লগত কোনে কথা কয় অ'? ভিতৰত বহুত কথা আছে। বাহিৰত থাক, কি খবৰ ৰাখিবি?"

মোৰ খবৰৰ কোনো প্ৰয়োজন নাই। আচল কথা ধুনীয়া ছবি এখন ছিঙি গ'ল, সুন্দৰ এখন আলেখ্য।

অনিলক সুধিলোঁ—"কচোন, তোৰ কি খবৰ, ক।"

"কি আৰু খবৰ হব? ইয়াত থাকি কিটোনো আৰু হব? প্ৰত্যেকৰে অৱস্থা কাহিল। কোনোৰকমে কল্‌টপ্‌-কল্‌টপ্‌কৈ জীয়াই আছে। তইঁতে ভাল কৰিছ। ইয়াত থকাবোৰৰ কাৰো একো নহয়।"

"তোৰ ডাঙৰ ল'ৰাটো বেছ ডাঙৰ হ'ল, নহয়? কোন ক্লাছত পঢ়ে?"

অনিলৰ চকুহাল চল্‌চলীয়া হৈ পৰিল। গম্ভীৰ হৈ কিছুপৰ বহি থাকিল; পিচত গম্ভীৰভাৱেই কলে—"নাই সি। পাঁচ বছৰেই হল। টাইফয়েড্‌ হৈছিল। বহু চেষ্টা কৰিও বচাব নোৱাৰিলোঁ।"

মোৰ নিজৰ গালতে ঠাচ্‌ কৰে চৰ এটা মাৰিবৰ মন গ'ল। পুৰণি ছিঙা সূতা জোৰা দিবলৈ গলেই তাক জোৰা দিব পাৰি জানো? মানুহক কিবা কথা সুধিবলৈকে ভয় লগা হ'ল। জীৱন

চলমান। স্থিৰ হৈ বৈ থকা নাই। দহ বছৰৰ পুৰণি কেলেণ্ডাৰ এখন চাই দিন-বাৰ মিলাব খুজিলে বিড়ম্বনা বোধ নকৰি উপায় নাই।

লক্ষ্মীদাই কলে—"বহ।" বহিলোঁ। একেটাই কথা। মধুপুৰৰ দুৰৱস্থাৰ কথা। ছোৱালীজনীয়ে চাহকাপ আনি দিলে। লক্ষ্মীদাই তাইক কলে—"মাৰক মাতচোন, বাপধন মামা আহিছে।"

তাই কলে—"মাই ভাইটিক শুৱাই আছে।"

কথা-বতৰা আমাৰ অতি সোনকালেই শেষ হৈ গ'ল। দুয়ো মনে মনে বহি থাকিলোঁ। নীলা ওলাই নাহিল। আধা ঘণ্টা পিচত লক্ষ্মীদাই আকৌ এবাৰ চিঞৰি উঠিল—"এই মাইকণ, মাৰক মাত। বাপধন মামাৰ যায়।"

"মাৰ দেখোন টোপনি আহিছে।"

"কোনে কলে তোক?"

"ইঃ, নাক ঘোৰ্ঘোৰাই আছে। শুনা নাপাওঁ মই?" লক্ষ্মীদাই ভোৰ্ভোৰাই উঠিল—"কেঁচুৱাক শুৱাওঁতে নিজেও শুলে। কি যে টোপনি হৈছে এইজনীৰ কবই নোৱাৰোঁ। ৰ, মাতি দিওঁ।"

মই ব্যস্ত হৈ কলোঁ—"নালাগে, নাল'গে। যাওঁ মই। বহুত ৰাতি হ'ল।"

শঙ্কৰে কলে—"বুজিছ, গোটেইখিনিয়েই হ'ল অৰ্থনৈতিক কথা। যতীনদাৰ পৰিবাৰৰ পলায়ন, পলায়ন বুলিয়েই কোৱা; অনিলৰ ল'ৰাৰ মৃত্যু, গোটেইখিনি হ'ল অৰ্থনৈতিক ব্যৱস্থাৰ ফল। মাটি-বাৰীৰ উপাৰ্জন নাই। জীৱন-যাত্ৰা চলোৱা টান। মানুহৰ মেজাজ কাহানিবা ঠিক থাকে। মাটিৰ ক্ষতিপূৰণৰ টকাখিনি একেলগে হাতত পাই যতীনদাই ঠিকাদাৰী কৰিবলৈ ললে। জনমত কেতিয়াও একো কাম কৰি পোৱা নাই, এই মাজ-বয়সত ব্যৱসায় কৰিম বুলিলেই কৰিব পাৰে নে? ইমানবোৰ টকা একেলগে হাতত পাই মূৰটোও ঘূৰি গ'ল দুদিনতে ক'ৰ টকা ক'ত গ'ল, কোনে খালে, কি হ'ল কি পালা? উৰহৰ খণ্ডত ভগা চাৰিত কোৱ! অইনলো কাক মীৰৰ

দেখুৱাব ? নিজৰ জীৱনৰ ব্যৰ্থতাৰ আক্ৰোশ তিৰীৰ ওপৰত জাপি নিদিলে আৰু কাক পাব ? মদ খাই তিৰীক কোবালে তথাপিও মনত অলপ শান্তি। অইনৰ কি ? মদ খাই হুলস্থূল কৰিলে পৰিবাৰেহে হাক দিব, আপত্তি কৰিব। কাজেই মাৰ তাইক, দে ভালকৈ এশিকনি। অনিলহঁত সাত ভাই। মাটি-বাৰী ভাগ হৈ ভাগত যিখিনি পৰিছে তাকেদি চলে কেনেকৈ ? ধানকেইটা পায় কাৰণে ভাতকেইটা খাই আছে। ভালকৈ চিকিৎসা কৰা হলে আজি কালিৰ দিনত টাইফয়েডত কোনোবা মৰে নে ?"

শঙ্কৰ আৰু মই পিচদিনা নৈৰ পাৰত বহি কথা পাতি আছোঁ। তীক্ষ্ণ বুদ্ধিৰ ল'ৰা এই শঙ্কৰ। একেলগে পঢ়িছিলোঁ। ক্লাছত মই কেতিয়াও তাক বলে নোৱাৰিছিলোঁ। সি সদায় প্ৰথম, মই দ্বিতীয়। শঙ্কৰৰ কথাৰপৰা বুজিলোঁ। মধুপুৰৰ আৰু একো উন্নতি নাই, আশাও নাই। ব্যৱসায় বাণিজ্য নাই, কল-কাৰখানা নাই, চৰকাৰী অফিচ-কাচাৰী নাই। ইমান দিনে সুৰক্ষিত জীৱনযাপন কৰি মানুহৰ উদ্যম নাই। নতুনভাৱে জীৱনযাত্ৰা আৰম্ভ কৰাৰ চেষ্টা নাই, শিক্ষা নাই শক্তিও নাই। সোঁতত গা এৰি দি ভাহি গৈ আছে।

শঙ্কৰৰ বিশ্লেষণ ঠিক। মধুপুৰ আজি নিৰ্জীৱ ; উচ্ছল প্ৰাণৰ মুক্ত স্পন্দন তাত নাই। শঙ্কৰৰ বুদ্ধি অতি তীক্ষ্ণ। সমাজৰ বিপৰ্য্যয়ৰ মূল কাৰণটো ঠিকেই ধৰিছে। সি কলে—"আকৌ, ডেকা-চামে তৃতীয় বিভাগত মেট্ৰিক পৰীক্ষা পাছ কৰি চহৰৰ অফিচত কেৰাণী কাম এটা পোৱাৰ ধান্দাত ঘূৰি ফুৰে। মই ইহঁতক কওঁ, ড্ৰাইভাৰৰ কাম কৰ, মিস্ত্ৰীৰ কাম কৰ, যি হয় কিবা এটা কৰ।"

ঠিক কথা। আগৰ ভেম লৈ থাকিলে নহব। নতুন অৱস্থাৰ লগত নতুন ডেকাচামে খাপ খুৱাই লব লাগিব।

শঙ্কৰক সুধিলোঁ—"তই এতিয়া কি কৰিছ ?'

সি একো উত্তৰ নিদিলে। মোৰ কথাষাৰ শুনিলে নোশনয়। সি মোক যতীনদাৰ ঘৰলৈ আগবঢ়াই দিলে। ইমানদিন পিচত মোক পাই এৰিব খোজা নাই। মোৰ ভাল লাগিছে, মধুপুৰত

সিয়েই মোৰ লগত অলপ মন খুলি কথা পাতিছে। বাকীবোৰে দেখোন কিবা কথাই পাতিব নোখোজে। ভেম নহয়, কিবা যেন গভীৰ আলস্য। বেছ ভাল লাগিছে; শঙ্কৰক পাই মোৰ বেছ ভাল লাগিছে।

"বাৰু যাওঁ।"

"যা।" সি ফিৰিল, কিন্তু অলপ দূৰ গৈয়েই আকৌ উভতি আহিল। হঠাতে পিঠিত থাপৰ এটা মাৰি কলে—"চাও, দেচোন পাঁচটা টকা দে। তোৰ টকাৰ কি চিন্তা। আজি তোৰ সৌজন্যত ভাল মালকে এটোপা ধৰোঁ। দেশী খাই খাই পেট ঘোলা হৈ গৈছে।"

মই নিশব্দে জেপৰপৰা পাঁচটা টকা বাহিৰ কৰি তাৰ হাতত দিলোঁ।

সি ক'লে "বেয়া পালি নেকি?"

"নাই।"

"বেয়া পাইছ যদি নালাগে।"

"নাই।"

"সঁচাই কচোন, বেয়া পোৱা নাইতো?"

"নাই।"

যতীনদাই মোক দেখি উচ্ছ্বাসিত হৈ উঠা নাই, বিৰক্ত হৈছে বুলি দেখুৱাও নাই। আজি আহি দেখিলোঁ বেছ গৰম হৈ আছে। কালি ভালেই আছিল। গেবেলাক মাতি মই যেতিয়া ভাত খাওঁ দিবলৈ নিৰ্দেশ দিলে। তেওঁ হেনো ভাত পানী নাখায়। মই ভাত খাই থাকোঁতে শুনিলোঁ তেওঁ ভোৰ্‌ভোৰাই আছে। তেওঁ কাকো খাতিৰ কৰি চলা বিধৰ মানুহ নহয়। তেওঁ কাৰোবাৰ খায়, নে কাৰোবাৰ পিন্ধে? নিজৰ ঘৰত তেওঁৰ যি ইচ্ছা তাকেই কৰিব। কোনেও যেন তেওঁক মাতিবলৈ নাযায়। কথা ভাল নহব। তেওঁ কাকো খাতিৰো নকৰে, ভয়ো নকৰে। কোনোবা যদি ডাঙৰ চৰকাৰী চাকৰিয়াল আছে তো নিজৰ তাতেই আছে। তেওঁৰ কি? চৰকাৰী চাকৰিয়ালৰ ভয়ত তেওঁ পেপুৱা লাগিব নেকি?

ক্ৰমাৎ যতীনদাই অধিকতৰ উত্তেজিত হৈ উঠিবলৈ ধৰিলে। মই বিচনাত পৰিলোঁ। কাইলৈ বাতিপুৱাই যামগৈ। সোনকালে উঠিব লাগিব।

মধুপুৰত মই কি পাম বুলি আশা কৰিছিলোঁ? গছ এজোপাক উভালি তুলিলে কি তাৰ পুৰণি ঠাইৰ কথা মনত পৰে? কিন্তু গছজোপাক উভালিলে কোনে? শিপাবোৰ ছিঙিলে কোনে?

অৱশ্যে ঘৰত বহি মোৰ অলপ বিৰক্তি লাগিছিল। মোৰ পৰিবাৰ বেছ দক্ষতাসম্পন্ন মহিলা। মই তেওঁক লৈ গৰ্ববোধ কৰিব পাৰোঁ। কৰোঁও। পুৰণি অসমীয়া শিল্প-সংস্কৃতি পুনৰুজ্জীৱিত কৰি তোলাত তেওঁৰ অৱদান অসামান্য। শিক্ষিত, সংস্কৃতিসম্পন্ন আৰু কাৰ্যাক্ষম। সাংস্কৃতিক দল এটা লৈ অলপতে ৰাজস্থানত ফুৰি আহিল। পুনৰ শিল্প আৰু কলাৰ প্ৰদৰ্শনীৰ দায়িত্ব লৈ আকৌ মাদ্ৰাজলৈ যাবলগা হ'ল। তেওঁ যাবলৈ ইচ্ছা কৰা নাছিল। হেজাৰ হওক মানুহৰ শৰীৰ তো। কলে—"এনেকুৱাকৈ টো টো কৰি ঘূৰি ফুৰিব পাৰি নে?" মায়েই জোৰ দিলোঁ। নগালে কেনেকৈ হব? তেওঁ তথাপিও ইতস্তত: কৰিলে "ঘৰখন এৰি গোটেই সময়টো বাহিৰে বাহিৰে ফুৰিলে হব জানো?"

কি ভাবিছে তেওঁ? দিনটো পাকঘৰত সোমাই থাকি মোক অমিতাৰ খাৰ আৰু ফুলকবিৰে কাৱৈ মাছ ৰান্ধি খুৱাব এইটোৱেই মই বিচাৰোঁ নেকি? যিমানেই শিক্ষিত নহওক কিয় আমাৰ তিৰোতা মানুহৰ মনত সিঁচি থোৱা সাতামপুৰুষীয়া সংস্কাৰৰ গুটি যাব ক'ত? যুক্তি আৰু বুদ্ধিয়ে এই সংস্কাৰক ঢুকি নাপায়।

তেওঁ নাথাকিলেও দিগদাৰি মোৰ একো নাই। মোৰ খোৱা-বোৱা ক'তো একো অসুবিধা নহয়। ৰঘুনন্দন এই বিষয়ে বেছ পাকৈত। ভয়ো আছে। পৰিবাৰে আহি যদি গম পায় যে সি ঠিকমতে মোৰ যত্ন-পাতি কৰা নাই তেনেহলে দিব নহয় তাক ভালকৈ মজা। কিন্তু ঘৰটো হৰ খালী খালী লাগিল। ডাঙৰ ল'ৰাটোৱে নাইনিতালত পাব্লিক স্কুলত পঢ়ে; সৰুটোৱে পঢ়ে চিলঙত।

বোধহয় বয়সৰ দোষ। বুঢ়া নহলেও বয়সতো বাঢ়ি আহিছে। চাকৰি জীৱনৰ উন্নতিৰ সীমাৰেখা পাওঁ পাওঁ হৈছোঁ। যিখিনি পদোন্নতি হবলগা আছে সিখিনি এতিয়া চেষ্টা কৰিলেও হব, নকৰিলেও হব। চহৰত ঘৰ সাজিছোঁ, গাড়ী লৈছোঁ। মোৰ জীৱনত আৰু কৰিবলগীয়া আছে কি? এতিয়া কেৱল প্ৰতীক্ষা, যৱনিকা পাতৰ কাৰণে নিশ্চল হৈ বহি প্ৰতীক্ষা। মোৰ বুকুখনক কিহবাই হেঁচা মাৰি ধৰা যেন পালোঁ। অতিশয় নিঃসঙ্গ বোধ কৰিলোঁ। মধু-পুৰৰ কথা বৰকৈ মনত পৰিবলৈ ললে। বয়স বাঢ়ি অহাৰ লগে লগে মানুহ বোধহয় দুৰ্বল হৈ পৰে। পুৰণি পৰিচিত পৰিবেশত আকৌ উভতি যাবলৈ বিচাৰে। এইটো কি তেনেহলে বয়সৰ প্ৰভাৱ? যিয়েই নহওক। ইমান মনস্তত্ত্ব বিশ্লেষণ কৰাৰ কি প্ৰয়োজন?

মুঠতে মধুপুৰৰ কথা বৰকৈ মনত পৰিবলৈ ললে। যতীনদাৰ কথা, বাংগালী বিমলা বৌৰ কথা, অনিলৰ কথা, শঙ্কৰৰ কথা। বীৰেন মাষ্টৰৰ কথা, চুণীৰ কথা, মণ্টুৰ কথা। নীলাৰ কথাও। প্ৰেম? নহয়। তথাপিও তাইৰ বিয়াৰ দিনা মোৰ বুকুখন কিবা খালী হৈ যোৱা যেন লাগিছিল। নীলাজনীয়েও খুব কান্দিছিল। এতিয়া লগ পালে তাইক তৎক্ষনাৎ চিনি পাম জানো? ল'ৰা-ছোৱালী তাইৰ ডাঙৰ হ'ল কিজানি। হঠাতে এদিন তাইৰ ঘৰত হাজিৰ হলে আচৰিত হব নিশ্চয়। যাব লাগিব। মহিম খুৰাই কদম গছৰ কথা ধৰি আছে নে পাহৰিলে? অভয় সাহাৰ দোকানখন আছে নে? বস্তুত বয়স হ'ল বুঢ়াৰ। আমি সকতেই তাৰ দোকানৰ পৰা পইচা এটাৰে গোল গোল লুজেন কিনিছিলোঁ। গিৰ্ধাৰী সাধুবাবা? আছে জানো এতিয়াও? খুব বুঢ়া হৈছে নিশ্চয়। মোক দেখিলে খুব ভাল পাব কিন্তু। লম্বু পগলা? ভাল এক পগলা আছিল কিন্তু। হাঁহিয়েই অস্থিৰ। "বুজিছ, ৰাজ্যৰ পাগল-কেইটা আহি এই মধুপুৰতে গোট খাব লাগে নে? চাচোন কাণ্ড।" গুৰুচৰণ চাৰ আছে নে? বৰকৈ কোবাইছিল ক্লাছত। ঘৰত গলে কিন্তু খুব খুৱাইছিল। পাপৰ, চানাচুৰ, সৰু সৰু জিলি বিস্কুট।

ইচ্ৰাম ! এবাৰ ফাকুৱাত গোপালদাক ৰং মানে আল্কাতৰা দিয়াৰ কাৰণে খেদি খেদি নৈৰ সিপাৰ পাইছিলোঁগৈ ।

মধুপুৰৰ কথা বৰকৈ মনত পৰিবলৈ ললে । কামৰ হেঁচা নাই, ছুটীও আছে । যাওঁ এপাক । ঘূৰিয়েই আহোঁ । সকলোৱে খুব ভাল পাব । খুব খুচী হব ।

# আকাশী গঙ্গা

চাৰুৰ মনোহাৰী দোকানখন হ'ল আমাৰ আড্ডাখানা। তাৰ দেউতাকৰ ডাঙৰ দোকান আছিল। চাৰি-পাঁচজন মানুহে দোকানত কাম কৰিছিল। বৰ্তমানে দোকানৰ অৱস্থা নাই। বজাৰৰ এফলীয়াকৈ চাৰুৰ দেউতাকে বন্ধা ঘৰটো আছে কাৰণে দোকানখনো আছে। নামতহে দোকান। বস্তু বাহানি একো নাই। দোকানৰ মালিক কৰ্মচাৰী চাৰু নিজেই। আচলতে এইখনক দোকান নুবুলি আড্ডা-খানাহে বুলিব পাৰি। চাৰুৰো অইন গতি নাই কাৰণে দোকানখন ৰাখি থৈছে। দুটা চিলাইকল আছে। দুজন মানুহে দোকানৰ বাৰাণ্ডাত বহি দৰ্জী কাম কৰে। তাৰে অলপ পইচা পায়। গাঁৱৰ ওৱাৰ, লেপৰ ওৱাৰ এইবোৰ চিলাই কৰাৰ কাৰণে সি নিজেও কেতিয়াবা বহি যায়।

মই, উমাকান্ত, জগদীশ, হৰেন, গোবিন্দ আমি আটাইকেইটা ভদ্ৰঘৰৰ ল'ৰা। আগতে আমাৰ ঘৰৰ অৱস্থা ভালেই আছিল। দেউতাহঁতৰ মধুপুৰত মান-সন্মান, প্ৰতাপ-প্ৰতিপত্তি সকলোখিনিয়েই আছিল। মন্থৰ গতিৰে আমি এটা নিৰ্দিষ্ট ধাৰাত চলি আছিলোঁ। পৰিবৰ্ত্তনশীল জগতৰ লগত খাপ-খুৱাই লোৱাৰ জোখাৰে আমাৰ যথেষ্ট ক্ষিপ্ৰতা নাছিল। পুৰুষানুক্ৰমে সঞ্চিত জড়তাই আমাক হেঁচা মাৰি ধৰি থাকিল। আমি পিচ পৰি গলোঁ, হাৰি গলো। লিখা-পঢ়াও নিশিকিলোঁ, অৰ্থসঙ্গতিও নোহোৱা হ'ল। ইফালে মান-অপমান বোধ আমাৰ অতি তীক্ষ্ণ। আমি প্ৰত্যেকেই ভদ্ৰঘৰৰ ল'ৰা। সৰু-সুৰা সাধাৰণ কাম কৰি পইচা ঘটাটো আমাৰ কাৰণে লাজৰ কথা।

আমাৰ লগৰ অৰুণ শৰ্মা চকুৰ আগতেই গুণ্ডা পকেটমাৰ হৈ পৰিল। ট্ৰেনত মানুহৰ বস্তু সৰকাওঁতে ধৰা পৰিল। মোকৰ্দমা চলি আছে। অৰুণৰ ককাদেউতাক তাৰিণী স্মৃতিৰত্ন এই গোটেই অঞ্চলৰ ভিতৰত নাম থকা পণ্ডিত আছিল। দেশ-বিদেশৰ মানুহে তেওঁক শ্ৰদ্ধা ভক্তি কৰিছিল। আমি সৰু হৈ থাকোঁতেই দেখিছিলোঁ। ঋষি তুল্য মানুহ।

কিন্তু জীয়াই থাকিব লাগিব—এইটোৱে হ'ল ডাঙৰ কথা। উমাকান্তই আলি-মহৰীৰ কাম ললে। প্ৰথমতে অলপ লাজ লাজ ভাব আছিল। বাটত কাম চাই ফুৰোঁতে আমাক দেখিলে ওলোটা ফালে মুখ ঘূৰাই লৈছিল। আজিকালি বেছ গৰ্ব কৰি কয়—"মোক তেনেকুৱা বুৰ্বক বুলি নাভাবিবিচোন। ৰাস্তাত পিচ্ দিয়া কাম চলি আছে। গৰম পিচ্ ঢালি পোৱা-ইঞ্চিৰ পৰা আধা-ইঞ্চি চাইজৰ শিলগুটি দি ৰোলাৰ চলাব লাগে। ঠিকাদাৰে যি ইচ্ছা তাকে কৰি আছে। শিলগুটিৰ চাইজৰ কোনো মা-বাপ নাই, ধুলি-মাকতিয়ে ভৰ্তি। কি হব? দুদিন পিচতে খলা-বখলে পিচ্ উঠি যাব। দিলোঁ কাম বন্ধ কৰি। হুলস্থুল লাগি পৰিল হাততে ধৰিব নে ভৰিতেই ধৰিব ঠিক নাই। কলোঁ- ঠিক আছে, মচলা এৰা। এনেয়ে হব? হেঃ হেঃ হেঃ।'

গোবিন্দই আলুৰ কাৰবাৰ কৰে। অৰ্থাৎ বজাৰত বহি আলু বিক্ৰী কৰে। আগতে কুলি লগাই মাৰোৱাৰীৰ দোকানৰ পৰা আলুৰ বস্তা অনাইছিল। আজিকালি নিজেই টনা আঁজোৰাকৈ লৈ আহে। মিছাতে কুলিক পইচা দিয়াৰ কি দৰকাৰ? এইখিনিতো দূৰত্ব!

হৰেনে একো উপায় নাপাই কণ্ডাক্টৰৰ কাম ললে। প্ৰথম প্ৰথম আমি বাছত উঠিলে সঙ্কুচিত হৈ পৰিছিল। প্ৰাণ খুলি চিঞৰ-বাখৰ কৰিব নোৱাৰিছিল। আজিকালি টেৰেলিনৰ পেণ্ট পিন্ধে। বাছ বন্ধ থাকিলে আড্ডালৈ আহে। যিলৈকে যায় লগতে এটা ট্ৰেন্‌জিচটৰ ৰেডিঅ' লৈ ফুৰে। আড্ডাত চাহ খোৱাৰ কাৰণে নিৰ্বিকাৰভাৱে পইচা বাহিৰ কৰি দিয়ে। চিগাৰেটৰ ধোঁৱা উৰুৱাই

কয়—"বুজিছ নে? যোগেন মাষ্টৰে চল্লিছটা টকা ধাৰলৈ লৈছে, দিয়াৰ নাম নাই। পিছে দিব ক'ৰপৰা? জানো নহয়, যিখিনি পইচা পায় ধাৰলৈ নাটে। ঘূৰাই পোৱাৰ আশা এৰি দিছোঁ।"

মই জগৎমলৰ ইটাৰ ভাটাত হাজিৰা-মহৰী কাম কৰোঁ। মালিকৰ মোৰ গুৰি-গোষ্ঠীৰ খবৰ ৰখাৰ এক৷ দৰকাৰ নাই। মিছা কথাতে মোক যা-তা গালাগালি কৰে; দেউতাকো বাদ নিদিয়ে। কাৰোবাক পইচা দিব লাগিলে পইচা মোৰ দেউতাৰ নেকি সেই প্ৰশ্ন তোলে। আগতে বৰ বেয়া লাগিছিল। আজিকালি গালিবোৰ কিবা কাণতে নোসোমায়। মই অৱশ্যে চাৰুৰ দোকানত বহি কওঁ—"বুজিছ নে? মহা জুলুম। এই জগৎমলটো যে হৈছে! ইটাৰ ভাটাৰ দায়িত্ব গোটেইখিনি মোৰ ওপৰতে জাপি দি নিশ্চিন্ত মনে বহি আছে। বোলে—বাবুজী, আপ হ্যয় তো হামাৰা কুচ চিন্তা নেহি হ্যয়। চাচোন চা।"

জগদীশে সাগৰমলৰ গাদীত বহি ইন্‌কাম টেক্সৰ খাতা লিখে। আচল হিচাপৰ সি একো ভূ নাপায়। সাগৰমলে যেনেকৈ শিকাই দিয়ে তেনেকৈ লিখি যায় মাত্ৰ।

আবেলি চাৰুৰ দোকানত 'আড্ডা জমি উঠিছে। মধুপুৰত ওপৰা-উপৰিকৈ কেইবাখনো বিয়া হৈ গ'ল।

চাৰুৱে গম্ভীৰভাৱে মন্তব্য কৰিলে—"দেশত জনসংখ্যা বাঢ়ি আহিছে আৰু ইফালে চাচোন বিয়াৰ ধুম পৰিছে। আইন কৰি বিয়া বাৰু একদম বন্ধ কৰি দিব লাগে।"

জগদীশৰ কেইবাজনীও ভনীয়েক আছে। বেচেৰাই বিয়া দিয়াৰ চেষ্টাত হাবাথুৰি খাই আছে। সি তৎক্ষনাৎ প্ৰতিবাদ কৰিলে—"ভাল কথা কৈছ! ছোৱালীবোৰক বিয়া নিদি ঘৰত বহুৱাই থলে ভাল হব; নহয়? যিমান সোনকালে পৰা যায় বিয়া দি দিব লাগে।"

চাৰু তৎক্ষনাৎ ৰাজী। "বাৰু ঠিক আছে। ছোৱালীৰ বিয়াৰ অনুমতি দিয়া হব, ল'ৰাৰ বিয়া কিন্তু একদম বন্ধ।"

হঠাতে উমাকান্তই ওস্তাদি সুৰত গান আৰম্ভ কৰি দিলে—

"নীল শাড়ী নিঙাৰিয়া শ্ৰীম-তী চলে?"

হৰেনেও গাদীত তবলাৰ বোল মাৰি গানটোক টানি ললে—"এ-এ চলে, শ্ৰীম- তী চলে।"

কি হ'ল? ডিঙি মেলি চালেঁ।। গাঢ় নীলা ৰঙৰ চিকুণ শাৰী এখন পিন্ধি মীনা দাস দোকানৰ সমুখৰ বাটেৰে গৈ আছে গান শুনি ইফালে-সিফালে নোচোৱাকৈ চিধা সন্মুখৰ ফালে দৃষ্টি ৰাখি দোকানৰ সমুখখিনি তাই পাৰ হৈ গ'ল। মীনা চহৰৰে কেশৱ দাসৰ ছোৱালী। সকলোৱেই জানো। দীঘল গঢ়ন, ৰঙচুৱা বৰণ, ধুনীয়া চেহেৰা। চলন-ফুৰণ সপ্ৰতিভ।

উমাকান্তই সুধিলে, "আলি-মহৰীৰ ছোৱালীয়ে সদায় নতুন নতুন চিকুণ কাপোৰ পিন্ধিবলৈ ক'ত পায়হে?" জগদীশে কলে, "কালি দেখিলোঁ। হাতত এটা ভেনিটি বেগ, চকুত ক'লা চচ্মা।" হৰেনে সুধিলে, "এতিয়া হেনো সাগৰমলৰ ল'ৰা নাগৰমলক লক্ষিছে; হয় নেকি অ'?

উমাকান্তই হৰেনৰ মূৰত এটা 'থাপ্পৰ' লগাই দিলে, "যা, যা তই নাজান? সুধিছ কিয়?"

গোবিন্দই মাত লগালে, "আচ্ছা বাক, আমি চহৰত ইমানবোৰ ডেকা ল'ৰা থাকোঁতে মাৰোৱাৰীক নো লক্ষিব লাগিছে কিয়?"

উমাকান্তই ভেকাহি মাৰি উঠিল—"হুঃ। কথা কবলৈ আহিছ। তোৰ কিমান টকা আছে অ'? ধাৰ কৰি বিৰি হুপি থাক আৰু কথা কবলৈ আহিছ। পাৰিবি তই দিনক-দিনে নতুন নতুন ডেক্ৰন-টেৰিলিনৰ কাপোৰ দিব?"

কিছুদিনৰ পৰা আলি-মহৰী কেশৱ দাসৰ ছোৱালী মীনাৰ অধঃপতনৰ কাহিনী লৈ মধুপুৰত বেছ উত্তেজনা চলি আছে। কিবাকৈ কাৰোবাৰ কুকীৰ্তিৰ খবৰ এটা খুঁচৰি বাহিৰ কৰিব পাৰিলেহে আমাৰ মনৰ জীৱনত কিছু চাঞ্চল্যৰ সঞ্চাৰ হয়। গোটেই চহৰৰ বতাহতে ভেন্‌ভেননি। ইজনে সিজনক সোধে—"শুনিছা?" সিজনে ইজনক সোধে—"শুনিছা?" লোকৰ ঘৰত, দোকান-বজাৰত, যুৱক সঙ্ঘৰ

ক্লাবত সকলোতে একে ধৰণৰ অস্বাভাৱিক উত্তেজনা, একেটাই কথা। কেশৱ দাসৰ পিতাক মণিৰাম দাস আছিল একালত মধুপুৰৰ আটাইতকৈ অৱস্থাপন্ন মানুহ। মাজবয়সত মদ খাবলৈ আৰম্ভ কৰি মানুহজনে সকলো উৰুৱাই দিলে। অখণ্ড প্ৰতাপ আছিল তেওঁৰ মধুপুৰত। ভক্তবিলাকৰ মতে তেওঁ আছিল উচিত বক্তা। আচলতে অত্যন্ত দুৰ্মুখ বুলি সকলোৱে তেওঁক ভয় কৰি চলিছিল। মণিৰাম দাসৰ ল'ৰা কেশৱ দাসকো তেওঁৰ ল'ৰালি কালৰ পৰাই মধুপুৰৰ মানুহে খাতিৰ কৰি চলিছিল। ক'ত কি জগৰ লাগে কি ঠিক?

মণিৰাম দাসে কেশৱ দাসক সৰুতে বিয়া কৰাই দিছিল। লিখা-পঢ়া সিমান কৰা নাই। দৰকাৰো বোধ কৰা নাছিল। পিতাকৰ মৃত্যুৰ পিচত অৱস্থা চৰম পালেগৈ। টকা-পইচা একোতো নায়েই, চাৰিওপিনে অজস্ৰ ধাৰ। মাটি বাৰী গ'ল, পিচলৈ খাবলৈ নোপোৱা অৱস্থা। উপায় নাপাই শেষ পৰ্যন্ত কিবা কৰি লোকেল বোৰ্ডৰ আলি-মহৰীৰ কাম এটাকে ললে। সেই যে এটা লাজ আৰু অপমান বোধৰ ভাৱ মনত সোমাল, সেইটো আৰু কেতিয়াও কাটি নগ'ল। চেয়াৰমেন, ইঞ্জিনীয়াৰ, ওভাৰচিয়াৰ সকলোৱে ভাবি-ধমক খাই খাই মানুহজন কিবা ভেবা লাগি গ'ল। সদায় এটা সঙ্কোচৰ ভাব লৈ থাকে। চহৰৰ অইন কাৰো লগত নিমিলেও, কাৰো কোনো কথাতো নাথাকে। এই কেশৱ দাসৰে ছোৱালী মীনা। আৰু এই মীনাৰ কথা লৈয়েই গোটেই চহৰতে গুণ-গুণনি।

আমাৰ লগৰ সুব্ৰত চৌধুৰী ডাক্তৰ। মেডিকেল কলেজৰ এচিষ্টেণ্ট প্ৰফেচৰ। আমাতকৈ বয়সত সৰু। অলপ গধূলি হলেই অকলে ঘৰলৈ যাবলৈ ভয় কৰিছিল। আমি জোকাই জোকাই তাক আগ-বঢ়াই দিছিলোঁ।

এবাৰ সি পৰিবাৰক লৈ নিজা গাড়ীৰে তাৰ মধুপুৰৰ ঘৰলৈ আহিল। ক'লা ৰঙৰ নতুন গাড়ী।

ইয়াত তাৰ ন্তৰৰ লগৰীয়া কোনো নাই। দেওনাৰে ৰাতিপুৱা

আমাক সকলোকে দেখি চাকৰ দোকানলৈ সোমাই আহিল। আমি সুব্ৰতৰে সমালোচনা কৰি আছিলোঁ ; স্কুলীয়া দিনত তাৰ নিম্ন স্তৰৰ বুদ্ধিবৃত্তি, বৰ্তমানৰ ফুটনি, এইবোৰ।

আমি কোনেও একো নমতাকৈ তাৰ ফালে চাই ৰলোঁ। সিও অপ্ৰস্তুত হৈ তুৱাৰমুখত থিয় হৈ থাকিল।

চাকৰে প্ৰথমে মাত লগালে, "কি খবৰ ? কেতিয়া অহা হ'ল ?"

(অনৰ্থক প্ৰশ্ন। সুব্ৰত কেতিয়া আহিছে আমি জানো আৰু জানো কাৰণেই আজি তাৰ কথাই আলোচনা কৰি আছোঁ।)

"কিমান দিন থকা হব ?" চাকৰ দ্বিতীয় প্ৰশ্নৰো উত্তৰ নিদি সুব্ৰতই আমাৰ মাজৰ প্ৰতিৰোধৰ দেৱালখন ভঙাৰ কাৰণে হঠাতে হুৰমুৰকৈ আগবাঢ়ি আহিল। চাকক ভেকাহি মাৰি কলে 'কি ভাব-বাচ্যত কথা আৰম্ভ কৰিছ অ' ? এইবোৰ কি নতুন 'কায়দা' লগাইছ ?"

আমাৰ বৰ ভাল লাগিল। সুব্ৰতৰ এই ভঙ্গীটো দেখি আমি বৰ তৃপ্তি পালোঁ। চাকৰে হতভম্ব হৈ চাহৰে অৰ্ডাৰ দি পেলালে।

সুব্ৰতই ডাবি দি উঠিল, "কিহৰ শুদা চাহ আনিবলৈ দিছ ? লগতে গৰম চিঙ্গাৰা আনিবলৈ দে ! চৰকাৰ মশাইৰ দোকানত আজিকালি চিঙ্গাৰা নকৰে নেকি ? বাস্তৱিকে ভাই, তেনেকুৱা চিঙ্গাৰা ক'তো খাই নাপালোঁ।"

জগদীশে কলে, "ডাঙৰ কাম কৰ ! বিয়াও কৰালি। খুওৱাতো মিছা কথা, বিয়াত আমাক কাকো চিঠি এখন দিও খবৰ নিদিলি "

জগদীশটো বৰ আঁকৰা। কেতিয়া ক'ত কি কথা কব লাগে নাজানে। সুব্ৰতই ভালকৈ কথা পাতিছে কাৰণে গাত তত্ নাইকিয়া হৈছে।

সুব্ৰত লজ্জিত হৈ পৰিল। জোৰ কৰি সপ্ৰতিভভাৱে কলে, 'ইস্ ৰাম, নকবি। বাহিৰলৈ যোৱাৰ আগতেই লৰালৰিকৈ বাই-দেউৰ ঘৰৰপৰাই বিয়াখন পাতিলে। ভয়, কিজানি 'মেমনী' এজনীকে লৈ আহোঁ। হাঃ হাঃ। বহুতকে খবৰ দিবলৈ নহল। সকলোৱে বেয়া পাই আছে। বিয়াৰ কেইদিনমান পিচতেইতো বুঢ়া বুঢ়ী হালেই

বিলাতলৈ গলোঁ। এতিয়া গালি খাই মৰোঁ। যাকে লগ পাওঁ সিয়েই গালি পাৰে।"

সুব্ৰতই পিচদিনা আমাক সকলোকে চাহ খাবলৈ মাতিলে।

"উমাকান্ত ক'ত? ধৰণী আজিকালি ইয়াত নাথাকে নেকি? বাৰু আবেলি যাম মই সিহঁতৰ ঘৰলৈ; মাতি আহিম।"

চাৰুৱে কলে, "বাদ দে। ধৰণী ইয়াত নাই। উমাকান্ত গধূলি এপাক দোকানলৈ আহিবই। তই ইমান দূৰ নগলেও হব। গলেও ঘৰত ক'ত তাক লগ পাবি? মই কম বাৰু তাক।"

সিদিনা গধূলি আৰু পিচদিনা ৰাতিপুৱা চাৰুৰ দোকানত বহি বহি আমি সুব্ৰতৰেই আলোচনা কৰিলোঁ। আমাৰ প্ৰত্যেকৰ লগত সংযুক্ত তাৰ জীৱনৰ দৃশ্যাৱলী টানি টানি বাহিৰ কৰিলোঁ, বাৰে বাৰে চালোঁ! ইমান ডাঙৰ নাম-কৰা ডাক্তৰ, বিলাত ফেৰৎ, কিন্তু অলপো ফুটনি নাই। আমি সকলোৱে তাক লৈ গৰ্ববোধ কৰিলোঁ।

চাৰুৱে হঠাতে জগদীশক কলে, "জগদীশ, তই কি কৰিবি? গধূলি যাব পাৰিবি জানো? সাগৰমলে তোক ছুটী দিব?"

জগদীশে ক্ৰুদ্ধ দৃষ্টিৰে চাৰুৰ ফালে চাই কলে, "ছুটী নিদিব মানে? 'বেছি তেৰিবেৰি' কৰিলে কামকে এৰি দিম। তামাচা নেকি? আপদে বিপদে এক-আধ দিন ছুটী নিদিলে কেনেকৈ হব?"

বেপেৰোৱা ভাবটো মনত থাকোঁতে থাকোঁতেই সিয়েই কথাষাৰ তুলিলে আমিও কথাষাৰৰ যুক্তিযুক্ততা মানি লবলৈ বাধ্য হলোঁ। শুদাহাতে যোৱাটো জানো ঠিক হব? ন-কইনাৰ হাতত কিবা এটা নিদিয়াটো কেনেকুৱা হব?

আমাৰ মাজত তুমুল তৰ্ক আৰম্ভ হ'ল। কি দিয়া যায়? মফচল চহৰত লাগ বুলিলেই ভাল বস্তু এটা পাবলৈ নাই। উমাকান্তই কলে, "শাৰী এখন দিলে কেনেকুৱা হয়?"

চাৰুৱে মুখ বিকটাই দিলে, "তোৰ পচন্দৰ শাৰী দিলে হৈছে! সেইখন পিন্ধি ৰাস্তাত ওলাব নোৱাৰিব। ফালি ঘৰ মচিবৰ কাৰণে ব্যৱহাৰ কৰিলেহে হব।"

আমি সকলোৱে দোকানবপৰা ওলাই মনে মনে ইফালে-সিফালে গুচি গলোঁ। ধাৰ কৰি, অগ্ৰিম লৈ আহি দলবান্ধি ভোগুৰমলৰ দোকানলৈ গলোঁ। ভাল শাৰী দেখুৱাবলৈ কোৱাত দোকানীয়ে কেইখনমান সস্তীয়া নকল চিল্কৰ শাৰী আমাৰ আগত পেলাই দিলে। কোনো ৰকমে ভাল দামী বস্তু উলিয়াব নোখোজে। যুঁজ কৰি কৰি লাহে লাহে ওপৰৰ ফালে যাবলৈ বাধ্য কৰিলোঁ। দোকানীয়ে অত্যন্ত বিৰক্ত হৈ টেবিলিনৰ শাৰী, এখন আমাৰ সম্মুখত দলি মাৰি পেলাই কলে 'এয়া বেছি দামৰ ভাল শাৰী, ষাঠি টকা দাম। পাৰিব লব এইবোৰ শাৰী?"

আনন্দত আমাৰ চকুবোৰ উজ্জ্বল হৈ উঠিল। এইহে দাম লৈ টনা-আঁজোৰা আৰম্ভ হ'ল। সাতান্ন টকাৰ কমত দোকানীয়ে কোনোৰকমে নিদিয়ে। আমাৰ লগত আছে মুঠতে তেৱন্ন টকা। চাৰু আকৌ তাৰ দোকানৰ ফালে গ'ল। বাকচ খুঁচৰি তিনি টকা দহ অনাৰ খুচুৰা লৈ আহিল। শাৰীৰ দাম দিলোঁ ছাপন্ন টকা দহ অনা। "বচ্, আৰু নাই, চাওক।"

আকৌ আমি সকলোৱে চাৰুৰ দোকানত গোট খাই একেলগে সুব্ৰতৰ ঘৰৰ ফালে ওলালোঁ। শাৰীখন ভালকৈ মেৰাই মোৰ এড়ি-কাপোৰৰ তলত ভৰাই ললোঁ।

সুব্ৰতৰ তাত আমি বেছ আড্ডা জমাই বহিলোঁ। সুব্ৰতই কলে, "ৰবি, শ্ৰীমতীৰ লগত চিনাকি কৰাই দিওঁ।" সি ভিতৰলৈ সোমাই গ'ল। আমাৰ সকলোৰে কথা-বতৰা বন্ধ হৈ পৰিল। সন্ত্ৰস্ত-ভাৱে পৰস্পৰৰ ফালে চালোঁ। প্ৰত্যেকৰে চেহেৰা-পাতি পোছাক-পৰিচ্ছদ দেখি আমাৰ খং উঠি গ'ল। ইস্ত্ৰি নোহোৱা কাপোৰ, ৰং নিদিয়া ফটা জোতা। কোঠাটোৰ পৰিবেশৰ লগত অত্যন্ত বিসদৃশ যেন লাগিল।

...পিন্ধনত টিকৃটিকীয়া-ৰঙা এখন চিল্কৰ শাৰী। ৰঙচুৱা-বগা গাৰ বৰণ, দীঘল নাক, টনা টনা চকুহাল। মুখত সপ্ৰতিভ হাঁহি। নিজৰপৰাই আমাৰ চকুবোৰ তলফালে নামি আহিল। ধুনীয়া বগা

ভৰিত চেণ্ডেলৰ ক'লা ফিটা জিলিকি উঠিছে। সিফালৰপৰাও আমি চকু ফিৰাই আনিলোঁ। আমি অত্যন্ত অস্বস্তি বোধ কৰিবলৈ ধৰিলোঁ।

সুব্ৰতই পৰিচয় কৰাই দিবলৈ ললে "এওঁ হ'ল হৰেন। অদ্ভুত ফুটবল খেলিছিল। গোল দিওঁ বুলিলে আৰু ৰক্ষা নাই।"

হৰেনে মুৰ দাঙি তৎক্ষণাৎ আকৌ তললমূৰ কৰিলে। সুব্ৰতৰ পৰিবাৰে মৃদু হাঁহিৰে এখন হাত লগলগাই নমস্কাৰৰ ভঙ্গী কৰিলে। অপূৰ্ব ভঙ্গী। হৰেনে নিৰ্বিকাৰভাৱে বহি প্ৰবল বেগে ভৰি নচুৱাবলৈ আৰম্ভ কৰিলে। প্ৰতিনমস্কাৰৰ কোনো ভাবেই নেদেখুৱালে।

হঠাতে সকলো কথাৰে একো অৰ্থ নোহোৱা হৈ পৰিল। চাকৰে কলে, "ওহোঁ, মোৰ যাব লাগেছে। পলমেই হ'ল। বৰ দৰকাৰী কাম এটা আছে।"

আমাৰ প্ৰত্যেকৰে এবাৰ নোৱাৰা কামৰ কথা মনত পৰি গ'ল। লৰালৰিকৈ উৰ্ধশ্বাসে চাহখিনি খাই অধিকতৰ লৰালৰিকৈ সুব্ৰতৰ ঘৰৰপৰা আমি ওলাই আহিলোঁ। গেটৰকাষত উজুটি খাওঁতে শাৰীৰ টোপোলাটো মোৰ এড়ি-কাপোৰৰ তলৰপৰা মাটিত পৰি গ'ল। নীৰৱে সুব্ৰতৰ হাতত তুলি দিলোঁ।

সুব্ৰতৰ ঘৰৰপৰা দল বান্ধি আহি থাকোঁতে দেখিলোঁ মীনা ঘৰৰ ফালে গৈ আছে। পিন্ধনত ৰঙা চিৰুৰ শাৰী। গোটেই দলটোকে একেলগে দেখি তাই খুব সন্ত্ৰস্ত হৈ পৰিল। আমাৰ চকুত চকু নপৰাকৈ সমুখৰ ফালে দৃষ্টি নিবদ্ধ কৰি গম্ভীৰভাৱে আগবাঢ়ি গৈ থাকিল। সিদিনা কিন্তু আমি মীনাক জোকাবলৈ পাহৰিয়েই গলোঁ। আচলতে কোনো উৎসাহবোধ নকৰিলোঁ। তাই পাৰ হৈ যোৱাৰ পিচত আমি সকলোৱে একেলগে এবাৰ ঘূৰি চালোঁ। কোনখিনিত। সুব্ৰতৰ পৰিবাৰৰ লগত তাইৰ অদ্ভুত এটা মিল থকা যেন বোধ হ'ল। বিচাৰি চাবৰ চেষ্টা কৰিলোঁ। চকু দুটাত, নে থুঁতৰিত, নে চেংেৰাত, নে খোজৰ ভঙ্গীত? তাকেই চিন্তা কৰি কৰি অন্যমনস্কভাৱে আমি দোকানলৈ উভতি আহিলোঁ।

গোবিন্দই হঠাতে কলে, "কেশৱ দাসকেই ধৰি ভাল পিটিম জিব

লাগে। মাক নোহোৱা ছোৱালী। চেষ্টা কৰিলে ইমান ধুনীয়া ছোৱালীজনীক বিয়া দিব নোৱাৰিলেহেতেন নে? বাপেকৰ সেইবোৰ কথালৈ লক্ষ্য নাই। লিখা পঢ়াও কৰিবলৈ নিদিলে, ইফালে বিয়া বাক দিয়াৰ নাম নাই। মীনাৰ নো কি দোষ? যত দোষ এই কেশৱ দাসৰ। এক নম্বৰ চয়তান।”

মীনা সম্বন্ধীয় বিৰূপ আলোচনাত যোগ দিবলৈ আমি আগৰ দৰে কিবা জোৰ নোপোৱা হলোঁ। আনে কিবা কলেও সেইবোৰ মুখৰোচক কথা শুনি হাঁহিবলৈ গলেও মুখৰ মাংসপেশীত টান মাৰি ধৰা যেন পাওঁ।

মাজে-মধ্যে আমাৰ বিয়াৰ সম্বন্ধ আহে। আমাৰ ঘৰৰ নিচিনা ঘৰৰে ছোৱালীৰ খবৰ। সকলো কামতে পাকৈত। ঢেঁকী দিয়া তাঁত বোৱা, বন্ধা-বঢ়া ঘৰুৱা কাম-বন কোনো কথাতে চাব নালাগে; এই ধৰণৰ প্ৰশংসা-পত্ৰ। ৰূপৰ কথা উঠিলেও দ্বিতীয় পৰ্য্যায়তহে উঠে। আমাৰ পচন্দ নহয়: কাকো কবও নোৱাৰোঁ আমাৰ পচন্দ সুব্ৰতৰ পৰিবাৰৰ নিচিনা ছোৱালীক। মনৰ গোপন কোণত তেৱেঁই আমাৰ আদৰ্শ।

মনৰ কামনাৰ কথা ইজনে সিজনৰ আগতো নকওঁ। নিশ্চয় জানো হৰেনে যদি তেনে এঘাৰ কথা মোৰ আগত কয় তেনেহলে ময়েই তাৰ মুৰত থাপ্পৰ এটা মাৰি বহুৱাই থম। আমাৰ আদৰ্শৰ এটা দিশৰ লগত মীনাৰ অদ্ভুত এটা মিল আছে। মীনাৰ নিন্দাত উচ্ছ্বসিত হৈ উঠাৰ কাৰণে মনত কিবা জোৰ নাপাওঁ। বৰং ধুনীয়া গাভৰু ছোৱালী এজনীৰ পোছাক পাতিৰ প্ৰতি এই স্বাভাৱিক দুৰ্বলতা আৰু হেপাহ পূৰণৰ কাৰণে এই উঞ্ছবৃত্তি চাই চাই আমাৰ মনবোৰ কিবা টন্‌টনাই উঠে।

হৰেনৰ লগত মীনাৰ বিয়াৰ কথা-বতৰা চলিছে। খবৰ পাই আমি জাঁপ মাৰি উঠিলোঁ। সকলোৱে হৰেনক চেপি ধৰিলোঁ; সি চুচুক-চামাক কৰে, মুখেৰে একো নামাতে। মানে কথা সঁচা। হঠাতে আমি বিয়াখন বন্ধ কৰাৰ কাৰণে উঠি-পৰি লাগিলোঁ। আমাৰ

প্ৰধান অস্ত্ৰ হ'ল মীনাৰ চৰিত্ৰ সম্বন্ধে ৰটনাবোৰ।

জগদীশে কলে, "কি অ' তই? এইজনী ছোৱালীক তই বিয়া কৰাবি?"

হৰেনে অজলাৰ দৰে কলে, "কিয়? কি হৈছে?"

"কিয়, কি হৈছে? নাজান তই? এইজনী কি ধৰণৰ ছোৱালী তই নাজান?"

"মানুহে মিছাকৈ বদনাম দিয়ে। অৱস্থা বেয়াতো!"

উমাকান্তই ঘপ্‌কৰে মাত লগালে, "আৰু এটা কথা ভাবি নাচায় কিয়? তইনো কি দৰৰ দৰা অ'? এই কথাটোকে গমি নাচায় কিয়? তঁহি যদি ছোৱালী ভালেই, তোৰ নিচিনা দৰা এজনৰ লগত কিয় বিয়া দিবলৈ ওলাইছে? ইমান ধুনীয়া ছোৱালীজনীৰ কাৰণে দৰা বিচাৰি তোকেহে পালে? ৰাজ্যত আৰু দৰা নাই?"

হৰেন নিৰ্বাক হৈ ৰহি থাকিল।

উমাকান্তই আকৌ কলে, "কি অ'? নামাত কিয়?"

'কি আৰু মাতিম? তহঁতৰ হিংসা লাগিছে। সেই কাৰণে এনেকৈ পিচত লাগিছ। কি মাতিম মই?"

হৰেনৰ এই ওলোটা উত্তৰ শুনি আমি তাজ্জব মানিলোঁ। ভাল কৰিবলৈ গলে বেয়া হয়। কিন্তু আমাৰ দায়িত্ব এটা আছে। বিয়াখন ভঙাৰ কাৰণে আমি উঠি-পৰি লাগিলোঁ। শেষ পৰ্যন্ত উপায় নাপাই দলবান্ধি আমি হৰেনৰ মাকৰ তালৈ গলোঁ। নানাভাৱে বুজালোঁ, অনুৰোধ কৰিলোঁ, ভয় দেখুৱালোঁ। নানা ৰকমৰ যুক্তি বুদ্ধি, যুঁজ বাগৰ কৰি বিয়াখন বন্ধ কৰি দিলোঁ। সকলোৱে বেছ তৃপ্তি পালোঁ। বৰ ভাল কাম এটা কৰিলোঁ। হৰেনে কিন্তু আমাৰ এই ভাল কামটোৰ মোল বুজি নাপালে। সি আমাৰ সকলোৰে লগত মাত-বোল বন্ধ কৰি দিলে।

কিন্তু ইফালে চন্তালিবলৈ গৈ আমি সিফালে 'বেচামাল' হৈ পৰিলোঁ। কিছুদিন পিচতেই খবৰ পালোঁ উমাকান্তৰ লগত মীনাৰ

বিয়া ঠিক, একেবাৰে দিন-বাৰ পৰ্য্যন্ত থাটাং। হৰেনেই খবৰটো আনি দিলে। সি যে আমাৰ লগত মাত বোল বন্ধ কৰি দিছে সেই কথাটো পাহৰি হাত মুখ জোকাৰি হুলস্থুল আৰম্ভ কৰি দিলে।

উমাকান্তক বুজাবলৈ আপ্ৰাণ চেষ্টা কৰিলোঁ—তাৰেই বুজিবে। সি একো নুবুজা হ'ল। আমি বিমোৰত পৰিলোঁ। উমাকান্তৰ মাক-দেউতাক কোনো নাই যে গুৰিতে গৈ ঘাপ মৰিম। খুৰাক একজন অছে, তেওঁকেই ধৰিলোঁ। অদ্ভুত ধৰণৰ আপোন-পেটা মানুহ। কলে, "ককাইদেউ থাকোঁতেই আমি বেলেগ হৈছোঁ। সিও আমাৰ কোনো কথাত নাই, আমিও তাৰ কোনো কথাত নাই। মোৰ কথা উমাকান্তই শুনিব কিয় ?"

অদ্ভুত ধৰণৰ দায়িত্বজ্ঞানহীন মানুহ। বেলেগ হ'ল বুলিনো নিজৰ ভতিজা-ল'ৰা একজনৰ ভাল বেয়া চাব নালাগে নেকি ?

এইবেলি সঁচাকৈয়ে আমি সৰ সমস্যাত পৰি গলোঁ।

জগদীশে ভয় দেখুৱালে—"কেনেকৈ তই বিয়া কৰ চাম। দৰা সাজি ওলাওঁতে ৰাস্তাতে তোৰ ভৰি খোৰা কৰি থম।"

" ঠিক আছে। ময়ো ঠিকাদাৰক কৈ আটাইবোৰ কুলি-কামলাক লৈ আহিম। থানাতো খবৰ দি ৰাখিম।" কথাৰ গতি বেয়া। সময়ো হাতত নাই। গধূলি চাকৰ দোকানত আহি বহিছোঁ উমাকান্তও আছে। কোনেও তাক মতা নাই। কৈ একো লাভ নাই, বিতৃষ্ণা লাগি গৈছে।

এনেতে হুলস্থুল হৈ হৰেন সোমাই আহিল। "আহ। গোটেই কেইজনে আহ। চাক, তোৰ দোকান বন্ধ কৰ। তয়ো আহ।"

আমি সকলোৱে উৎসুক হৈ উঠিলোঁ। "ক'লৈ যাব লাগে ? কি হৈছে ?" উত্তেজিত হৈ হৰেনে কলে, "এইমাত্ৰ মই কেশৱ দাসৰ ঘৰৰ ফালৰ পৰা আহিছোঁ। দাস ঘৰত নাই, সদৰলৈ গৈছে। ৰাতি দহ বজাৰ ট্ৰেনতহে আহিব। ল'ৰাজনকো লৈ গৈছে। ঘৰত অকল মীনাহে আছে। নাগৰমলৰ কুটাৰখন সিহঁতৰ ঘৰত। মানুহে দেখা নোপোৱাকৈ ভিতৰৰ চোতালৰ ফালে সুমুৱাই থৈছে। ঘৰৰ

দুৱাৰ খিৰিকী বন্ধ। আহ আহ্ সোনকালে আহ। আজি একেবাৰে হাতে-লোটে ধৰিম। ভদ্ৰসমাজত থাকি কি এইবোৰ কাণ্ড?"

আমি সকলোৱে হুৰাগুৰি লগাই দিলোঁ। চাৰুও লৰালৰিকৈ দোকান বন্ধ কৰা'ৰ কাৰণে সাজু হ'ল। উমাকান্তক দেখিলোঁ, গভীৰ উত্তেজনাত প্ৰচণ্ডভাৱে কঁপিবলৈ ধৰিছে। হঠাতে সি চিঞৰি উঠিল "কি এইবোৰ অসভ্যালি? ভদ্ৰলোক মানুহৰ ঘৰলৈ গৈ কি এই বোৰ উদ্ভণ্ডালি? খবৰদাৰ, নোৱাৰ যাব।"

দোকানৰ দুৱাৰমুখত থিয় হৈ সি সকলোৰে বাট-ভেটা দি ধৰিলে।

হৰেনে তাক ঠেলা এটা মাৰি কলে "চাওঁ, গুচ্।" উমাকান্তৰ চকু মুখ উদ্‌ভ্ৰান্তৰ দৰে হৈ উঠিছে। কাকো যেন দেখা নাই, কাৰো কথা শুনা নাই। একে ধৰণে সি দুৱাৰমুখত থিয় হৈ থাকিল। হৰেনে তাক আকৌ এবাৰ ঠেলা মাৰোঁতে সিও হৰেনক এটা ঠেলা মাৰি দোকানৰ ভিতৰক পেলাই দিলে। হৰেনে উঠি খণ্ডতে তাৰ মুখত প্ৰচণ্ড ঘোচা এটা মাৰি দিলে। চাৰুৰ দোকানৰ আলাদীন বাতিৰ পোহৰ তাৰ মুখত পৰিছে। দেখিলোঁ, ঘোচা খাই উমাকান্তৰ ওঁঠেদি তেজ নিগৰি পৰিছে। মুখখন দেখিলে কিন্তু মনত ভাব হয় সি যেন হাঁহি আছে। অবোধ, বিহ্বল, শিথিল এটা হাঁহি। এই হাঁহিত তাৰ নিজৰো যেন একো শাসন নাই।

হৰেনে উমাকান্তক আৰু এটা ঘোচা মাৰিবলৈ যাওঁতে চাৰুৱে হাতখনত খাপ মাৰি ধৰিলে। হৰেনেও উমাকান্তৰ ফালে চাই ক্লান্ত ভাৱে দোকানৰ গাদীত বহি পৰিল। আমিও নিস্তেজ হৈ পৰিলোঁ। হঠাতে কেশৱ দাসৰ ঘৰৰ ফালে লৰ মাৰিবৰ একো ইচ্ছা নোহোৱা হ'ল।

হৰেনে উমাকান্তক কলে, "যা দোকানৰ পাচফালে বাল্টিত পানী আছে, মুখখন ধুই আহ। ওঁঠ ফাটিল বোধহয়, তেজ ওলাই আছে। যা, ধুই আহ।" চাৰুক কলে, "চাহৰ দোকানবোৰ বন্ধ হ'ল নেকি অ' চাৰু। নাই হোৱা যদি চাহ কেইকাপমান পঠাই দিবলৈ কৈ আহ চোন। যা।"

আমি উমাকান্তৰ মুখৰ ফালে পোনে পোনে চাবলৈ লাজ কৰিলোঁ। কিজানি চকুত চকু পৰি যায়। মাজে মাজে তাৰ ফালে কেৰাহিকৈ চাইছোঁ তাৰ মুখত হেৰাউৰ দৰে শিথিল হাঁহিটো তেতিয়াও লাগি আছে। অৰ্থাৎ এতিয়াও তাৰ উত্তেজনা কমা নাই।

চাহ খাই খাই চাকৰে হঠাতে অস্বাভাৱিকভাৱে হাঁহি উঠিল। হৰেনক কলে, "ভাল কাণ্ড তোৰো! ভাল বুৰ্বক বনাব খুজিছিলি আমাক। মুখৰ ভাব-ভঙ্গী দেখিলে কোনে ধৰিব মিছা কথা? এনে-কুৱা তামাচা এটানো কিয় কৰিব খুজিছিলি?"

হৰেনে উমাকান্তৰ ফালে তৎক্ষনাৎ এবাৰ চাই ললে। গৰম চাহৰ গিলাচটো ওঁঠৰ কাষত লগাই উমাকান্তই ওঁঠটো সেকি আছে।

# শোকসভা

মহেন্দ্ৰই মুখ জোকাৰি ক'লে—"নাই, নাই, বুঢ়া মানুহজনক কিয় টনা-আজুৰা কৰিব লাগিছে? মই হলে কথাটো একো ভাল দেখা নাই। বাদ দিয়া।"

সুব্ৰতই ক'লে—"নহয় দিয়ক। চৌধুৰীককা নিজৰ পৰাই আহিব খুজিব। কাকতি ডাঙৰীয়াৰ শোকসভালৈ নগৈকৈ থাকিব পাৰিব নে? আজিৰ বন্ধু নে কিবা?"

হয়, গাওঁৰ সকলোৱে শলাগে, সঁচাই, কি মিল বুঢ়া দুজনৰ। মাধৱ কাকতি আৰু যোগেশ্বৰ চৌধুৰী। সৰুকালৰে বন্ধু। সৰুকালৰ বন্ধুত্বই হ'ল আচল বন্ধুত্ব। স্বাৰ্থৰ গোন্ধ নাথাকে। পিচৰ জীৱনত বন্ধুত্ব হয় নে কিবা? পৰিচয় হব পাৰে; কাৰো লগত সামান্য, কাৰোবাৰ লগত ঘনিষ্ঠ। বুঢ়া দুজনে লগ হলে দুনিয়া পাহৰি যায়। শৈশৱকাললৈ উভতি যোৱা যেন লাগে। আপোন-পাহৰা হ কেতিয়াবা এনেধৰণৰ কথাকে কৈ পেলায় যে মহেন্দ্ৰহঁতে আগৰপৰা পলাব লগা অৱস্থাত পৰে।

কাকতিয়ে গাওঁৰ এতিয়াৰ ল'ৰা-ছোৱালী বহুতকে চিনি নাপায়। পাঠকৰ ঘৰত আলহী আহিছিল। তাৰে দুজনী গাভৰু ছোৱালী ঘৰৰ সমুখেৰে গৈ থকাত কাকতিয়ে সুধিলে—"কাৰ ঘৰৰনো হে, ছোৱালী দুজনী?" চৌধুৰীয়ে কপট ডাবি দি কলে—"বুঢ়া হৈ মৰিবৰ হ'ল, এতিয়াও ছোৱালীৰ পিনে চকু দিয়া অভ্যাস দুগুচিল নে তোমাৰ? কি যে হব?"

বুঢ়া দুজনৰ বস কি চাবা? মহেন্দ্ৰৰ মুখত হাঁহি বিৰিঙিল।

যোৱাবেলি গাওঁলৈ আহোঁতে কাকতিয়ে চৌধুৰীক কলে— "কিহে? তুমি দেখোন বুঢ়া হৈ গ'লা একেবাৰে।"

দুয়োৰে বয়স সত্তৰ বছৰ পাৰ হৈ গৈছে।

"চোৱা মোক চোৱা, কেনে আছে চেহেৰা এতিয়াও। ডেকা যেন হৈ আছোঁ। সদায় ফল খাওঁ। তুমিও সদায় ফল খাবা, বুজিছা।"

চৌধুৰীয়ে ভেকাহি মাৰি কলে "খোৱা, খোৱা, তোমাৰ নিচিনা কৃপণ এজনে পইচা দি ফল কিনি খাবা, হৈছে। কি ফল খোৱা হে তুমি? কঁঠাল চঠাল খালে খাব পাৰা কেতিয়াবা; তাৰেই ডাঙ্কোপ মাৰিছা বোধহয়।"

উপস্থিত সকলোৱে দুই বুঢ়াৰ কথা শুনি ৰং ৰস পায়। চৌধুৰীৰ নাতিৰ ভাত মুখত দিওঁতে কাকতি গাৱঁতে আছিল। চৌধুৰীয়ে নিজেই তেওঁক মাতিবলৈ গ'লাল।

"গলে যাবা, নগলে নাই। কোনে খাতিৰ কৰিছে? আজি নাতি-ল'ৰাজনৰ মুখত ভাত দিব বোলে। তোমাক এবাৰ নকলে ৰাজ্যখনত বদনাম গাই ফুৰিবা নহয়।"

"খোৱাৰ বন্দবস্ত কি কৰিছা আগেয়ে কোৱাচোন। তাকে শুনিহে ঠিক কৰিব পাৰোঁ যাম নে নাই। চপ, কাটলেট, সন্দেচ, মিঠাই কি কি আছে কোৱাচোন।"

"হৈছে, হৈছে; এইবোৰ বস্তু কেতিয়াবা চকুৰে দেখি পাইছা, নে ক'ৰবাত নামবিলাক শুনি মুখস্থ কৰি থৈছাহে?" চৌধুৰীৰ চাৰৈ কাকতি গলে চৌধুৰীয়ে সোধে, —"চাহ খাবা নেকি?" আকৌ নিজৰ পৰাই কয়—"তোমাক মিছাকৈয়ে সোধোঁ, বিনা পইচাত পালে ফিনাইল খোৱা মানুহ তুমি। দিলে চাহকাপ নাখাবা নে?"

আগৰাতি চহৰৰ ঘৰত কাকতি ঢুকাল। ৰাতিপুৱাই গাওঁৰ সকলোৱে খবৰ পালে। চৌধুৰীয়েও পালে। ঘৰৰ সকলোৱে ব্যস্ত হৈ উঠিল। কি প্ৰতিক্ৰিয়া বা হয়। খবৰটো পোৱাৰ লগে লগে চৌধুৰীয়ে খুব দুৰ্বলবোধ কৰিলে। এটা বিৰাট আতঙ্কই তেওঁক

আঙুৰি ধৰিলে। ঘটনাটোৱে নিজৰো বয়সৰ কথা অতি নিষ্ঠুৰভাৱে মনত পেলাই দিলে। মৃত্যুৰ সমুখত অসহায় অৱস্থাত অকলে থিয় হৈ থকা যেন পালে। কিছুপৰ থৰ লাগি চকীখনতে বহি থাকিল। তাৰ পিচত আতঙ্কগ্ৰস্ত চিন্তাবোৰক গোটাই লবৰ চেষ্টা কৰিলে। সকলোৱে যে এটা নিৰ্দিষ্ট বয়সতে মৰিব লাগিব তাৰ কি মানে আছে? চৌধুৰীক তেনেই থৰ লাগি চকীখনত বহি থকা দেখি পৰিবাৰে কলে "কিনো ইমান অস্থিৰ হবলগা হৈছে। কাকতিৰ মৰিবৰ বয়স নোহোৱা নহয়। বেমাৰ-আজাৰ ভুগি লেকেটা ভুগি যাবলগা হোৱা নাই, কিমান ভাগ্যৰ কথা।"

চৌধুৰীৰ খং উঠি গ'ল—'আজিকালি বয়সৰ কথা কিনো কৈছা হে? মন্ত্ৰীসকলৰ বয়স কেইজনৰনো সত্তৰৰ কম? বাৰ্ট্ৰাণ্ড ৰাচেল চাহাবে এই বয়সত এতিয়াও টিঘিল ঘিলাই ফুৰিছে। আশী বছৰ বয়সত বিয়া কৰালে মানুহজনে।"

পৰিবাৰে জিভাৰ মাৰি কলে—"তুমিও নকৰোৱা কিয় এটা বিয়া, কৰালে হয়। কোনে হাক দিছে? পিচে সেই আশা পূৰণ নহৈছে। বিচৰাচোন, চাওঁ, কোনে দিয়ে কইনা।" চৌধুৰীয়ে বিষণ্ণ-ভাৱে কলে—"কি পাগলীৰ দৰে কথা কৈছা হে? বিয়াৰ কথা কোনে কৈছে? কথাবাৰ নুবুজা কিয়?"

"নালাগে মোক বুজাবলৈ।" সশব্দে চৌধুৰীৰ পৰিবাৰ ভিতৰলৈ সোমাই গ'ল।

এইয়া! এনেকুৱাকৈয়ে গোটেই জীৱনটো গ'ল। পৰিবাৰে কোনো-দিনাই একো কথাকে নুবুজে, বুজাৰ চেষ্টাও নকৰে। অলপো সহানু-ভূতি নাই।

যি নহওক। জীয়াই থকাটো নিৰ্ভৰ কৰে মানুহৰ শক্তি আৰু কাৰ্য্যক্ষমতাৰ ওপৰতহে। কাকতিৰ মৃত্যু নহব কিয়? কাম-বন একোকে নাই। আগতে ৰাজনীতিত সোমাইছিল, তাকো এৰিলে। ঘৰত সোমাই বহি বহি থাকিলে মানুহে কিমান দিন জীয়াই থাকিব পাৰে? চৌধুৰীৰ কথা বেলেগ। এতিয়াও তেওঁ যথেষ্ট কৰ্মক্ষম

হৈ আছে। গোটেই ঘৰখনকে তেওঁ অকলে চম্ভালি ৰাখিছে। খুচি-খুচি তেওঁ নকৰালে ঘৰৰ গোটেই কামতে বেমেজালি লাগি যায়। ৰাতিপুৱাৰ পৰা ৰাতিলৈ চাৰিওপিনে চকু দি থাকিব লাগে। তেওঁ সকলো কথাতে লাগি থকাৰ কাৰণে ঘৰৰ সকলোৱে কম বিৰক্ত নে। কিন্তু উপায় কি? নাই এনেকৈ থ'হি থাকিলে নহ'ব। বজাৰ কৰি নানিলে ঘৰৰ সকলোতিয়ে খাব কি? অইন দিনাৰ নিচিনা সিদিনাও যোগেশ্বৰ চৌধুৰীয়ে কাম কৰা ল'ৰাটোক লগত লৈ বজাৰলৈ ওলাল। যোগেন, সুব্ৰত, মহেন্দ্ৰ গাওঁৰ ডেকাৰ দলটোৱে আহি তেওঁক কলে—"খবৰ পাইছে নহয়। ৰাতিপুৱাই খবৰ আহিছে কাকতি ডাঙৰীয়া ঢুকাল। মোহনপুৰৰ ডাঙৰ মানুহ বুলি কৰলৈ হলে তেৱেঁই আছিল। আবেলি চাৰি বজাত কৃষ্টিসংঘ ভৱনত শোক-সভা পতা হব। আপুনি যাব যেনেতেনে তেওঁৰ সমনীয়া আৰু পুৰণি বন্ধুৰ ভিতৰত আপুনিহে আছে এইখিনিতে। সেই কাৰণে আপোনাক সভাপতি পতা হৈছে। আমি চাৰে তিনি বজাৰ পিচতেই আপোনাক লৈ যামহি।"

ঠিকেই, কাকতিৰ সমনীয়াৰ ভিতৰত গাৱঁত একমাত্ৰ চৌধুৰীহে আছে। মাধৱ কাকতি এজন লেখত্‌লবলগীয়া মানুহ হৈ উঠিল। মাজতে এবাৰ মন্ত্ৰীও হৈছিল। অৱশ্যে ৰাজনীতিৰ পৰা কেতিয়াবাই অৱসৰ ললে। চহৰত তেওঁ নিজাকৈ সজা ঘৰতে আছিল। তাতেই ঢুকাল। চৌধুৰীয়ে স্কুল-মাষ্টৰৰ কামৰ পৰা অৱসৰ লৈ গাওঁৰ ঘৰতে আছে। কাকতিৰ লগত পুৰণি সম্বন্ধটো তেওঁৰ ঠিকেই আছিল। কাকতি গাৱঁত আহিলে আগৰ নিচিনা আড্ডা আৰু তৰ্কাতৰ্কিও জমি উঠিছিল। ঠাট্টা ধেমালি পূৰাদমে চলিছিল।

পঢ়া কালছোৱাত চৌধুৰী কাকতিতকৈ পঢ়াত বহুত ভাল আছিল। পিচে তেওঁ শিক্ষক হৈয়ে থাকিল কিন্তু কাকতি ধাপক-ধাপে উঠি গ'ল। কব নোৱাৰাকৈয়ে প্ৰচ্ছন্ন ঈৰ্ষাৰ ভাব এটা সদাই চৌধুৰীৰ মনত আছিল।

সকলোৱে তেওঁক কাকতিৰ অন্তৰঙ্গ বন্ধু বুলি জানে। শোক-

সভাত দু-আষাৰ কৰই লাগিব। পুৰাৰপৰাই নানান কথাই চৌধুৰীৰ মনত খেলিমেলি লগাইছে। ছপৰীয়া ভাতকেইটা খাই বিচনাত বাগৰ দি কি কৰ তেওঁ তাকেই ভাবিবলৈ ললে। পুৰণি স্মৃতি খুকটি চাবৰ চেষ্টা কৰিলে।

বাক প্ৰথমতে ছাত্ৰ-জীৱনৰ কথাকেই ধৰা যাওকচোন। তেওঁ প্ৰতিবাৰেই পৰীক্ষাত প্ৰথম হৈছিল। আৰু কাকতি? সপ্তম শ্ৰেণীৰ পৰীক্ষাত তেওঁৰ বহী চাই অঙ্ক কৰাৰ চেষ্টা লৈছিল। তেওঁ কোনো-ৰকমে ধাঁৰ কৰি কাকতিৰ সেই চেষ্টা ব্যৰ্থ কৰিছিল; মনত আছে। গোটেই বছৰ আড্ডা আৰু খেল-ধেমালিত ব্যস্ত। পঢ়াৰ সময় ক'ত? য'তেই হুজুগ তাতেই মাথৰ। ক্লাচ নাইনৰ পৰীক্ষা বোধহয়। হয় ক্লাচ নাইনেই হব। যি প্ৰেছত প্ৰশ্নপত্ৰ ছপা কৰা হয় কেনেবাকৈ সেই খবৰ বাহিৰ কৰি কন্দৰ্পই প্ৰেছৰ মেনেজাৰক টকা যাচিলে, প্ৰশ্নবোৰ কৈ দিব লাগে। মেনেজাৰে ল'ৰাৰ বৰ্ণনা দি প্ৰধান শিক্ষকক জনালে। কন্দৰ্পৰ যিটো চেহেৰা, বৰ্ণনা দিলে কাৰো ভুল হোৱাৰ সম্ভাৱনা নাই। সকলো ছাত্ৰৰ সমুখত কন্দৰ্পক বেত দিয়া হ'ল। কিন্তু কম চয়তান। কোনে কোনে লগ লাগি টকা তুলি তাক পঠাইছিল নকলে চৌধুৰীৰ দৃঢ় বিশ্বাস কাকতিও সেই দলত আছিল। কন্দৰ্প দেখোন তাৰ নলে-গলে লগা বন্ধু

কাকতিয়ে কোন বিভাগত মেট্ৰিক পাছ কৰিলে? প্ৰথম বিভাগত তো নহয়েই, কাৰণ সেইবাৰ অকল চৌধুৰীহে স্কুলখনৰ পৰা প্ৰথম বিভাগত পাছ কৰিছিল। কলেজত? ক্লাচত প্ৰফেচৰক উৎপাত কৰাটোহে কাকতিৰ দলটোৰ প্ৰধান কাম আছিল। মেচত থকা অৱস্থাত কিমানৰ পাঠা মাৰি খালে! মাংস ৰান্ধিলে একেটা মেচতে থাকি চৌধুৰীয়েনো নোখোৱাকৈ কেনেকৈ থাকে? পিচে কেতিয়াও তেওঁ পাঠা মৰাত উদগনিও দিয়া নাছিল, সক্ৰিয় অংশও গ্ৰহণ কৰা নাছিল। কাকতি আছিল দলৰ পাণ্ডা। কাৰ পাঠা, কি কথা কোনো চিন্তা নাই। বিবেক বোলা বস্তু থাকিলেহে?

গোটেই সময়ছোৱা নপঢ়াকৈ কাকতিয়ে বি. এ. পৰীক্ষাত পাছ

কৰিলে। নকল-চকল নকৰিলে এইটো জানো সম্ভৱ?

বি. এ. পাছ কৰি চৌধুৰীয়ে মাষ্টৰ কাম লৈ চাকৰিত সোমাল। বিয়াও কৰালে। ৰীতিমত ঘৰ-সংসাৰৰ দায়িত্ব লৈ চলিবলৈ আৰম্ভ কৰিলে; কিন্তু কাকতিৰ তেতিয়াও ল'ৰালি ভাব মুগুচিল। কলিকতাত এম এ আৰু ল পঢ়িবলৈ গ'ল। আচলতে সিমান দিন পৰা যায় ফূর্তি কৰি সময় কটোৱাৰ মতলব। সংসাৰৰ দায়িত্ব একৰাৰৰ চেলু। অৱশ্যে কাকতিৰ ঘৰৰ অৱস্থা শেয়া নাছিল। হলেও তেওঁৰ ফূর্ত্তি কৰি ফুৰিবৰ সুবিধা কৰি দিয়াৰ নিচিনা নহয়। তাতেও হুজুগত মত্ত হ'ল। সভা, সমিতি ভাষা, সাহিত্য এইবোৰ লৈ লাগি থাকিল। আলোচনী এখন বাহিৰ কৰি কাৰোবাৰ কাৰোবাৰ বহুত টকা নষ্ট কৰিলে, অর্থাৎ চৌধুৰীৰ মতে খালে। আলোচনীখন উঠি গ'ল। শেষ পর্য্যন্ত কাকতিৰ এম এ দিয়া নহ'ল। কিবাকৈ বি এল পৰীক্ষাটোহে পাছ কৰিলে।

চৌধুৰী তেতিয়া তুজনী ছোৱালীৰ পিতৃ। গম্ভীৰ প্ৰকৃতিৰ সংসাৰী মানুহ। আৰু কাকতি? ল'ৰাটো হৈয়েই আছে। ছোৱালী-টোৱালী সম্বন্ধে যি ধৰণৰ কথা পাতে শুনিলে কাণ-মূৰ ৰঙা পৰি যায়।

হয়. হয়। কাকতিয়ে হাইস্কুল পতাৰ কাৰণে লাগি পৰিল। নাম কিনাৰ মতলব। টকা-পইচা যিবোৰ তুলিলে তা'ৰ ভালেখিনি যে কাকতিয়ে মাৰি দিয়া নাই, কোনে কব?

বিজয়। ঘোৰ মদাহী। ভদ্ৰ ডেকা সকলোৰে ওচৰ এনাই ফুৰে। তেনেকৈ ধৰিলে চৌধুৰীৰো লগৰ। সেইবুলি চৌধুৰীয়ে কিবা বিজয়ৰ লগত নলে-গলে লাগি ফুৰিছিল নে? কাকতি হ'ল তেওঁৰ প্ৰাণৰ বন্ধু। ঠিকাৰ কামত কিবাকৈ লগাই দিলে। লাহে লাহে বিজয় ডাঙৰ ঠিকাদাৰ হ'ল মদ খোৱাও এৰিলে বোধহয়। ঠিকাৰ কামত কাকতিৰো ভাগ আছিল নিশ্চয়। এনেয়ে নহলে? চৌধুৰীয়ে নিজে কাকতিক মদ খোৱা অৱস্থাত কেতিয়াও লগ পোৱা নাই। মিছা কথা কিয় কম? পিচে লুকাই লুকাই কাকতিয়ে

বিজয়ৰ লগত এটোপা যে ধৰা নাছিল সেই কথাষাৰ জোৰ কেনেকৈ কয়?

কাকতিয়ে চহৰত ওকালতি আৰম্ভ কৰিলে। তেওঁৰ মহৰীজন আছিল বুঢ়া মানুহ। বুঢ়া মৰি থাকিল। কিছুদিন পিচত কাকতিয়ে বুঢ়াৰ ছোৱালীজনীকে বিয়া কৰাই বহি থাকিল। আগতেও হেনো কাকতিয়ে বুঢ়াৰ পৰিয়ালটোক টকাই পইচাই সহায় কৰি আছিল। তেতিয়াহে ওলাই পৰিল, ভিতৰত কিবা এটা গণ্ডগোল আছে নিশ্চয়। ভাল ভাল ঘৰৰ কিমান ভাল ছোৱালী দিব খুজিছিল। নহলেনো অৱস্থা নোহোৱা মহৰীৰ ঘৰৰ ছোৱালীজনীক বিয়া কৰাবলৈ ওলায় নে?

ওকালতিত পইচা ঘটিব নোৱাৰি কাকতি ৰাজনীতিত নামিল বপুৰাৰ নাম কৰাৰ মতলব। কিমান ডাঙৰ ডাঙৰ কথা! চৌধুৰী-হঁতৰ সমষ্টিৰ পৰাই নিৰ্বাচনত থিয় হল। চৌধুৰীয়ে নিজৰ ভোটটো তেওঁক দিয়া নাই, বেছ মনত আছে। নিৰ্বাচনত জিকিলেও। নিজিকিব কিয়? এই খণ্ডৰ যিমান গুণ্ডা, বদমাচ আৰু ছোটলোকৰ লগত তেওঁৰ বন্ধুত্ব। ধৰিমিলি কিবাকৈ মন্ত্ৰীও হ'ল দেখোন। দুৰ্নীতি দূৰ কৰিব লাগে, হেন কৰিব লাগে, তেন কৰিব লাগে, কত ৰকমৰ বক্তৃতা! পিচে কি হ'ল? নিজেই দেখোন খেদা খালে। ভকুৰ দলটোৱে কয় মুখ্যমন্ত্ৰীৰ লগত মতানৈক্য হোৱাত তেওঁ কাম এৰি দিলে। আচলতে নিশ্চয় অক্ষমতা অথবা অইন কিবা গণ্ডগোলৰ কাৰণে খেদা খালে।

আগতেও সাহিত্যিক হবৰ চেষ্টা চলাই আছিল। ৰাজনীতিত সুবিধা নহ'ব দেখি কাকতিয়ে ভালকৈ সাহিত্য কৰাত লাগি গ'ল। চৌধুৰীৰ হাঁহি উঠে। ব্যাকৰণৰ 'ব' জানে নেকি কাকতিয়ে? পিচে যি দেশত যি ৰীতি। হবুচন্দ্ৰ ৰজাৰ গবুচন্দ্ৰ মন্ত্ৰী। অশিক্ষিত সমাজৰ ভাল বেয়া বিচাৰ কৰিবৰ শক্তি আছে নেকি? কাকতিও মস্ত সাহিত্যিক হ'ল। তেওঁৰ কিতাপ অইন ভাষাত অনুবাদো হৈছে বোলে! কি হব? ঢাক-ঢোল পিটি যাক ডাঙৰ বুলি

প্ৰচাৰ কৰা হয়—আজিকালি সেয়ে ডাঙৰ মানুহ!

কাকতিয়ে নিজৰখিনি পুৰা ঠিক কৰি লৈছে। চহৰত ঘৰ বান্ধিছে, সকসুৰা ঘৰ। ছচিয়াৰ মানুহ। প্ৰকাণ্ড দালান বান্ধি মানুহক সমালোচনা কৰাৰ সুযোগ দিবনে? ইমান কেঁচা কাম কাকতিয়ে নকৰে। মানুহে জানে, তেওঁ ওকালতি কৰি আৰু কিতাপ লিখি যিখিনি পইচা পায় তাকে দিহে ঘৰ সাজিছে।

ইফালে একমাত্ৰ ল'ৰাজনক উচ্চ শিক্ষাৰ কাৰণে ইউ·কে লৈ পঠিয়ালে। তাক আনি কেন্দ্ৰীয় চৰকাৰৰ ডাঙৰ কামত লগাই দিছে। নিজৰ তাল ঠিক আছে অৱশ্যে ল'ৰাজন হেনো লিখা-পঢ়াত খুব ভালেই আছিল · হ'লেও।

চৌধুৰীয়ে ভাবি ভাবি দেখোন শোকসভাত কবলগা কথা একোৱে পোৱা নাই। কাকতিৰনো কি এনে এটা ভাল গুণ আছিল? কিনো ডাঙৰ কাম এটাকে কৰিছে? গোটেই জীৱনটোতে হুজুগপ্ৰিয়, আৰু মানুহক দেখুৱাৰ তালতহে আছিল। আঁকোৰগোজ, দাম্ভিক, স্বাৰ্থপৰ, এয়েইতো তেওঁৰ গুণ। মানুহে তেওঁক লৈ হৈ·চৈ কৰিব পাৰে সেইবুলি তেৱোঁ মানুহৰ লগত নাচিবলৈ আৰম্ভ কৰিব নে? বন্ধু! কিহৰ বন্ধু? মুখত এনেকুৱা সকলোৱে বন্ধু। ধেমালি কৰিয়েই চৌধুৰীয়ে কৈছিল। মানে মনত যথেষ্ট আশা লৈয়েই ধেমালিৰ সুৰত কাকতিক কৈছিল—"ক'ত আৰু বাহিৰত ছোৱালী বিচাৰিবা? মোৰ গুমলীয়া ছোৱালীজনীক লোৱা, তোমাৰ ল'ৰাৰ কাৰণে।"

ৰাখিলে কাকতিয়ে কথাষাৰ? কিহৰ বন্ধু? লাজ-মান কাতি কৰি মুখ ফুটাই তেওঁক কথাষাৰ কলো। জীৱনত এই একমাত্ৰ কথা, অনুৰোধ বুলিয়েই ধৰকচোন। মুখৰ আগতে কাকতিয়ে কলে—"হেৰা, বৱৰ পাঞ্জাবী ছোৱালী এজনীৰ লগত বিয়াৰ ঠিক-ঠাক হৈ আছে নহয়। পাঞ্জাবী হলে কি হব? বৰ ভাল ছোৱালীজনী। মই দেখিছোঁ, কথা-বতৰাও হৈছোঁ।"

চৌধুৰীয়ে যেন পাঞ্জাবী ছোৱালীৰ গুণ বৰ্ণনা শুনাৰ কাৰণে অস্থিৰ। দেশত অসমীয়া ছোৱালী নাই? চাল। যেনে বাপ, তেনে

ল'বা। আচলতে শিক্ষকৰ ছোৱালী এজনীক ল'ব কিয়? বন্ধু'
কিহৰ বন্ধু হে?

নাই, চৌধুৰীয়ে শোকসভালৈ যাব নোৱাৰে। বুঢ়া বয়সত বাইজৰ মাজত এসোপা মিছা কথা মাতি কপট কান্দোন কান্দি আহিব নোৱাৰে। গোটেই জীৱনে ধেমালিৰ সূত্ৰত হ'লেও আচলতে কাকতিক গালিয়েই পাবি আহিছে। আজি আকৌ প্ৰশস্তি গাবলৈ উৰাহ হৈ লব ধৰিব নোৱাৰে।

আবেলি চাৰিমান বজাত সুব্ৰত আৰু মহেন্দ্ৰই মৌজাদাৰৰ গাড়ীখন লৈ আহি চৌধুৰীৰ ঘৰৰ সমুখত তেওঁৰ নাতি ল'ৰাজনক লগ পালে।

দৈনন্দিন জীৱনৰ আৱৰ্তনত কেতিয়াবা চৌধুৰীৰ মনত সামান্য আঁচোৰ এটা লাগিছিল। ভিতৰি ভিতৰি অজ্ঞাতে সেইটোৱে কৰিছিল প্ৰকাণ্ড এটা ক্ষতৰ সৃষ্টি। বন্ধুত্বৰ সহজাত সংস্কাৰৰ প্ৰভাৱত চৌধুৰীয়ে নিজেও ইমানদিনে সেইফালে চাবলৈ অস্বীকাৰ কৰি আহিছিল। আজি খুচৰি চাওঁতে ক্ষতৰ তেজ আৰু পুঁজ ওলাই বিগত দিনৰ সকলোবোৰ স্মৃতিকেই ক্লেদাক্ত কৰি দিলে। গতিকে পঙ্কিল আৰু বিষাক্ত মনেৰে চৌধুৰী ক্লান্ত ভাৱে বিচনাত পৰি আছে।

নাতি ল'ৰাজনে কলে যে ককাদেউতা ভাত-পানী খাই যে শুইছে এতিয়াও উঠা নাই। নাই, অইন দিনা ইমান পলমকৈ শুই নাথাকে। চৌধুৰীৰ ডাঙৰ ল'ৰাজনেও আহি কলে –"দেউতাই কাকতিখুৰাৰ মৃত্যুত বৰ অভিভূত হৈ পৰিছে। তেওঁক আজি টনা আজোৰা নকৰাটোৱে ভাল হব নেকি?"

মহেন্দ্ৰই কলে –"ঠিকেই কৈছে। শোকত তেওঁ কাতৰ হবই। আমাৰ আগতেই বুজি পোৱা উচিত আছিল। তেওঁৰ সমনীয়া একমাত্ৰ কাকতি ডাঙৰীয়াহে আছিল। আজিৰ বন্ধুতো নহয়। ঠিক আছে দিয়ক তেওঁক বিৰক্ত কৰিব নালাগে। নামাতিব তেওঁক, আমি যাওঁ।"

সুব্ৰত ইমান সহজতে এৰি দিয়া ডেকা নহয়। কলে—"তেওঁক

মিটিঙত লৈ যাব পাৰিলে ভাল আছিল। মিটিঙত উপস্থিত থাকিলেই হব; একোকে কব নালাগে।"

মহেন্দ্ৰই ব্যস্ত হৈ ক'লে—'নাই, নাই। এইবোৰ বাদ দিয়া। বুঢ়া মানুহ। শোকে—তাপে মানুহজন বিচনাত পৰি আছে। মিটিঙলৈ লৈ গৈ কিবা এটা হওক, লাগিব এটা জগৰ। ব'লা যাওঁ। মই আগতেই হাক দিছিলোঁ। কাকতিকক তেওঁৰ আজিৰ বন্ধু? এই শোক সহ্য কৰি চৌধুৰীকক বিচনাৰ পৰা আকৌ উঠিব পাৰে নে নাই সেইটোহে মোৰ সন্দেহ।"

# আপোচ

এছ ডি অ' জনৰ নাম অভয় খাটনিয়াৰ। বহুতো ঠাই ঘূৰি ঘূৰি আহি কেৰা বছৰৰ পৰাই ভাওনাগুৰিত আছে। শকত-আৱত মানুহ। ইস্ত্রি নোহোৱা ঢিলাঢোলা পোছাক-পাতি পিন্ধি থপ্ থপ্কৈ ঘূৰি ফুৰে। মূৰত চুটিকৈ কটা কদম ফুলৰ নিচিনা পকা চুলি। ভলভলীয়া মেলকি মানুহ। পৰিবাৰৰ লগত ৰখা নাই; অকলে থাকে। গধূলি সদায় তেওঁৰ তাত তাছৰ আড্ডা বহে। সুধীৰ ডাক্তৰ, হৰেকৃষ্ণ কম্পাউণ্ডাৰ, আৰু সদানন্দ মাষ্টৰ আহিবই, বতাহেই হওক কিম্বা বৰষুণেই দিয়ক।

ৰজত দাস নতুনকৈ এছিষ্টেণ্ট ইঞ্জিনিয়াৰ হৈ আহিছে। তাৰো মানুহজনক বেছ ভাল লাগিছে! খোলা মনৰ মানুহ। মানুহক যি কব লাগে মুখৰ আগতেই কৈ দিয়ে, আৰু বেছ চিঞৰ-বাখৰ কৰিয়েই। কাকো খাতিৰ কৰি চলা বিধৰ মানুহ নহয়। ভেম, ফষ্টি একো নাই। পোছাক পাতি, আচবাব পত্র সম্বন্ধে একো মন-কাণ নাই। থকা ঘৰটোত কাঠৰ চকী কেইখনমান। মেজত টেবুল-ক্লথ নাই। খিৰিকীত গি কেইখন পর্দা আছে সেইকেইখনো লেতেৰা আৰু ফটা। কেৱল খোৱা সম্বন্ধে অলপ দুর্বলতা আছে। নিজেও খায়, মানুহকো খুৱায়। সেই বিষয়ে কৃপণালি নাই।

এই খোৱাৰ কথা লৈয়েই মানুহজন জ্বলি উঠিল। ৰক্তচাপ বৃদ্ধি হৈ এটা দুর্ঘটনা ঘটে বুলি ৰজত উদ্বিগ্ন হৈ পৰিল।

"দেশখন অধঃপাতে গ'ল। তলৰ পৰা ওপৰলৈ দুর্নীতি বিয়পি পৰিছে। সততা বোলা কথাটোকে অভিধানৰ পৰা তুলি দিব লগা

হৈছে। প্ৰত্যেকেই যেনেকৈ নহওক পইচা ঘটাব তালতে ব্যস্ত। দেশৰ মানুহ মৰকে বা চৰকে, নিজৰ পেটটো শকত হলেই হ'ল। নাই, বেছিদিন নাই। এনেকুৱাকৈ চলিলে দেশ ৰসাতলে যাব।"

খাটনিয়াৰে ৰজতক বেছ মৰম কৰে হেজাৰ হওক ল'ৰাৰ বয়সীয়া ল'ৰা। নতুন মানুহ ৰজত। খাটনিয়াৰক সুধি-পুছি কাম কৰাত একো সঙ্কোচ নাই। অভিজ্ঞ মানুহ, মনটোও ভাল।

ৰজতে কওঁ নকওঁ বুলি কথাষাৰ কৈয়েই পেলালে। মানে অনন্ত ঠিকাদাৰৰ কথা।

নাম শুনিয়েই খাটনিয়াৰ জ্বলি উঠিল "তাৰ কথা নকবা মোক। এক নম্বৰৰ বদমাচ।"

"সেইটোৱেতো কথা। সি মোক ধৰিছে মাটিৰ খন্তিবোৰ জোখোঁতে মাপত বঢ়াই দিব লাগে। অতিৰিক্ত যিখিনি হব তাৰ শতকৰা পঁচিশভাগ মোক দিব। চাওঁচোন কি সাংঘাতিক কথা।"

খঙতে খাটনিয়াৰ ৰঙা পৰি গ'ল। ৰজতৰ অলপ ভয়েই লাগি গ'ল। অনন্ত ঠিকাদাৰ আগত থকা হলে আজি কিজানি মাৰ-পিটেই হৈ গ'ল হয়। কথাষাৰ মানুহজনৰ কাণত তোলাটো বৰ ভাল হোৱা নাই।

"হুঃ। ইমান সাহস বদমাচটোৰ। কি হ'ল? তোমাক পঁচিশ পাৰ্চেণ্ট দিব খোজে? কি ক'লা তুমি?"

"মই ভাবি দি দিলোঁ। মোৰ লগত সেইবোৰ কথা নচব।"

"ঠিকেই কৰিছা। মাপত ওপৰঞ্চি যিখিনি দিয়া যায় তাৰ পঞ্চাশ পাৰ্চেণ্ট দিব লাগে; এইটো এটা বন্ধা-ধৰা নিয়ম। নতুন মানুহ পাই তোমাক ঠগাব খুজিছে। চয়তান ক'ৰবাৰ! কৈছোঁ নহয়, ৰাজ্যত ভাল মানুহ এটা নাই। কোনে কাক কেনেকৈ ঠগাব পাৰে সেই তালতে আছে।"

ৰজত দাস দেৱেন মহন্তৰ ঘৰতেই থাকে। ভাওনাগুৰি সৰু ঠাই। বিভাগীয় আৱাসস্থল নাই। ভেৰণীয়া ঘৰ পোৱাও টান। মহন্ত সম্বন্ধত ৰজতৰ কিবা এটা হয়। তেনেকৈ লগাভগা একো।

নহয়। মহন্তই কলে, "কিনো কথাটো? আমাৰ ইয়াতেই থাকিবা! অকলশৰীয়া মানুহ। তোমাৰ ঘৈণীয়েকক কিহৰ আৰু এখন সংসাৰ পাতিব লগা হৈছে?"

সেই একেটা কথাকে সুভদ্রা বৌয়ে অলপ ঘূৰাই কলে, "আপুনিও যে কি কয়। আমাৰ ইয়াত থাকিব কলেই থাকিব নে? গাৱঁলীয়া খেতিয়ক মানুহৰ ঘৰত থাকি তেওঁ ভাল পাব জানো?"

দেবেন মহন্ত ক্ষীণ গঢ়ণৰ অতি ঠাণ্ডা মেজাজৰ মানুহ। নিজেই কয়, "বুদ্ধিৰ বলতহে খাই আছোঁ। আগতেনো মোৰ কি আছিল?"

সঁচাই। আগতেনো কি আছিল? ধানৰ কাৰবাৰ কৰে। গাৱঁৰ মানুহে বিক্রী কৰিব খুজিলেও আজিকালি বলতো নেঠা। ধানেই বা কাক দিয়ে, পইচাৰ কাৰণেই বা ক'ত ঘূৰি ফুৰে? হাটে বজাৰে লৈ বিক্রী কৰিবও নোৱাৰি, মহা জুলুম। মহন্তই পাৰে। বন্ধি থকা মানুহ। এবাৰ এখন অনুমতিপত্র আনি তিনি-চাৰিমান ধান লৈ যায়। ক'ত কি কৰিব লাগে নিয়ম-কায়দা জানে। তওক তেওঁ। মানুহজন পিছ পৰা নহয়। বৰ মিঠাগধীয়া মানুহ। নিজৰ বুদ্ধিত দুটা পইচা ঘটিছে, ঘটক।

মহন্ত চৰকাৰীভাৱে খেতিয়কেই। নিজে খেতি নকৰে। মাটি-খিনি আধি দিয়ে। জনাজনা মানুহ। কৃষি বিভাগৰপৰা ক'ত কেনেকৈ সা-সুবিধা কি পাব পাৰি খা-খবৰ ৰাখে। আদায় কৰিব জানেও। পাৰেও। গাৱঁৰ সাধাৰণ খেতিয়কে এইবোৰ কথাৰ কি ভূ-ভাললা পাব? ঘূৰাঘূৰি কৰোঁতে মহন্তৰ পইচা কিছু খৰচ নোহোৱা নহয়: হয়। ইফালে-সিফালেও অলপ দিব লগা হয়। খৰচখিনি ক'ৰপৰা আহিব? গুটি, সাৰ এইবোৰ দি তেওঁ গাৱঁৰ খেতিয়কৰ পৰা পইচা লয়। সঁচা কথা। নহলেনো তেওঁৰ লোকৰ পিচে পিচে ঘূৰি ভৰিও ধৰি ফুৰাৰ কি দৰকাৰ? আলকচোন, যাওঁকচোন গোঞ্জলা কলিতাই! ক'ৰপৰা সাৰ, গুটি এইবোৰ আনে, আনক। কাজেই মহন্তই নিজেও একো অন্যায় কাম কৰিছে বুলি নাভাবে, আনেও নাভাবে।

সুভদ্রা বৌ ওখ-পাখ বেছ ধুনীয়া মানুহগৰাকী। মহন্ততকৈ বয়সত ভালেখিনি সৰু। ল'ৰা-ছোৱালী হোৱা নাই। দেখাতো একেবাৰে ছোৱালী যেন হৈ আছে। কথা-বতৰাত বেছ খোলামেলা। পিচে নিয়ম-নীতি বৰ বেছি। ৰাতিপুৱা গাতিরন কৰি, চোতাল সাৰি, গোবৰ-পানী ছটিয়াই, গা-পা ধুইহে চাহ-জলপান কৰাত হাত দিয়ে। জ্বৰেই হওক কিম্বা বৰষুণেই হওক। মহন্তই ঘূৰাঘূৰি কৰি দুপৰীয়া কেতিয়া ঘৰ পায়হি একো ঠিক নাই। সুভদ্ৰা বৌয়ে ভাত-পানী নোখোৱাকৈ মহন্ত নহালৈকে বৈ থাকে। মহন্তই ৰজতক কলে, "কলাচোন তুমিয়েই। কৈ কৈ মই হাইৰাণ হৈছোঁ। শুশু-নিলে কি কৰিবা?"

সুভদ্রা বৌয়ে সলজ্জভাৱে হাঁহিলে, "সেইবুলিনো সাতামপুৰুষীয়া নিয়ম-নীতিবোৰ বাদ দিম নে? ইমান থকে পোৱা নাই মোক। তোমালোক চাহাব মানুহ, তোমালোকৰ কথা বেলেগ। তুমি বিয়া কৰালে কইনাক আগতে খাব দি সেইখন পাতে খাবা।"

ৰজতে মহন্তক কলে, "দাদা, ইয়াৰ হাটত মুৰ্গী দেখোন বৰ সস্তা। খাব নেকি? আনিম?"

মহন্তই মিচিকিয়াই হাঁহি কলে, "তোমাৰ বৌয়েৰাক কৰা।"

সুভদ্রা বৌয়ে জাঁপ মাৰি উঠিল, "হয়তো। সেইখিনিয়েই বাকী আছে। ইমান মেলেছ হব নালাগেচোন।"

ৰজতে কলে, "তোমাক খাব কোৱা নাই। আমি বাৰাণ্ডাত ৰান্ধি খাম।"

বৌ উদ্বিগ্ন হৈ উঠিল, "হে বোপাই, নালাগে দিয়া। বাচন-বৰ্তন গোটেই লেটিপেটি হব। বৰ লেয়া কথা। ইমান অনাচাৰ কৰিব নালাগে দিয়া। মুৰ্গীৰ মাংসৰ বাহিৰেও আৰু খোৱা বস্তু আছে। পাঠা, পাৰ, এইবোৰ খালেই আমাৰ হব দিয়া।"

মহন্তই খেক্‌খেক্ কৰি হাঁহি দিলে। খন্তেক এটা পাক মাৰি সুভদ্রা বৌয়ে কলে, "এওঁৰ হাঁহিখন চোৱা। ইমান চাহাব তোমাৰ ইচ্ছা যদি মেমচাহাব এজনীক বিয়া নকৰালে কিয়?"

সুভদ্রা বৌয়ে দিনব দিনটো কাম কৰি থাকে। বজত ঘৰত থাকিলে কামৰ মাজতে তেওঁৰ লগত কথা পাতে। বিয়াৰ কথা কৈ বজতক জোকায়। পিচে নাই। এতিয়াই বজতে বিয়া নকৰায়। বিয়া মানেই 'ঝামেলা'। পৃথিৱীৰ পৰিধি বৰ সৰু হৈ যায়। পিচে কি যে কুক্ষণত ঠাইত কাম কৰিবলৈ আহিছে। এজনী ছোৱালীৰ লগত কথা পাতিবলৈকো সুযোগ নাই। বাটত দুই এজনী ছোৱালী চকুত নপৰা নহয়। দেখাদেখি নোহোৱা নহয়। কিন্তু কি সূত্র লৈ সিহঁতৰ ঘৰলৈ যোৱা অহা আৰম্ভ কৰিব পাৰি? চহৰৰ কথা বেলেগ। এজন ইঞ্জিনিয়াৰক কইনা গতাবৰ কাৰণে সকলোৱে উৎসুক হৈ উঠিব। ইয়াত নো ওখ গছত কোনে হাঁকোটা লগাবলৈ আগবাঢ়িব?

চহৰত অফিচৰ কামত থাওঁতে বজতে দেখিছিল ভটুই স্কুটাৰৰ পিচফালে ছোৱালী এজনীক তুলি ঘূৰি ফুৰিছে। "উৰি ফুৰা, উৰি ফুৰা। আমাৰো দিন আহিব।"

সুভদ্রা বৌৰ ভৰি দুখন দীঘলীয়া ধৰণৰ, অলপ ভৰা ভৰা। মুখখন আৰু ভৰি দুখনৰ মাজত অদ্ভুত এটা অসামঞ্জস্য। তেওঁৰ মুখখন যেতিয়া গম্ভীৰ আৰু চিন্তিত হৈ থাকে ভৰিদুখনে তেতিয়াও ছন্দমুখৰ আৰু প্ৰগলভ হৈ উঠে। স্তব্ধ হৈ থিয় হৈ থকা অৱস্থাতো সিদুখনে অকম্পিত ছন্দত নিৰন্তৰ নাচি নাচি উঠে। সুভদ্রা বৌৰ লগত যেন ভৰিদুখনৰ সম্বন্ধ নাই। সিদুখনৰ যেন এটা নিজস্ব বিশিষ্ট সত্তা আছে। সিদুখনক ঘেৰি এটা উৎসৱৰ সংকেত, এটা ৰহস্যাচ্ছাদিত আহ্বান যেন জটপট লগাই বাগৰি ফুৰে। মহন্তৰ এই বাৰাণ্ডা, এই চোতাল আৰু এই ধানভঁৰালৰ গণ্ডীৰ মাজত ঘূৰি ফুৰিলেও সুভদ্রা বৌৰ ভৰিদুখনে যেন বহুতো অজ্ঞাত আৰু অদৃশ্য বাটৰ সন্ধান জানে। মহন্তৰ ঘৰৰ ধূলি-মাকতিৰ মাজে মাজে সিদুখনে যেন এখন সপোনপুৰীত বিচৰণ কৰি ফুৰে।

বজতে সুভদ্রা বৌৰ মুখৰ ফালে ভুথা লাগি চাই নাথাকে। এইখিনি শালীনতাবোধ তাৰ আছে, কিন্তু তেওঁৰ ভৰি দুখনে তাৰ দৃষ্টিক দুৰ্বাৰ আকৰ্ষণত টানি লৈ আহে। তাৰ চকুতো অদ্ভুত এটা

ছন্দৰ আবেগ লাগি যায়। দৃষ্টিয়ে তাৰ সুভদ্ৰা বৌৰ প্ৰতিটো পদক্ষেপ নিৰ্ভুলভাৱে অনুসৰণ কৰে।

গধূলিতেই ট্ৰাকখন আহিছে। মহন্তৰ ঘৰৰপৰা ধান বোজাই কৰি ৰাতি ট্ৰাকখন যাবলৈ ওলাল। মহন্তই কলে "ময়ো যাওঁ দিয়া ট্ৰাকখনতে। বাটত কিবা দিগদাৰী হব পাৰে। মই গলে চম্ভালিব পাৰিম। বাটতে সকলোৱে বৰালি মাছৰ নিচিনা হা মেলি বহি আছে। বেটাহঁতৰ কম খ... নেকি। এঃ নকৰা। লাভৰ পইচা এনেকৈ মানুহক দিওঁতেই যায়। কি কৰিবা? সকলোৱে আছে কেৱল পইচা খোৱাৰ তালতে।"

বিচনাত শুই বজতে ভাবি আছে। টোপনি অহা নাই। অনন্ত ঠিকাদাৰে চল্লিশ পাৰ্চেন্টৰ ওপৰত কোনোমতেই নগ'ল। কম টেণ্ডৰ? তেওঁ হেনো মৰি যাব। কামত তেওঁৰ লোকচান হ'ল। কাম কৰা মানুহবোৰে অগ্ৰিম পইচা লৈ কাম নকৰাকৈ পলাল। কত ৰকমৰ কৈফিয়ৎ। ফাকি কথা। মাটি কটা কুলিক হিচাপ দিওঁতে জোখত সিহঁতক আগতেই টগালে খন্তি মাপ কৰোঁতে দীঘল বহল ঠিকেই জোখে। পিচে ওখত এক ইঞ্চি কমালে বহুত কমি যায়। কুলিয়ে যদি এক ফুট দ কৰিছে তেওঁ কুলিক হিচাপ দিওঁতে ধৰিব দহ ইঞ্চি। ইফালে বজতৰপৰা জোখত ধৰাই লব পোন্ধৰ ইঞ্চি। সাংঘাতিক মানুহ।

অনন্ত ঠিকাদাৰে এতিয়া ভাৰনোগুৰি বনগাঁও পথত কালভাৰ্টৰ কাম কৰি আছে। চকুৱে চকুৱে ৰাখিব লাগে। ক'ত কেতিয়া কি কৰে পাত্তা নাই। আগতে মাটিৰ কামত ... কেইদিনমান যাব পৰা নাছিল। বাটৰ দুয়োকাষে পুৰণি শিমানবোৰ খন্তি আছে গোটেইবোৰ জালাই কৰি বহি আছে। শৰীৰত লাজলজ্জা বুলি বস্তুও নাই। চুৰি কৰি ধৰা পৰিলেও কোনোৰকম অপ্ৰস্তুত ভাব নাই। যুক্তি ঠিক আছে। "আ..., নিয়ে হিচাব কৰি চাওক। যি ৰেটত কাম পাইছো সেইমতে নিয়মমতে কাম কৰিলে লাভ হব নে ঘৰৰপৰা দিব লাগিব, আপুনিয়ে হিচাপ কৰি চাওক।"

"কম ৰেট দি আপোনাক কাম লবলৈ কোনে কৈছে ?"

"ৰেট কমকৈ নিদিলে কাম পাম কেনেকৈ ? সকসুৰা কামত আজিকালি কি ধৰণৰ খোৱা-কামোৰা লাগি যায় আপুনিতো জানেই। কিবা কৰিতো খাব লাগিব। ডাঙৰ কামত ৰেট ভাল। প্ৰতিযোগিতা কম। ঠিকাদাৰে যি ৰেট দিয়ে সেই ৰেটতে কাম পায়। আমাৰ নিচিনা সৰুবোৰৰ হৈছে মহা মস্কিল। ইফালে ডাঙৰ কাম লব নোৱাৰোঁ। টকা ক'ত ?'

কাজেই অনন্ত ঠিকাদাৰক লাভ কৰিবৰ সুবিধা দিয়াৰ দায়িত্ব যেন ৰজতৰ। পিচে অকল মিঠা মাতেৰে কাম নহব। ৰজত এতিয়াও আগৰ দৰে বুৰ্বক হৈ থকা নাই।

তথাপিও গিয়েই নহওক অনন্ত ঠিকাদাৰৰ পৰা পোৱা টকাখিনিৰে এটা ট্ৰানজিষ্টৰ ৰেডিঅ' কিনিব পৰা হৈছে। নিজান ঠাইত সেইটোকে পকাই কিছু সময় কটাব পাৰি স্কুটাৰ এখন লব পাৰিলে বেয়া নাছিল। নাই, এতিয়াই নহয়। মাৰ্চৰ শেষত কি হয় দেখা যাওঁকচোন

ৰজতৰ টোপনি অহা নাই। ৰাক ভট্টই স্কুটাৰৰ পিচফালে সেইজনী কাকনো তুলি লৈ উৰি ফুৰিছে ? এইখন ঠাই এৰিবৰ চেষ্টা কৰিব লাগিব। এনেকৈ জঞ্জালৰ মাজত সোমাই থাকিব নোৱাৰি

চাৰিওপিনে নিস্তব্ধতা। ৰাতি বহুতো হ'ল। সুভদ্ৰা বৌৱেও শুলে কিজানি। শুইছেতো। গোটেই দিনটো কাম কৰি ঘূৰি ফুৰে। পিচফালে নাদৰ পৰা পানী আনিব লাগে। কম দূৰ ? নাদৰ পৰা পানী আনোতে সুভদ্ৰা বৌৰ ভৰিতুখনে কিন্তু অদ্ভুত-ভাৱে নাচি নাচি আহে।

ৰজতে গাঁকটো ওলোটাই লৈ বাগৰ সলাই শুলে।

কাষৰ কোঠাটোত কোনোবাই অলপ লৰচৰ কৰা যেন বোধ হ'ল। ৰজত হঠাতে উৎকৰ্ণ হৈ উঠিল। কোনোবাই লাহে লাহে আগবাঢ়ি দুয়োটা কোঠাৰ মাজৰ দুৱাৰখনৰ কাষত যেন নিশ্চলভাৱে থিয় হৈ ৰ'লহি। চোৰ, বদমাচ কিম্বা অইন বাহিৰা মানুহতো হব

নোৱাৰে। ৰজতৰতো টোপনি অহা নাছিল। উত্তেজনাত তাৰ গা হাত-ভৰি অদমনীয়ভাৱে কঁপিবলৈ আৰম্ভ কৰিলে।

তাৰ পিচত গভীৰ নিস্তব্ধতা। শুনাত কিবা ভুল হৈছিল নেকি? উত্তেজিত মস্তিষ্কৰ অশান্ত চিন্তাৰ বিকৃত প্ৰতিফলন?

সকলোবোৰ ইন্দ্ৰিয়ৰ অনুভূতি আহি কাণ দুখনত গোট খাইছে। সামান্য শব্দৰ ক্ষিপ্ৰ ব্যাখ্যা কৰাৰ কাৰণে মস্তিষ্ক উদগ্ৰীৱ হৈ আছে। হঠাতে আকৌ এটা শব্দ হ'ল। শব্দটো শুনাত ঠিক যেন কেইপাত খাম হাতৰ সৰু-গাঁঠিৰ পৰা অলসভাৱে আৰম্ভ কৰি হঠাতে অতি দ্ৰুতবেগে কিলাকুটিৰ ফালে বাগৰি গ'ল। নিজান ৰাতি কি শব্দ যে কিভাৱে শুনা পায় ধৰা বৰ টান। খুট কৰি দুৱাৰৰ খিলটো খোলাৰ নিচিনা এটা শব্দ হ'ল। উত্তেজনাত ৰজতৰ উশাহবোৰ চুটি হৈ আহিল। লণ্ঠনটো এটা চুকত কমাই থোৱা আছিল। অনুজ্বল পোহৰত সমস্ত শক্তি দৃষ্টিত কেন্দ্ৰীভূত কৰি ৰজতে দুৱাৰখনৰ ফালে চাই থাকিল। আকৌ বাহিৰা শব্দ একো নোহোৱা হৈ পৰিল। ৰজতৰ হৃৎপিণ্ডৰ 'ধক্ ধক্' শব্দৰ বাহিৰে পৃথিৱীত অইন একো শব্দ নাই। ক্ৰমাৎ উশাহ লোৱাৰ কাৰণে কোঠাটোত যথেষ্ট বতাহ নোহোৱা হৈ পৰিল। ৰজতে বুজি পালে এনেকুৱাকৈ থাকিলে তাৰ মৃত্যু হ'ব। শ্বাসৰুদ্ধ হৈ সি মৰি থাকিব।

হঠাতে দুৱাৰখন খুলি এটা নাৰীমূৰ্তি হেঁচাক মাৰি সাউৎকৰে ভিতৰলৈ সোমাই আহিল। খোলা দুৱাৰখন ধৰি অলপপৰ চিন্তিতভাৱে শিলৰ মূৰ্তিৰ দৰে থিয় হৈ থাকিল। তাৰ পিচত লাহেকৈ দুৱাৰখন জপাই ইফালৰ পৰা খিলটো লগাই দিলে।....

ৰজতৰ উঠাত বহুত পলম হ'ল। টোপনিৰ ভাব কাটি পোৱা নাই ৰাতি এটা অদ্ভুত সপোন দেখি ৰাতিপুৱা সপোনৰ ঘটনাটো মনত পেলাবলৈ চেষ্টা কৰিলে যেনে অৱস্থা হয় তেনেকুৱা। পৃথিৱীৰ গোটেইখিনি কুঁৱলীয়ে যেন মূৰটোৰ ভিতৰত পাক খাই ফুৰিছে। চিন্তা, ভাৱনা, অনুভূতি সকলোবোৰ ঢাক খাই পৰিছে।

সুভদ্ৰা বৌৱে চোতাল সাৰি আছিল। ৰজতৰ মনত পৰিল

বনগাৱঁত কালঘাট এটাৰ ঠাই দেখুৱাই দিব বুলি অনন্ত ঠিকাদাৰক আঠ বজাত উপস্থিত থাকিবলৈ কৈছে। আঠ বাজি গলেই।

বজতে লৰালৰি লগাই দিলে। সুভদ্ৰা বৌক কলে, "সোনকালে চাহ একাপ লাগিছিল। এতিয়াই ওলাব লাগে।"

সুভদ্ৰা বৌৱে অভিযোগৰ সুৰত কলে, "ও আই! কালিতে কৈ নথলা কিয়? কি যে কৰা! মোৰ বাহি-কাম শেষ হোৱাই নাই। গা-পা ধোৱাই নাই। কেতিয়া যে কি কৰোঁ?"

বজতে বিৰক্তভাৱে কলে, "হব দিয়, হব দিয়া। শুদা চাহ কাপ বাহি গায়েই বাকি দিয়াচোন। মহাভাৰত অশুদ্ধ নহয়।"

সুভদ্ৰা বৌৱে স্থিৰ দৃষ্টিৰে বজতৰ চকুৰ ফালে চাই কলে, "তুমি ক'লা বুলিয়েইতো মই এইখন অনিয়ম কৰিব নোৱাৰোঁ। পৃথিৱীত ধৰম-কৰম একেবাৰে নোহোৱা হৈ গৈছে নেকি?"

# বাস্তব

দুয়োজনেই লব্ধপ্রতিষ্ঠ সাহিত্যিক। এওঁলোকৰ গল্প বাদ দি পূজা কিম্বা বিহু সংখ্যা এখন বাহিৰ কৰাটো গি কোনো কাকতৰ সম্পাদকৰ পক্ষে এটা ভাবিব নোৱাৰা কথা। দুয়োজনেই মোৰ বন্ধু। গধূলি প্ৰণৱ দাসৰ তাতে বহি থাকোঁতেই ৰমেন বৰুৱাও আহি ওলাল। কথাই কথাই অসমীয়া সাহিত্যৰ কথা উঠিল। দাসে কলে, "নাই, মই অসমীয়া গল্প নপঢ়োঁ। পাতল আৰু সেৰেকা। বাজ্যৰ অবাস্তব ঘটনাৰ সমাবেশ।"

অৰ্থাৎ যি লিখে তেৱেঁইহে। পিচে কি হব? এটা আঞ্চলিক ভাষাৰ সাহিত্যৰ গোটেইখিনি বোজা এজন মানুহে কান্ধত লৈ থাকিব পাৰে নে? সেইকাৰণে তেওঁৰ কথাত আত্ম-প্ৰত্যয়ৰ ভাব থাকিলেও হতাশাৰ প্ৰকাশ নথকাও নহয়। বিৰক্তভাৱে কলে, "কেতিয়াবা সময় পালে ইংৰাজী কিতাপ দুই-এখন পঢ়োঁ। অসমীয়া গল্প এটা আৰম্ভ কৰিলেও শেষ পৰ্যন্ত ধৈৰ্য্য ধৰি পঢ়ি শেষ কৰাটো অসম্ভৱ"

হয়। ইংৰাজী কিতাপ নিশ্চয় তেওঁ দুই-এখন পঢ়ে। নহলে অলপতে বজাৰত ওলোৱা পকেট বুক'ৰ ষ্টিফেন লিককৰ গল্প এটাৰ লগত তেওঁৰ লিখা গল্প এটা মিলি যায় কেনেকৈ?

পিচে দেখা গ'ল ৰমেন বৰুৱাৰো মত একেটাই।

"দুৰ, দুৰ। জঘন্য কাৰবাৰ। এজন সাহিত্যিকো বয়ঃসন্ধিক্ষণৰ ডেওনা পাৰ নহ'ল। তৰল ভাৱ প্ৰৱণতা লৈ সেই একেধৰণৰ গল্প লিখিয়েই আছে। অসহ্য! ঠিকেই কৈছে। মৱো পাৰিলে ইংৰাজী কিতাপহে দুই-এখন পঢ়োঁ।"

তেওঁৰ কথাও সঁচা। হয়, ইংৰাজী কিতাপ তেওঁ পঢ়ে। যৌন নগ্নতাৰ যি বৰ্ণনা তেওঁৰ গল্পত পোৱা যায় সেইটো অসমীয়া সমাজৰ চিত্ৰ নহয়। আছে, যৌন ব্যভিচাৰ, যৌন বিকৃতি এইবোৰ ইয়াতো আছে। কিন্তু অইন এটা বস্তুও আছে। সেইটো হ'ল নৈতিক সংস্কাৰৰ নিগূঢ় যুক্তিৰে ঢুকি নোপোৱা এটা অন্যায়বোধৰ ভাব। আৰু এটা কথা। বিদেশী বিখ্যাত লিখকৰ গল্পত যৌন অসংযমতাৰ চিত্ৰ যেনেকৈ আছে লগতে অইন সমস্যাৰ অৱতাৰণাও আছে। সামাজিক আৰু মানসিক জীৱনৰ আলেখ্যও তাত স্পষ্ট-ভাৱে ফুটি উঠিছে। অৰ্থাৎ সাহিত্যিক মূল্য এটাও আছে।

মুঠতে বুজা গ'ল এওঁলোকৰ মতে নিজক বাদ দি অসমীয়া সাহিত্যত লেখত লবলগা দ্বিতীয় মানুহ এজনো নাই। নিজেই যথা-সাধ্য চেষ্টা কৰি আছে, অসমীয়া সাহিত্যক বিশ্বসাহিত্যৰ শাৰীত স্থান দিবলৈ। কিন্তু অকলে কি কৰিব? অইন মানুহ হোৱাহলে হাল মেলি দি বহি গ'ল হয়। কিন্তু মহান দায়িত্ববোধ এটা আছে কাৰণেই এওঁলোকে লাগি আছে। বাকী যিবোৰ লিখক আছে তেওঁলোকক লৈ আলোচনা নকৰাই ভাল। মিছাকৈ কিছুমান অনৈতিকৰ কথা কব লাগিব। নিজৰে মুখটো গৰম হৈ উঠিব। অতএব সাহিত্যৰ আলোচনা বাদ দিয়ক। অইন কিবা কথা আছে যদি তাকেই পাতোঁ আহক

মোৰ মতামত অৱশ্যে আৰু এখোপ চৰা। এওঁলোক দুয়োৰে অন্ততঃ এজন উচ্চস্তৰৰ সাহিত্যিক আছে বুলি বিশ্বাস। মই কিন্তু তাকো নাভাবোঁ। মই ভাবোঁ এওঁলোকৰ লিখাও হ'ল স্কুলীয়া ল'ৰাৰ গল্প লিখাৰ তৰল বিস্তাৰণ। সেইকাৰণে লিখাত নাই বাস্তৱ অভিজ্ঞতাৰ প্ৰতিফলন। দহটা গল্প পঢ়ি তাৰ এটা অদ্ভুত সংমিশ্ৰণৰ ফল। জীৱন সম্বন্ধে অভিজ্ঞতা সীমাবদ্ধ। বৰ বেছি নিম্ন-মধ্যবিত্ত সমাজৰ সুবিধাবাদী মনোভাৱ আৰু চালাকিৰ এক্ষম প্ৰকাশ। পঢ়ি ভাব হয়, সমাজত কাৰো জীৱনত কোনো আদৰ্শ নাই, অনু-ভূতিৰ তীব্ৰতা নাই, মানসিক সংঘাত নাই। যেন কথা কম পৰা

এক ধৰণৰ উদ্ভিদৰ বিৱৰণহে। গোটেইখিনিতেই গভীৰতাৰ অভাৱ। আমাৰ চাৰিওকাষে কিমান কাহিনী ঠাহ খাই আছে কিমান সংঘাত আৰু অৱক্ষয়ৰ ইতিহাস। যি কোনো এজনক লৈ লিখিলেই হ'ল। আচল কথা দৃষ্টিৰ স্বচ্ছতা থকাটো প্ৰয়োজন। বিশ্লেষণ কৰাৰ সামৰ্থ্য আৰু অনুভৱ কৰাৰ শক্তি থাকিব লাগিব।

মই নিজেই গল্প লিখিম বুলি ঠিক কৰিলোঁ। নবীন চৌধুৰী কাকতৰ সম্পাদক। বন্ধু মানুহ। আগ্ৰহেৰে ছপা কৰি দিব। অসুবিধা একো নাই। কি লৈ লিখা যায়? এইটো কি ডাঙৰ কথা? যি কোনো এজনক লৈ আৰম্ভ কৰিলেই হ'ল। বাৰান্দাত বহি থাকোঁতে দেখিলোঁ সাবিত্ৰী কলিতা বাটেৰে গৈ আছে। বাছ-ষ্টেণ্ডলৈ গৈ চিটি বাছত উঠি চহৰলৈ যাব। ক্ষীণ চেহেৰাৰ ধুনীয়া তিৰোতাজনী। বয়স চৌবিশ, পঁচিশ হব। আগতে মুখখন বৰ কোমল আৰু মৰমলগা আছিল। এতিয়া অলপ ৰুক্ষ হৈ পৰিছে। হবই। পিন্ধনত ধুৰা মেখেলা-চাদৰ ভৰিত এযোৰ সাধাৰণ চেণ্ডেল। হাতত কাগজেৰে মেৰিওৱা কাপোৰৰ টোপোলা। হৰেন দাসৰ ভাষাত টোপোলাও আছে তাইৰ নিজা বৃত্তিৰ উপযুক্ত পোছাক।

এইয়া! এই সাবিত্ৰী কলিতাক লৈ এটা গল্প লিখিলেই দেখোন হ'ল একেই চুবুৰিতে থাকোঁ। তেওঁৰ জীৱনৰ সকলো কথাই জানো। সমাজৰ অৰ্থনৈতিক অৱস্থা আৰু এই অৰ্থনৈতিক দৈন্যৰ ফলত হোৱা অবক্ষয়ৰ এটা নিষ্ঠুৰ আলেখ্য বেছ হব সকলোখিনি কথাই গল্পত বঢ়িয়াকৈ ফুটাই তুলিব পৰা হব।

লিখিলোঁ। গুৰিৰ পৰাই আৰম্ভ কৰিলো। ৰামনাথ কলিতা আমাৰ লগৰীয়াই আছিল। চহৰৰ উপকণ্ঠত আমিনো প্ৰথমতে কেইঘৰ মানুহ আছিলোঁ? সকলোৰে লগ। সকলোৱে আন্তৰিকতা নাথাকিলেও ঘনিষ্ঠতা আছিল। আমি এটা এটাকৈ পৰীক্ষা পাছ কৰি যাব ধৰিলোঁ কিন্তু ৰামনাথৰ সেইপিনে মন কাণ নাই। গান-বাজনা লৈ মত্ত হৈ থাকিল। মই যেতিয়া কেলকুলাচৰ নোট বিচাৰি লৈ আনো সি তেতিয়া স্বৰলিপিৰ বহী লৈ ঘূৰি ফুৰে। মই এম-

এ. পাছ কৰি চহৰৰ কলেজ এখনত সোমালোঁ। ৰামনাথেও চহৰতে গানৰ 'টিউচনি' কৰে। বৰ, ভাল কথা। কিবা কৰিতো খাব লাগিব। নিজৰ যিখিনি যোগ্যতা আছে তাকে খটুৱাই ভাতমুঠি মোকলাব লাগিব। কিন্তু হলে কি হব? সুখত থাকিলে ভূতে কিলায়। সি তাৰ ছাত্ৰী সাবিত্ৰীৰ প্ৰেমত পৰিল। প্ৰেম ছেমত পৰাৰ তাৰনো কিবা শক্তি আছে নে? নিজে কি দৰৰ মানুহ সেইখিনি কথা গমিপিতি চাব লাগে নে নেলাগে? ধা কৰি প্ৰেমত পৰিলেই হ'ল। ৰামনাথে আমাকো এই লৈ দুই-একাষাৰ কথা কয়। আমি সাৱধান কৰি দিওঁ: 'মৰিবি, মৰিবি, এইবোৰত নাযাবি।' ভাল কথা শুনিব কিয়? আৰু সাবিত্ৰী? সাই ছোৱালীও জানো কম? হঠাতে শুনিলোঁ দুয়ো হেনো কামাখ্যাত বিয়া কৰালে। সাবিত্ৰীৰ ঘৰৰ অৱস্থাও সিমান ভাল নহয়। দেউতাকে প্ৰথমতে অলপ হুলস্থুল কৰাৰ চেষ্টা কৰি পিচত 'যি খুচি কৰা, যেনেকৈ মৰা মৰা' এইবুলি ছোৱালীৰ লগত সকলো সম্বন্ধ ত্যাগ কৰিলে। দেখাত সৰু হৈ থাকিলে কি হব? সাবিত্ৰীৰো বয়স হৈছিল। মুঠতে তাই সাবালিকা। ৰামনাথৰ কাণ্ড-কাৰখানা দেখি আমিও বিৰক্ত হলোঁ। আমিনো আৰু অইন মাত কি মাতিম। 'যি খুচি কৰক, যেনেকৈ মৰে মৰক।'

ৰামনাথৰ ভ্ৰূক্ষেপ নাই। মহানন্দে আছে। চহৰত দুই চাৰিটা গানৰ 'টিউচনি' কৰে। মোনাত ভৰাই অলপ বস্তু লৈ আহে। দুজন মাত্ৰ খাওঁতা, বেছ চলি যায়। উন্নতি কৰাৰ চেষ্টাও নাই, ভৱিষ্যতৰ কথা ভবাৰ শক্তিও নাই। এই একধৰণৰ মানুহ; ফৰিং জাতীয় প্ৰাণী। সংসাৰ এখন পাতিলে যে নিজৰ এটা দায়িত্ববোধ হব, সেইবোৰ নাই। আগতে যেনেকৈ আছিল তেনেকৈয়েই থাকিল। ল'ৰা এটাও হ'ল। তথাপিও হুচ্ নাই। আগৰ দৰেই চলি থাকিল। দায়িত্বজ্ঞানহীন। বাটত এদিন লগ পালোঁ। হাতত প্ৰকাণ্ড এটা চেতাৰ। চেতাৰ নহয়, এইখন হেনো সৰোদ। সিয়েই বুজাই দিলে। মহা আনন্দ। বহু চেষ্টা কৰি মগাই আনিলে। দাম সুধিলোঁ। উল্লসিত হৈ উঠিল—"খুব সস্তাতে পাইছো। এনে-

কুৰা বস্তু এটা পাঁচ-শ টকাৰ কমে ক'ত পোৱা? অন্যোৱা খৰচে সৈতে মোৰ মাত্র তিনি-শ দহ টকা পৰিল।"

মই চক খাই উঠিলোঁ। তাৰ অৱস্থা ভালকৈয়েই জানো। চাইচিতি এই টকাৰে খেতিৰ মাটি অলপ লব পাৰিলে হয়। ধান কেইমোন আছিলেও কম আছে নে। একো নকলোঁ। মই উপদেশ দিওঁতা কোন? উপদেশ দিলেও কোনে শুনে? কাণ্ড দেখি পেটে পেটে বেছ বিৰক্ত হলোঁ। সংসাৰত আপদ-বিপদ কত ৰকমৰ আছে। সংসাৰী মানুহৰ অলপ হুচ্ থকা উচিৎ।

শেষ পৰ্য্যন্ত সেইটোৱেই হ'ল। হঠাতে যেনেকৈ বিয়া কৰাইছিল, তেনেকৈ হঠাতে মৰিও থাকিল। তেওঁতো মৰিল, গ'ল। ইফালৰ ব্যৱস্থা কি হয়? সাৱিত্রী আৰু ল'ৰাটোৰ?

ভীমহঁতৰ ঘৰ ৰামনাথৰ ঘৰৰ লগালগি। ভীমৰ মাক পমাবাইক চুবুৰিৰ একমাত্র বেচৰকাৰী জনহিতকৰ প্রতিষ্ঠান বুলি কব পাৰি। মানুহৰ আপদে-বিপদে, বেমাৰে-আজাৰে নিস্বাৰ্থভাৱে খাটি সহায় কৰি দিয়ে।

ভীম আহি প্রথমতে মোকেই খবৰটো দিলে: 'ৰামনাথ মামাক চহৰত ট্রাক এখনে খুন্দিয়ালে। হাস্পতালত আছে।' গলোঁ লৰালৰিকৈ। সাৱিত্ৰীয়ে কলে, "মই যাওঁ।" ওলাই ভীমৰ মাকক কলে, "বাই ল'ৰাটোক চাবা।" মই কলোঁ "চিটিবাছ বন্ধ হ'ল। এই ৰাতিখন যায় কেনেকৈ। কালিলৈ ৰাতিপুৱাই যাব।"

নাই নুশুনে। ওলালেই। ভীম লৰালৰিকৈ লগতে ওলাল।

গল্পত ময়েই লগত যোৱা বুলি লিখিলোঁ। অলপ ইফাল সিফাল কৰি সাহিত্যিক মূল্য এটা দিবই লাগিব। বাতাৱৰণটোও অলপ পৰিৱৰ্ত্তন কৰি দিলোঁ। এই এনেকুৱাকৈ লিখিলোঁ:

"ঘোৰ অন্ধকাৰ। মাজে মাজে বিজুলি চমকিছে ধাৰাসাৰে বৰষুণ। গোটেই পৃথিৱীয়ে যেন অজস্র ধাৰাত চকুপানী টুকিছে। পুব ফালৰপৰা হো-হোৱাই বতাহ বলিছে। কমলাৰ মনৰ ধুমুহা যেন গোটেই পৃথিৱীতে বিয়পি পৰিছে। মোৰ মনতো ধুমুহা। গাঢ়

অন্ধকাৰ, লগতে অসম্বৃত বসনা যুৱতী নাৰী, পিছল পথ ....।"
শেষৰখিনি কি ভাবত লিখিলোঁ ঠিক ধৰিব নোৱাৰিলোঁ। লিখিলোঁ
যেতিয়া আৰু লিখিলোঁ, কাটকুট নকৰিলোঁ।

ৰামনাথ ঢুকাল। সাবিত্ৰীক সেই সময়ত দেখি মোৰ ভাব
হৈছিল তাই যেন কিবা হতভম্ব হৈ পৰিছে। নিজৰ যে কি সৰ্বনাশ
হৈ গ'ল তাক যেন ঠিক ধৰিবই পৰা নাই। আমাৰ মাজত অলপ
আলোচনা হ'ল। তাই এতিয়া কি কৰে, কেনেকৈ চলে, ইত্যাদি।

হৰেন দাস ৰামনাথৰ সম্পৰ্কত পেহীয়েকৰ ল'ৰা। তাৰ পৰিবাৰ
চিৰৰুগ্না। ল'ৰা-ছোৱালী কেইবাটিও। তাৰ সম্বন্ধে আমাৰ ধাৰণা
বৰ ভাল নহয়। মদ-ভাং খায় বুলিও মানুহে কোৱাকুই কৰে।
কিন্তু দেখা গ'ল আচলতে মানুহজন সিমান বেয়া নহয়। বেয়া
নহয় কি? ভালেই। সি নিজৰ পৰাই ক'লে, "উপায় আৰু কি?
বাঁৰী তিৰোতজনী চলে কেনেকৈ? ল'ৰাটোকেবা মানুহ কৰে
কেনেকৈ? সদায়তে মোৰ তাতেই থাকক। হব কিবা এটা ব্যৱস্থা।
নোৱাৰিম বুলি কৈ দায় সাৰিব খুজিলে হব জানো? চকুৰ আগত
নাখাই মৰিবতো দিব নোৱাৰি। হেজাৰ হওক ৰামনাথ দাদা মোৰ
মামাৰ ল'ৰা।"

সাবিত্ৰীয়ে জুনজুনক লৈ হৰেনৰ ঘৰতেই থাকিবলৈ ললে।
আমিও স্বস্তিৰ নিশ্বাস পেলালোঁ। সাবিত্ৰীৰ ভৱিষ্যৎ সম্বন্ধে একো
কৰিব নোৱাৰিলেও মাজে সময়ে অলস চিন্তা কৰাৰ দায়িত্বৰ পৰাও
সাৰিলো যেনিবা।

ধৰ্ম হাজৰিকাই অৱসৰ গ্ৰহণ কৰাৰ পিচত ইয়াতেই সৰুসুৰা
ফাৰ্মেচী এখন কৰি ওচৰে-পাজৰে চিকিৎসা কৰে। পুৰণি এল.
এম. এফ ডাক্তৰ। যথেষ্ট অভিজ্ঞতা আছে। ৰুগীয়াকো যত্ন কৰি
চায়। পইচা-পাতিৰ সিমান খক নাই। আমাক কয়, 'বহি থাকিব
নোৱাৰোঁহে। বহি থাকিলে দুদিনৰ ভিতৰতে অথৰ হৈ পৰিম।
এইটোৱে ভাল কৰিছোঁ, নহয়? কি কোৱা?" ফলত আমাৰ এই
অঞ্চলৰ মানুহখিনিৰো লাভ, তেওঁৰো লাভ। গধূলি ধৰ্ম কাক

নাথাকিলে আমি মাজে সময়ে হাজৰিকাৰ ফাৰ্মেচীতে বহোঁ।

গধূলি সাৱিত্ৰীক হাজৰিকাৰ ফাৰ্মেচীত সোমাই অহা দেখি আমি আচৰিত হলোঁ। হাজৰিকাই সুধিলে, "কি কথা, মাই?"

'মোৰ ল'ৰাটোৰ আজি কেইবাদিনো ধৰি নেৰানেপেৰা জ্বৰ। আপুনি দয়া কৰি এবাৰ চাই দিয়ক দেউতা।"

এনেতে হৰেন হস্তদন্ত হৈ উপস্থিত।

'বৌ, তুমি ইয়াত কিয়?"

"জুনজুনক এবাৰ চাবলৈ ডাক্তৰ দেউতাক মাতিবলৈ আহিছোঁ।"

"তুমি কিয় আহিব লাগিছে? আমাক নকলা কিয়?"

"কিমান আৰু কম? আজি পাঁচ দিন ধৰি লৰাটোৰ নেৰা-নেপেৰা জ্বৰ। সেইটোৱেই মোৰ একমাত্ৰ সম্বল। আজিলৈকে পেটত এপালি দৰবো নপৰিল। আৰু চাই থাকিব নোৱাৰোঁ। পমা বাইক কামত থৈ নিজেই আহিছোঁ।"

"বাৰু হব দিয়া, হব দিয়া। যোৱা তুমি মই ডাক্তৰক কৈ দৰব পাতি লৈ গৈছোঁ। যোৱা তুমি।" ইফালে ধৰ্ম হাজৰিকা উঠিলেই। মোক কলে, "তুমি অলপ বহাচোন। আহোঁ মই পাক এটা মাৰি।"

হৰেনে ভোৰভোৰালে, "ৰাতিখননো আপুনি কিয় যাব লাগিছে? কিবা এটা দৰবকে দিয়ক। দৰকাৰ বুজিলে দিম নহয় মই খবৰ।"

হাজৰিকাই কলে, "চায়েই আহোঁ এবাৰ। আজিকালি জ্বৰৰ লক্ষণ ভাল নহয়। ভিজিট দিব নালাগে।"

হৰেনে কলে, "ভিজিটৰ কথা লৈ কোনে কি কৈছে? পিছে আমি হলোঁ সাধাৰণ মানুহ। কাহ এটা মাৰিলেও ডাক্তৰক মতাৰ কাৰণে লৰটো মাৰিব পাৰো নে? ৰজা-মহাৰজাৰ ঘৰৰ মানুহৰ কথা বেলেগ।"

হাজৰিকাই এইবোৰ কথাত কাণ নিদি সাৱিত্ৰীক কলে, "ব'লা মাই, যাওঁ।"

ভীমক সাৱিত্ৰীহঁতৰ ঘৰৰ চালৰ ওপৰত উঠি টেটু ফালি গান

গাই থকা দেখি সুধিলোঁ, "কি অ'? কি কৰিছ? কামত যোৱা নাই?" ভীমে চহৰত কোনোবা ড্ৰাইভাৰৰ লগত থাকি হেণ্ডিমেন কাম কৰে। এতিয়াও বোধহয় চৰকাৰীভাৱে হেণ্ডিমেনৰ পৰ্য্যায়ত উঠা নাই। ড্ৰাইভাৰৰ লগে লগে থাকে, হেণ্ডেল মাৰে. আল-পৈচান ধৰে। ওস্তাদ ল'ৰা।

তৎক্ষণাৎ গান বন্ধ কৰি ভীমে কলে, "আজি ক'ত আৰু যাব পাৰিম? মামীহঁত ঘূৰি আহিল নহয়। ইয়াতেই থাকিব। চালৰ অৱস্থা নোহোৱা হৈছে। অলপ খেৰ-চেৰ তুলি দিওঁ, নহলে থাকিব কেনেকৈ?"

ভাবিলোঁ এইটো আৰু কি হ'ল? পিচে হৰেনেই খবৰ দিলে: "বুজিছা, স্বভাৱ-চৰিত্ৰ বেয়া। মোৰ তাত থাকি জুত কৰিব পৰা নাই। মূৰৰ ওপৰত অভিভাৱক এজন থাকিলে যি ইচ্ছা তাকে কৰিব নোৱাৰেতো। সেই কাৰণেই গুচি আহিল। নহলে তিৰোতা এজনীয়ে এনেকৈ অকলে থাকিবলৈ লয় নে? কাৰ সাহসত? ভীম আৰু ভীমৰ মাকৰ সাহসত? আৰু এই ভীমৰ মাকজনী। তাই বেটী জানো কম বজ্জাত? মোৰ তাত থাকোঁতে ল'ৰাটোৰ অলপ কিবা বোলে অসুখ কৰিছিল, তাই বেটী দিনে-ৰাতিয়ে ল'ৰাটোৰ ওচৰতে। কিয়? মোৰ ঘৰত আৰু মানুহ নাই? তাই গৈ চালেহে চোৱা। হেজাৰ হওক ৰামনাথ দাদা ভদ্ৰঘৰৰ ল'ৰা তয়ো ভদ্ৰলোকৰ পৰিবাৰ। তোৰেই বা ছোটলোকৰ তিৰী এজনীৰ লগত কিহৰ ইমান খাতিৰ? এই ৰামনাথ দাদাৰ পৰিবাৰৰ কথা কৈছো। হুঁঃ! ভিতৰত বহুত কথা আছে।"

মই সৰৱ চিন্তা কৰিলোঁ: "ল'ৰাটোক লৈ চলিব কেনেকৈ?"

বিতৃষ্ণাত হৰেনৰ মুখখন কোঁচ খাই গ'ল।

"যেনেকৈ চলিম বুলি ঠিক কৰি মোৰ তাৰ পৰা ওলাই আহিছে তেনেকৈ চলিব। লিখাপঢ়া হেনো ক্লাচ নাইন নে টেন পৰ্য্যন্ত। কি সাহসত অকলে থাকিবলৈ লৈছে তুমিয়েই ভাবি চোৱা। ছিঃ এনেকৈ অধঃপাতে যাব লাগে নে? স্বভাৱ চৰিত্ৰ আগৰপৰাই

বেয়া। নহলেনো এনেকুৱা জঘন্য বাট এটা কোনোবাই নিজে বাছি লয় নে?

আমি একোৱেই কৰিব নালাগিল। হৰেনেই খবৰ-পাতি যোগাৰ কৰি আনিলে।

"ঠিক কথা। মই যি কৈছোঁ সেয়েই। চহৰৰ ছোৱালী। আগৰপৰাই টিপ-টাপ জানে। ইয়াত থাকি কাৰবাৰ কৰিলে সকলোৰে চকুত ধৰা পৰিব। বেছ হুচিয়াৰ। অসমীয়া মানুহৰ লগতো নাই। মই গোটেইখিনি খবৰ লৈছো, নিজ চকুৰেও দেখিছোঁ। ফাঁচী বজাৰত শিখ মন্দিৰৰ কাষৰ বাটেৰে গৈ বাওঁফালৰ গলি এটাত সোমাই যায়। সেইটো গলিত পাঞ্জাবী বিহাৰী এইবোৰ দোকানী মানুহৰ আড্ডা। তাই তিৰোতাজনীৰ তাতনো কি কাম? লক্ষ্য কৰিছা নে নাই? প্ৰায়েই তাই চিটি বাছত উঠি চহৰলৈ যায়; হাতত এটা টোপোলা।"

"কিহৰ টোপোলা?"

"সেইটোতো মজা! কম চালাক তাই? যি জীৱিকাৰ যি সাজ। সাজি কাচি ভালকৈ ওলালেহে মানুহৰ পচন্দ হব। উকিলৰ গাউন, পুলিচৰ ড্ৰেচ, নাৰ্চৰ পোছাক প্ৰত্যেক বৃত্তিৰ নিজস্ব সাজ এটা আছে।"

'টোপোলা বান্ধি লৈ যাব লাগিছে কিয়? পিন্ধি ওলালেই হয়।"

"তোমাৰো যে কথা! বাঁৰী তিৰোতাজনী সাজি কাচি গপচত ওলাই গলে ইয়াৰ মানুহে কি কব?"

কথা ঠিক। মেমনীজনী হৈ গাৱঁৰ মাজেৰে গলে মানুহে কি কব?

হৰেনে দুখ কৰিলে, "মোৰ কব লগা একো নাছিল। ৰামনাথ দাদাৰ পৰিবাৰ কাৰণেহে এইবোৰ কথাত চকু দিব লগা হৈছে। কিবা এটা কৰি হুলস্থুল কৰাও টান, ইফালে সহ্য কৰি থকাও মস্কিল।"

হৰেনৰ অৱস্থাটো বুজি পাওঁ।

লাহে লাহে এই অঞ্চলৰ সকলোৰে সাৱিত্ৰীৰ অধঃপতনৰ কথা জানিলে। ৰামনাথৰ ঘৰৰ লগত আগতেও ইয়াৰ মানুহৰ সম্বন্ধ কমেই আছিল, এতিয়া একেবাৰে নাইকিয়া হ'ল। হৰেনে দুখ কৰে। মানুহবোৰ আজিকালি কিবা আত্মকেন্দ্ৰিক হ'ল। সমাজৰ বুকুত বহি এনে ধৰণৰ অনাচাৰ এটা চলি আছে কিন্তু কিবা এটা বিহিত কৰাৰ কাৰণে কাৰো চেষ্টা নাই। নিজৰ নিজৰ কথা লৈয়েই সকলোৰে ব্যস্ত। গেলা-নৰ্দমাৰ কাষেদি যাওঁতে নাকটো ৰুমালেৰে চেপি গলেই হ'ল নে? নৰ্দমাৰ বিষ-বাষ্পই যে জীৱনী-শক্তিক লাহে লাহে পঙ্গু কৰি আনিব পাৰে সেই বিষয়ে হুচ্ নাই। সমাজ-দেহৰ ক্ষত এটাক শুকাওঁতেই নিৰ্মূল নকৰিলে যে গোটেই সমাজখনকে দূষিত কৰিব পাৰে সেইটোও এটা মিছা কথা নহয়।

মোৰ গল্পত আচল ঘটনাটো (অৰ্থাৎ সাৱিত্ৰীৰ দেহ বিক্ৰী কৰাৰ কথাটো) ঠিকেই ৰাখিলোঁ, কিন্তু গল্পটিক ৰসোত্তীৰ্ণ কৰাৰ কাৰণে কাৰ্য্যকাৰণ সম্বন্ধটো সলনি কৰি দিলোঁ মাত্ৰ। এইখিনিতেইতো গল্প লিখকৰ বাহাদুৰী দেশৰ অৰ্থনৈতিক ব্যৱস্থা, নাৰী সমাজৰ অসহায় অৱস্থা, জীৱন-ধাৰণৰ তীব্ৰ সংগ্ৰাম, অকল জীয়াই থকাৰ অন্ধ আৰু আদিম প্ৰেৰণা; সকলো কথাকে থুলমূলকৈ ভৰাই দিলোঁ। বিশেষকৈ সাৱিত্ৰীৰ প্ৰতি পাঠকৰ সহানুভূতি সৃষ্টি কৰাৰ সাৰ্থক চেষ্টা এটা ললোঁ। জীৱন সংগ্ৰামৰ সমস্ত পথ ৰুদ্ধ দেখি শেষ পৰ্য্যন্ত নিজৰ সন্তানটোক জীয়াই ৰখাৰ কাৰণে পিচল আৰু সৰ্পিল এক তমসাচ্ছন্ন পথেৰে ধীৰে ধীৰে আগবাঢ়ি যাবলৈ তাই বাধ্য হ'ল। ইয়াৰ কাৰণে দায়ী সাৱিত্ৰী নহয়। দায়ী তাইৰ দাৰিদ্ৰ্য, দায়ী অৰ্থনৈতিক ব্যৱস্থা। সমাজ ব্যৱস্থাত নাৰীৰ সুস্থ জীৱন ধাৰণৰ সকলোবোৰ পথ ৰুদ্ধ কৰি ৰখাৰ প্ৰয়াসৰ ফল। সাৱিত্ৰীৰ মানসিক সংঘাতৰ করুণ চিত্ৰ এটাও দাঙি ধৰিলোঁ। তাই দৰিদ্ৰ হলেও ভদ্ৰঘৰৰ ছোৱালী, ভদ্ৰঘৰৰ বোৱাৰী। যুগ-যুগান্তৰৰ সংস্কাৰ তাইৰ ৰক্তস্ৰোতত মিহলি হৈ আছে। সেই সংস্কাৰ ত্যাগ কৰিব লগা হোৱাত তাইৰ যি অন্তৰ্দ্বন্দ্ব তাকো বেছ ধুনীয়াকৈ ফুটাই

তুলিলো। লুকাই-চুৰকৈ আৱৰণৰ অন্তৰালত যৌন অসংযমক প্ৰশ্ৰয় দিয়া এক কথা আৰু প্ৰকাশ্যভাৱে জীৱনৰ বৃত্তি হিচাপে এইটো কামত লিপ্ত হোৱা বেলেগ কথা। তাৰ অলপ পঢ়ি শুনাওঁ। আপোনালোকেই বিচাৰ কৰক কেনেকুৱা হৈছে।

"দাৰিদ্ৰ্যৰ কৰাল ছাই চাৰিওপিনৰ পৰা আঁগুৰি ধৰিছে। চাৰি দিনৰ পৰা পেটত এমুঠি ভাত পৰা নাই। ল'ৰাটোৱে কান্দি কান্দি ভাগৰি পৰিছে, কন্দাৰো শক্তি নাই আতঙ্ক, হতাশা আৰু ক্ষোভে কমলাক (গল্পত নাৰিকাৰ নাম) আচ্ছন্ন কৰি পেলাইছে। হে ভগবান! নিজৰ ধ্বনিৰ প্ৰতিধ্বনিয়ে তাইক বিদ্ৰূপ কৰি উঠা যেন বোধ হ'ল। ওঁঠ কামুৰি সমস্ত অবসাদ জোৰ কৰি আঁতৰাই তাই থিয় হ'ল। দুয়ো হাতেৰে কাণ দুখন ঢাকি ধৰিলে। কিন্তু তাইৰ প্ৰতিটো ৰক্তবিন্দুত ল'ৰাটোৰ কান্দোন মিহলি হৈ গৈছে। শ্ৰৱণেন্দ্ৰিয়দিয়েই কেৱল শুনিব পাৰি এনে নহয়। বিশেষ অৱস্থা এটা আহি গলে সকলোখিনি ওলট-পালট হৈ যায়। কাণ নাথাকিলেও শুনিব পাৰি, শ্ৰৱণেন্দ্ৰিয় নাথাকিলেও শুনাত বাধা নাই। কমলাৰ চকুৰ দৃষ্টি তীব্ৰ হৈ উঠিল। গোটেই মুখখন কঠিন হৈ পৰিল। ধূলিৰ পৰা ভাবি থকা কথাটো হেলাৰঙে মনৰ পৰা দলি মাৰি পেলাই দিলে তাই। কিয় মৰিব তাই, কিয় মাৰিব এই অসহায় ল'ৰাটোক? কিয় তাই হাৰ মানিব? ভগৱানে যদি আইন একো উপায় ৰখা নাই তেনেহলে তেওঁ যি সম্ভাৰ দিছে তাৰেই তাই শিশুটোক মানুহ কৰিব। এইটো হ'ল ভগৱানকেই কৰা কমলাৰ প্ৰত্যাহ্বান।' তুমি মোক ৰূপ দিছা, যৌৱন দিছা। ঠিক আছে। তেনেহলে মই মোৰ ৰূপ আৰু যৌৱনকেই কামত খটুৱাম শেষ চেষ্টা কৰাৰ আগতে হাত দাঙি নিদিওঁ।"

"এটা সিদ্ধান্তত অহাৰ লগে লগে সমস্যা আৰু সমস্যা হৈ নাথাকে। কমলাই ল'ৰাটোৰ ফালে চাই কলে 'আৰু ভয় নাই। তোক মই খুৱাই পিন্ধাই জীয়াই ৰাখিব পাৰিম। এটা মাত্ৰ সন্তানক মই খুৱাব নোৱাৰো নে? ভাবিলেই হাঁহি উঠে। হাঃ হাঃ হা ঃ।'

হাঁহিবলৈ যাওঁতে দুৰ্দান্ত কান্দোন এটাই তাইৰ অন্তৰৰ অন্তঃস্থলৰ পৰা ঠেলি উঠিব খুজিলে ! হেঁচামাৰি তাই কান্দোনক আকৌ ভিতৰলৈ ঠেলি পঠিয়ালে।”

দুই-চাৰিটা বাস্তৱ চিত্ৰ অঁকাৰ চেষ্টাও কৰিলোঁ। নমুনা কেইটা-মান দিওঁ।

“অতীত আৰু ভৱিষ্যতৰ সন্ধিক্ষণত থিয় হৈ তাইৰ খকামকা লাগি গ'ল। সহস্ৰ বাহু মেলি অতীতে তাইক আঁকোৱালি ধৰিব খুজিলে। স্নিগ্ধ, শান্ত, অতি চেনেহৰ অতি মৰমৰ সেই অতীতৰ স্মৃতি। পিতাৰ ব্যস্তভাৱে ওলাই যোৱাৰ দৃশ্য এটা, মাৰ সস্নেহ ডাবি, চুবুৰিৰ মীনাৰ বিয়াৰ হুলস্থূল, ৰামনাথৰ দুষ্টালিভৰা হাঁহি . । বিদায় দিব লাগিলেও বিদায়ৰ বেদনাক অস্বীকাৰ কৰিব নোৱাৰি। কমলাই জানে যে আজিৰ পৰা তাইৰ অতীত হেৰাই যাব; লগতে হেৰাই যাব অতীতৰ সকলো মধুৰ স্মৃতি।”

আৰু এটা নমুনা চাওক।

“এখন মৰুভূমি আৰু এজোপা কেক্‌টাচ। ছগনলালৰ স্পৰ্শত তাইৰ সমস্ত সত্তা কোঁচ খাই গ'ল। তাইৰ কণ্ঠ শুকাই আহিল। জুইৰ তাপ লাগি তাইৰ সমস্ত দেহ-মন জ্বলি পুৰি গ'ল। পৃথিৱীত নাই এক ফোঁটা ৰস, এক বিন্দু আৰ্দ্ৰতা। উঃ বুলি কাতৰ আৰ্তনাদ কৰি কমলাই চকু বন্ধ কৰি দিলে। তাইৰ চকুৰ আগত ভাহি উঠিল এখন মাত্ৰ ছবি : এখন মৰুভূমি আৰু এজোপা কেক্‌টাচ।”

গল্প-লিখকে বক্তৃতা দিয়াৰ কিম্বা বাণী বিতৰণ কৰাৰ মই ঘোৰ বিৰোধী। কিন্তু কিছুমান কথা লিখি ইমান ভাল লাগিল যে কাটি দিবৰ মত নগ'ল। অৱশ্যে মোৰ গল্পৰ ক্ষেত্ৰত এইটো একো বেয়া হোৱা নাই। মোৰ গল্পটো হ'ল সমস্যাৰ ওপৰত লিখা গল্প। তলত তুলি দিয়া কথাখিনিক বেয়া বুলি কব পাৰিব জানো ?

“যিখন সমাজত নাৰীৰ সুস্থভাৱে জীৱন ধাৰণৰ সকলো পথ বন্ধ, যিখন সমাজত সমাজ কল্যাণৰ নামত চলে উচ্চখাপৰ নাৰী কিছুমানৰ অলস জীৱনৰ অৱসৰ বিনোদৰ প্ৰচেষ্টা, যিখন সমাজৰ

ৰন্ধ্রে ৰন্ধ্রে অনাচাৰ আৰু ব্যভিচাৰৰ সৰ্বনাশী বীজাণুৰ কুটিল আক্ৰমণ, য'ত মানুহৰ নৈতিক মূল্যবোধ গুৰি হৈ ধূলিত মিহলি হৈ যাব ধৰিছে, য'ত উচ্চশিক্ষাই মানুহক কৰে স্বাৰ্থপৰ আৰু আত্মকেন্দ্ৰিক, য'ত প্ৰত্যেক চুকে-কোণে নাৰীমাংসলোভী নৰপিশাচসকলে সভ্যতাৰ মুখা পিন্ধি বিভিন্ন ৰূপত খাপ লৈ আছে, য'ত টকাৰ পৰিবৰ্তে সকলো কিনিব পাৰি—আনুগত্য, মৰম-চেনেহ সকলোটি, সেইখন দেশত থাকি কমলাই (সাৱিত্ৰীৰ গল্পত দিয়া নাম) নিজকে আৰু নিজৰ সন্তানক জীয়াই ৰখাৰ কাৰণে নিজৰ দেহ বিক্ৰী কৰাৰ বাহিৰে আৰুনো কি কৰিব পাৰে? বেচা কিনাৰ হাটত তায়ো তাইৰ বেপাৰৰ সম্ভাৰ সজাই দোকান পাতি বহিছে। তাইৰ পণ্য হ'ল প্ৰেম আৰু ভালপোৱা। ইমান টকা প্ৰতি কিলোত। ওহোঁ, কিলোততো নহব। ইমান টকা প্ৰতি ঘণ্টাত।"

কেনে ? —বঢ়িয়া, নহয়? গল্প লিখি শেষ কৰিলোঁ। যোৱা কালিয়েই গল্পটো শেষ কৰিব পাৰিলোঁহেতেন, কিন্তু লেঠা এটা লাগিল। এই হৰেনটোও যে হৈছে! প্ৰত্যেকটো গোপনীয় কথা মোৰ আগত নকলে তাৰ ভাত হজম নহয়।

ভীমটো দিনকদিনে এটা গুণ্ডা হৈ উঠিব ধৰিছে। আগদিনা হৰেনে সাৱিত্ৰীৰ খা খবৰ লবলৈ যাওঁতে ভীমে হেনো তাক মস্ত পিটন দিলে। কাম-কাজ শেষ কৰি যাওঁতে অলপ ৰাতি হৈছিল, ঠিকেই। লগত আৰু দুজন কোনোবা আছিল। হৰেনে নাম নকলে; তবে বন্ধু মানুহ, ভদ্ৰলোক। হৰেনে "মই হৰেন, মই হৰেন অ" বুলি কোৱাৰ পিচতো বাছি-বিচাৰি ভীমে তাৰ মূৰতে কোব এটা সোধালে। কোনো ৰকমে জীউটো হাতত লৈ পলাই সাৰিল। যোৱাকালি ভীমক মাতি আনি ডাবি দিয়াত সি হৰেনক চিনি পোৱা নাই বুলি কলে। ফটফটীয়া জোনাক ৰাতি। চিনি নোপোৱাৰ কাৰণ নাই। নে, কি? আজিকালি সিও মদ ভাং খাবলৈ ললে নেকি? কি ঠিক? ড্ৰাইভাৰ-হেণ্ডিমেন শ্ৰেণীৰ ল'ৰাৰ কি বিশ্বাস?

যি নহওক আজি গল্পটো শেষ হ'ল। আজিয়েই ৰবীন চৌধুৰীক

দিব লাগিব। অইনখিনি ঠিকেই আছে; বানানখিনিহে অলপ চাই দিলেই হব। চহৰলৈ যাম বুলি গল্পটো পকেটত ভৰাই চিটি-বাছ ষ্টেণ্ডৰ ফালে আগবাঢ়িলোঁ। দেখিলোঁ সাবিত্ৰীও গৈ আছে। হাতত সেই চিৰন্তন টোপোলা। মই নীতিবাগীশ নহওঁ। তথাপিও তাইক আগত দেখি বিৰক্তিত মোৰ ভুৰু কোঁচ খাই গ'ল। হঠাতে দেখিলোঁ হৰেন আৰু অইন দুজন মানুহে তাইক আগচি ধৰিছে। এজন ৰঘুনাথ। ইয়াৰেই মানুহ। ঘোৰ মদাহী। আনজনক চিনি নাপাওঁ। আমাৰ ইয়াৰ নহয়। হৰেনে মদ খায় বুলি শুনিছিলোঁ কিন্তু আগতে কেতিয়াও মদ পোৱা অৱস্থাত বাটত ঘূৰি ফুৰা দেখা নাছিলোঁ। আজিহে খাটাংকৈ জানিলোঁ। দেশী মদৰ উৎকট গন্ধ যাব ক'ত।

হৰেনে সাবিত্ৰীক আগভেটা দি সুধিলে, "ক'ত যোৱা তুমি?"

সাবিত্ৰীয়ে গম্ভীৰভাৱে কলে, 'কিয় লাগিছে তোমাক?"

হৰেনে হাত মূৰ জোকাৰিবলৈ আৰম্ভ কৰিলে: "নিজৰ মুখত ছাই সানা, মোৰ কবৰ একো নাই। কিন্তু তুমি আমাৰ গোটেই পৰিয়ালৰ মুখত ছাই সানি দিছা। ৰামনাথ দাদা দেৱতুল্য মানুহ আছিল। স্বৰ্গী হ'ল, ভালেই হ'ল। তোমাৰ এইবোৰ কাণ্ড-কাৰখানা নিজ চকুৰে চাই থাকিব লগা নহ'ল। দাদা মৰি ৰক্ষা পৰিল।" হৰেনে হাতেৰে চকু দুটা মচি ললে। লগৰ দুজনে গম্ভীৰভাৱে মূৰ দোঁৱাই তাক সমৰ্থন জনালে।

হৰেনে সিহঁত দুজনৰ ফালে চাই আকৌ আৰম্ভ কৰিলে, 'ৰামনাথ দাদাক মই নিজৰ ককাইদেউৰ নিচিনা দেখিছিলোঁ। মোৰ তাতেই নি এওঁক ৰাখিলোঁ। বোলো আমি এমুঠি খাবলৈ পালে এওঁৰো হব। সেইটো এওঁৰ পচন্দ হব কিয়? বেশ্যাগিৰি কৰি খোৱাতহে আচল মজা, নহয় জানো?"

সাবিত্ৰী চঁক্ খাই উঠিল। লগে লগে তাইৰ চকুহাল তীব্ৰ-ভাৱে জ্বলি উঠিল: "বেশ্যাগিৰি এতিয়ালৈকে কৰা নাই কিন্তু লাগিলে তাকেই কৰিম। নিজৰ ইচ্ছামতে চলিম, পইচাও পাম। কিন্তু

তোমাৰ ঘৰত থাকি দিনে ৰাতিয়ে শাকৰণীৰ দৰে খাটি এমুঠি খাহী ভাত খাই তোমাৰ ভোগৰ সামগ্ৰীত পৰিণত হওঁলৈ কোনোমতেই মান্তি নহম। তুমি হাজাৰ চেষ্টা কৰিলেও সেইটো নহব।"

এইবাৰ হৰেনৰ চকুদুটা মুহূৰ্ত্তৰ কাৰণে তলফালে নামি আহিল। মুহূৰ্ত্তৰ কাৰণেহে। আকৌ ভেকাহি মাৰি কলে, "বেশ্যাগিৰি কৰা নাই! এওঁ সতী সাৱিত্ৰী। নামতো, কামতো। বোলো, কি কৰি খাইছা হে? কোন দাতাকৰ্ণই তোমাৰ খোৰাক যোগাইছে? কিহৰ স্বাৰ্থত? উঃ কথা শুনা—মই বেশ্যাগিৰি কৰা নাই! তিৰোতা মানুহ তুমি। তোমাৰ অকলে অকলে সদায় চহৰলৈ যোৱাৰ কিহৰ তাল, বোলো কিহৰ লাভ? কোন অফিচত হাকিমী কৰাহে? মুখত ৰং সনা নাই? মগেই দিম নেকি অলপ সানি? টোপোলাত কি? চাওঁ।"

সাৱিত্ৰী অলপ তধা লাগি ৰৈছে। হৰেনৰ কথা ভাই যেন একো বুজি পোৱা নাই, বুজাৰ চেষ্টাহে কৰিছে। নাই এই অৱস্থাত থকাত হৰেনে থাপ মাৰি টোপোলাটো কাঢ়ি লৈ মেৰিওৱা কাগজখন টান মাৰি ছিঙি পেলালে। ধুনীয়া ডিজাইনৰ ফ্ৰককেইটামান বাটত বাগৰি পৰিল।

হৰেন হতভম্ব। মযো। হৰেনে আচৰিত হৈ কলে "এইবোৰ কি?" সি যেন নিজকেই কথাষাৰ সুধিছে।

মই তেতিয়া আগবাঢ়ি হৰেনক কলো, "যোৱা, যোৱা, মাজবাটত কি মাতলামিখন আৰম্ভ কৰিছা?" হৰেনইতে মূৰ খজুৱাই গুছি গ'ল।

মই ফ্ৰককেইটা বুটলি লওঁ। ফটা কাগজখনেৰে কোনোৰকমে আকৌ মেৰিয়াই সাৱিত্ৰীৰ হাতত তুলি দিলোঁ। সাৱিত্ৰীয়ে উচুপি উচুপি কান্দিছে। মোৰ ফালে নোচোৱাকৈ হাত বঢ়াই ভাই টোপোলাটো ললে। ভাগ্য ভাল। সেই সময়ত বাটত মানুহ নাই।

মই কলোঁ, "নাই নাপায়। নাকান্দিব এনেকৈ মাজবাটত। মানুহে দেখিলে কি বুলি ভাবিব?"

"মানুহে কি বুলি ভাবে জানিলোঁৱেই। উঃ ভগৱান নিজে ভালে থকাৰ চেষ্টা কৰি কষ্টে-মষ্টে চলিব খুজিলেও মোৱাৰোঁ নে? মই একোতো দোষ কৰা নাই।"

কথাখিনি তাই ভাঙি কলে, "চিনাকি বঙালী তিৰোতা এজনীয়ে ওস্তাৰমলৰ তাত এই কামটো ঠিক কৰি দিছে। মই ভাল ফ্ৰক চিলাই কৰিব পাৰোঁ। পইচাও ভালেই দিয়ে। হাটে-বজাৰে এইবোৰ ফ্ৰক ভাল পইচাত বিক্ৰী হয়। সপ্তাহত এদিন গৈ ফ্ৰক-কেইটা দি আহোঁ আৰু নতুন কাপোৰ লৈ আহোঁ। নিজে লৈ নগলে কোনে যাব? তাতো নিস্তাৰ নাই। গাৱঁৰ মানুহে মই চহৰত গৈঁ বেশ্যাগিৰি কৰোঁ বুলি ভাবে। তাকেইতো। সেইকাৰণে চুবুৰিৰ কোনেও মোক নামাতে।"

তাই আকৌ কান্দিবলৈ ধৰিলে।

"নাই নাই। কোনে আপোনাক এইবোৰ কথা কৈছে? হৰেন এটা মদাহী। তাৰ কথা কোনে বিশ্বাস কৰে?"

সাৱিত্ৰীৰ মুখত অলপ আগ্ৰহৰ ভাব ফুটি উঠিল। ব্যাকুল-ভাৱে মোক সুধিলে, "সঁচা? আপুনি নিজে মই কি কৰোঁ বুলি ভাবিছিল? কেনেকৈ চলি আছোঁ?"

মই তাইৰ ফালে নোচোৱাকৈ কলোঁ, "একোৱেই ভবা নাই। কিবা এটা কৰে আৰু কি!"

দুয়ো বাছ-ষ্টেণ্ডৰ ফালে আগবাঢ়িলোঁ।

সাৱিত্ৰীয়ে নিজ মনেৰে কলে, "জুনজুনৰ কাৰণেহে চিন্তা। অকলে হোৱাহলে মই কেতিয়াবাই আত্মঘাতী হলোঁহেতেন। তাৰো যে কপালখন? নিজৰ বুলিবলৈ সংসাৰত তাৰ কোনো এজন নাই।"

মই উত্তৰ দিলোঁ, "কোনো নাই কিয়? মাক আছে, মোমায়েক আছে।"

"মোমায়েক? ক'ত আছে মোমায়েক? দেউতাৰ মই একমাত্ৰ সন্তান। দেউতাও ঢুকাইছে। সঁচাই বৰ দুৰ্ভাগা তাৰ। কোনে যে কেতিয়া কি শত্ৰুতা কৰে কবই নোৱাৰোঁ।"

মাজ-বাটত থিয় হৈ মই দুয়ো হাতৰ মাংসপেশী সঙ্কুচিত কৰি ফুলাই দিলোঁ।

"জুনজুনৰ মোমায়েকৰ টকা-পইচা বেছি নাই ঠিক, কিন্তু গাত যথেষ্ট বল আছে। হৰেনৰ সাধ্য নাই তাৰ চুলি একোছা স্পৰ্শ কৰে।"

সাৱিত্ৰীৰ মুখত কান্দোনৰ মাজতেই স্নিগ্ধ হাঁহি এটা ফুটি উঠিল।

মই উচপিচ কৰি আছোঁ। নাই নোৱাৰিলোঁ। অসহ্য হৈ উঠিছে। পকেটৰ পৰা গল্পটো বাহিৰ কৰি টুকুৰা-টুকুৰকৈ ফালি বাটৰ কাষৰ নলাটোত পেলাই দিলোঁ। সাৱিত্ৰীয়ে সুধিলে, 'দাদা, কি হ'ল?"

"বাজে কাগজ এসোপা পকেটত আছিল। তাকেই পেলাই দিলোঁ।"

# অস্পষ্ট

জীৱনত সাৰ্থক গল্প মাত্ৰ এটাহে লিখিছো। কিন্তু আপ্ৰাণ চেষ্টা কৰিও মনত পেলাব পৰা নাই গল্পটো কি আছিল। গল্প-টোৰ নামেইবা কি দিছিলো, কোনখন আলোচনীত ওলাইছিল একোৱেই দেখোন মনত নপৰে। গল্পৰ কাহিনীটোই বা কি আছিল? নাই, একোৱেই মনত নপৰে। মোৰ নিজৰ জীৱনৰ কোনোবা এটা ঘটনাক কেন্দ্ৰ কৰিয়েই হ'ব নিশ্চয়। কিন্তু কি ঘটনা? কেতিয়াবা এটা জিলিকনি দেখা যেন লাগে, আকৌ তৎক্ষণাৎ অদৃশ্য হৈ যায়। আন্ধাৰ ৰাতি বাৰান্দাত বহি বাটত পিৰিক-পাৰাককৈ থকা নিয়ন লাইটৰ পোহৰত বাটেৰে গৈ থকা কাৰোবাক দেখাৰ দৰে। পোহৰ হোৱাৰ লগে লগে মানুহৰ আকৃতি এটা দেখা পালে। মগজুত মানুহজনৰ গঢ় গতিৰ ছাপ স্পষ্টকৈ পৰাৰ আগতেই আকৌ তৎক্ষণাৎ পোহৰ নোহোৱা হৈ গ'ল। এনেকুৱা হৈয়েই থাকিল। মানুহজনৰ ৰূপ স্পষ্টকৈ ফুটাই তোলাৰ জোখাৰে সময় পোৱা নগ'ল। তেনেকৈ মানুহজন পাৰ হৈ গ'ল। অতি পৰিচিত মানুহ এজনক আপুনি চিনি নাপালে।

গল্পৰ কাহিনীটো মনত পৰা যেন লাগে, কিন্তু স্পষ্টকৈ ধৰিব পৰাৰ আগতেই দৃশ্যটো আকৌ অস্পষ্ট হৈ যায়। এটা অভাৱবোধে মনটোক আৱৰি ধৰে। মনৰ শূন্যতাবোধ আঁতৰাই দিয়া টান হৈ পৰে।

ঘটনাটো কি হব পাৰে? অনুধাৱন কৰি চোৱা যাওঁক। মোৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনা কি! কি আচৰিত কথা!

মোৰ জীৱনত কিবা গুৰুত্বপূৰ্ণ ঘটনা ঘটিছে বুলিতো মনত নপৰে। নে কথাটো ওলোটা ধৰণৰ। গুৰুত্বপূৰ্ণ ঘটনাৰ গুৰুত্ব নাইকিয়া হৈ পৰিছে। শুষ্ক কাষ্ঠখণ্ডক শিথিলভাৱে মেৰাই থকা শুকান লতা এডালক দেখি ধাৰণা কৰা অসম্ভৱ যে এই লতাডালেই এদিন আকুল আৰু তীব্ৰ আবেগেৰে উন্মত্ত গছজোপাক কঠিন আলিঙ্গনেৰে সাৱটি ধৰিছিল।

মোৰ জীৱনত গুৰুত্বপূৰ্ণ ঘটনা যিবোৰ ঘটিছে এফালৰ পৰা সেইবোৰক বিশ্লেষণ কৰি চোৱা যাওক। মই স্কুলত পঢ়ি থাকোতেই হঠাতে দেউতাৰ অকালমৃত্যু হ'ল। আমাৰ পৰিয়ালটো বৰ দুৰ-ৱস্থাত পৰিল। অভাৱ-অভিযোগৰ মাজেৰে মই লিখা-পঢ়া শেষ কৰিলো। পৰীক্ষাৰ ফলাফল মোটামুটি ভালেই হ'ল। তাৰপিছত নানা ধৰণৰ কাম কৰি পইচা আৰ্জিলো। ভাই ভনীবোৰক মানুহ কৰিলো। বিয়া কৰালো, ল'ৰা-ছোৱালী হ'ল, ইত্যাদি, ইত্যাদি। লাখ লাখ মানুহে ইতিমধ্যে এনে এটা ভূমিকা সাৰ্থক ভাৱে লৈ আহিছে, ভবিষ্যতেও লব। মোৰ নিজৰ ভূমিকা বাকীবোৰৰ ভূমিকাতকৈ বেয়াও নাছিল, ভালও নাছিল। বিশেষত্বহীন এটা সহজ সৰল অতি সাধাৰণ ভূমিকা।

ডাঙৰ ঘটনাবোৰ সঁচাকৈ ইমান ডাঙৰ যে গোটেই জীৱন ধৰি এইবোৰ গধুৰ বোজা সজ্ঞানে কঢ়িয়াই ফুৰা অস্বস্তিকৰ। প্ৰথম সুযোগতেই আমি ভালকৈ পান্ধি-কুন্ধি গুদামত ভৰাই থওঁ। সৰু-সুৰা ঘটনাবোৰেই বোধহয় শেষ পৰ্যান্ত জীৱনৰ লগত ঘনিষ্ঠভাৱে লাগি থাকি জীৱনত বিভিন্ন ৰঙৰ আলপনা আঁকি যায়।

ক্লাছ ফোৰ নে ফাইভত পঢ়ো। পূজাৰ সময়ত সৰু মামীৰ ককায়েকৰ ল'ৰা-ছোৱালীবোৰ আমাৰ ঘৰলৈ আহিছিল। ডাঙৰ ছোৱালীজনীৰ নাম মীৰা। আমি মীৰাবাইদেউ বুলি মাতিছিলো। আমাতকৈ কেইবছৰমানে ডাঙৰ। অপূৰ্ব ধুনীয়া—অন্ততঃ মোৰ চকুত তেতিয়া তেনেকুৱাই লাগিছিল। চহৰৰ ছোৱালী। এটা স্বাভাৱিক সপ্ৰতিভতা থকা কাৰণে আৰু ভাল লাগিছিল।

বাতিপুৱাই ডাঙৰ মামাৰ ল'ৰা ৰীজুৰ লগত ওলাই গৈছিলো। উভতি আহোঁতে ৰীজুৱে দুই পইচাৰ পত্নমৰ চকা কিনি ললে। বাটতে মীৰাবাইদেউহঁতক লগ পালো। সৰু মামাই কাপোৰ কিনি দিয়াৰ কাৰণে লগত লৈ ওলাইছিল। মীৰাবাইদেৱে পত্নমৰ চকাৰ কাৰণে ৰীজুক কাবৌ কৰিবলৈ ধৰিলে।

"দেনা ভাই, দেনা। কেতিয়াও খোৱা নাই। দেনা।" ৰীজুৱে নিদিলেতো নিদিলেই নিৰাপদ দূৰত্বত থিয় হৈ দেখুৱাই দেখুৱাই গুটিবোৰ মুখত ভৰাবলৈ ধৰিলে।

মীৰাবাইদেউৰ এই আগ্ৰহ দেখি বহুতো সাহস সঞ্চয় কৰি মই সসংকোচে কলো—"এইয়া, লোৱা।" মীৰাবাইদেৱে মই আগবঢ়াই দিয়া চকা নললে।

"নাই নালাগে ৰীজুৰ মনটো কেনেকুৱা তাকে চাবৰ কাৰণেহে খুজিছিলো। নালাগে!" পত্নমৰ চকাৰ কাৰণে ৰীজুক ইমান কাবৌ কৰি আছিল কিন্তু মই আগ্ৰহেৰে আগবঢ়াই দিয়া চকা প্ৰত্যাখ্যান কৰিলে। মোৰ মনটো খুব বেয়া লাগি গ'ল। লাজ আৰু অপমানত মোৰ কাণ মূৰ ৰঙা পৰি গ'ল। জোৰকৈ কোনোমতে চকুপানী ৰোধ কৰিলো। জীৱনত বহু উপেক্ষা আৰু অপমান পাইছো। সকলো পাহৰি গৈছো। সিদিনাৰ সেই উপেক্ষাৰ স্মৃতি আজিও জীৱন্ত হৈ আছে। ক'ব নোৱাৰো কিয়। ইমান বছৰৰ মূৰতো সেই চিত্ৰ আৰু লগতে সিদিনাৰ অনুভূতি আজিও স্পষ্ট হৈ আছে। অতি তুচ্ছ ঘটনা কিন্তু কেনেবাকৈ মনত ৰৈ গৈছে।

গুণ্ডা প্ৰকৃতিৰ মানুহ নহলেও কাৰো লগত যে কেতিয়াও মাৰপিট কৰা নাছিলো তেনে নহয়। সিবাৰোতো এজন ডেকা ল'ৰাক কেইটামান ভাল চৰ শোধাই শেষত তপিনাত এটা গোৰ মাৰি দিলো। আচলতে এইটো মই বৰ অন্যায় কাম কৰিছিলো। পিছে পৰিস্থিতি আছিল সেনেগ! ল'ৰাজনৰ দোষৰ কাৰণে নহলেও পৰিস্থিতিৰ কাৰণেই মোৰ এই কাৰ্য্যৰ এটা যুক্তিসঙ্গত ব্যাখ্যা আছে। বিয়াৰ কেইদিনমান পিছতেই পৰিবাৰক লৈ গধূলি ফুৰিবলৈ

ওলাইছিলো। বেচেৰা ল'ৰাজনে বাহাদুৰী দেখুৱাবলৈ গৈ অনাহক গাৰ কাষেৰে কায়দা কৰি চাইকেল চলাই যাওঁতে চন্ডালিৰ নোৱাৰি পৰিবাৰক খুন্দা মাৰি বগৰাই দিলে। তেনেকৈ চাবলৈ গলে ল'ৰা-জনৰ গাত খুব এটা দোষ নাছিল। বগৰাই দি লুটি খাই পৰি তাৰ মুখৰ যি অৱস্থা! পিছে এই কামৰ কাৰণে মোৰ কোনো ক্ষোভ নাই, মনত অস্বস্তিৰ ভাবো নাই।

নৱ বুলি আমাৰ ঘৰত আদহীয়া কামকৰা বিশ্বাসী মানুহ এজন আছিল। বহুদিন আমাৰ ঘৰত আছিল। আমাক খুব মৰম কৰিছিল, অভিভাৱকৰ দৰে ডাবিও দিছিল। বজাৰ কৰোঁতে সদায় হিচাপত গণ্ডগোল কৰে। সি যি দামত বস্তু কিনা বুলি কয় মায়ে অইনৰ পৰা শুনি গম পালে যে বস্তুৰ সেই দাম হবই নোৱাৰে। মই এদিন খঙতে তাক লগত লৈ দোকানত বস্তুৰ দাম সুধিবলৈ গলো। সমুখৰ সৰি পৰা দাঁতৰ ফাকেৰে নৱৰ অপ্ৰস্তুত হৈ-বেকুবৰ দৰে অসহায় আৰু শিথিল হাঁহিৰ ছবিখনে এতিয়াও মোৰ মনটোত অশান্তিৰ সৃষ্টি কৰে। মোৰ এই নিষ্ঠুৰতাৰ কাৰণে এতিয়াও মই লাজ পাওঁ, অস্বস্তি বোধ কৰো। একেবাৰেই মাত্ৰাজ্ঞান নাছিল। ছিঃ। পৰিবাৰে কামকৰা ল'ৰাজনে বজাৰৰ পইচা খাই আছে বুলি অভিযোগ কৰিলে এতিয়া বৰং মই ৰসিকতাহে কৰো।

"তেনেহলে দেখোন ৰামকৃষ্ণ পৰমহংস দেৱক কামকৰা মানুহ হিচাপে ৰাখিব লাগে। ন'বা কোনোবা জটাধাৰী সন্ন্যাসীয়ে আমাৰ ঘৰত কাম কৰিবলৈ মান্তি হয় নেকি খবৰ কৰি চাওঁ।"

লগে লগে মনত পৰে নৱৰ সেই বুৰ্বকৰ দৰে শিথিল অপ্ৰস্তুত হাঁহি। ইমান যুগৰ পিছতো মই নিজকে অপৰাধী যেন বোধ কৰো।

গুৰুত্বপূৰ্ণ ঘটনাটো নহয়েই, সাধাৰণ ঘটনা বুলিও ক'ব নোৱাৰি। অতি তুচ্ছ ঘটনা। মনৰ সৰহখিনি ঠাই এইবোৰ তুচ্ছ ঘটনাৰ স্মৃতিয়ে অধিকাৰ কৰি আছে।

নহয়, এইবোৰ ঘটনাক ভিত্তি কৰি মই মোৰ গল্পটো লিখা নাছিলো। বাৰু, আকৌ ভাবি চাওঁ। স্মৃতিৰ দুৱাৰ খুলি গৈছে।

এনেকুৱা তুচ্ছ ঘটনাৰ ছবিবোৰ এখনৰ পিছত এখনকৈ চকুৰ আগত ভাঁহি উঠিছে। ইমান দিনৰ মূৰতো ছবিবোৰ ম্লান হোৱা নাই।

আৰে হেমবাই দেখোন বেচেৰীৰ এখন ভৰি খোঁৰা। আমাৰ ঘৰৰ কাযৰ অনুসূচিত জাতিৰ ছোৱালী। বৰকান্দা গাঁৱত বিয়া হৈছে। হেমবাইৰ গোঁৰাই খোঁৰাই খোজকাঢ়া, কপালৰ বিয়পি পৰা সেন্দুৰৰ ফোটটো, সকলো স্পষ্ট। মহাত্মা গান্ধীক চাবৰ কাৰণে ঘৰৰ কাকো নজনোৱাকৈ আন্ধাৰে পোহৰে ওলাইছো। মই, মধু আৰু বদন পঁচিশ মাইল বাট। দুইদিন আগৰে পৰাই ট্ৰেইনত উঠাৰ সাধ্য নাই। খোজকাঢ়ি যাম জনাৰণ্য। বহুত দূৰৰ পৰা গান্ধীজীক দেখিলো নে দেখা বুলি ভাবিলো কব নোৱাৰো। তাতেই আনন্দ। ইতিমধ্যে উৎসাহ স্তিমিত হৈ আহিছে। ভোকত প্ৰাণ যায়। কংগ্ৰেছ ভলন্টিয়াৰে চাউল দিছে বুলি শুনি বদনে ঠেলিহেঁচি অলপ চাউল সংগ্ৰহ কৰি আনিলে। চাউল লৈ কি কৰিম? মধুৱে কলে চাউল ভিজাই তাকে খোৱা যাওক। বদনৰ চাদৰৰ মূৰত ভালকৈ চাউলখিনি টোপোলা বান্ধি পানীত ডুবাই থৈ নৈত ভালকৈ গা পা ধুই ললো। কাপোৰ ফাটি গোটেইখিনি চাউল নষ্ট। তাকে দেখি ভোক আৰু বাঢ়ি গ'ল। ভোক যে আচলতে কি তাক নজনাকৈ বহুতে জীৱন পাৰ কৰি দিয়ে। ভোকৰ আচল ৰূপ যে কি সিদিনাহে গম পালো। নিৰাকাৰ সৰ্ব-গ্ৰাসী সত্তা। পৃথিবীৰ ৰূপ সলনি কৰি দিয়ে। সদায় দেখি থকা বস্তু এটাকো বেলেগ যেন দেখি। মনৰ চিন্তা-ভাবনাবোৰো কিবা ওলট-পালট হৈ যায়। এনেতে মনত পৰিল যে ওচৰৰ গাঁওখনত হেমবাইৰ বিয়া হৈছে। হেমবাই খোঁৰা কাৰণে বিচাৰি উলিওৱা টান নহ'ল। হেমবাইৰ কি আনন্দ! থৰক বৰক লাগি গ'ল। কি কয় কি নকয় ঠিক নাই—একেবাৰে বেচামাল অৱস্থা। বাটিপুৰাৰ পৰা একো খোৱা নাই বুলি শুনি আৰু অস্থিৰ হৈ উঠিল। তেওঁৰ অৱস্থা নিছলা, বিয়া হৈছে তেনেকুৱা ঘৰত।

ৰ, তহঁতৰ ৰন্ধাৰ যা-যোগাৰ কৰি দিওঁ।'

"আমি বান্ধিব নোৱাৰো। তয়ে বান্ধি দে।"

হেমবাইৰ অস্থিৰতা অসম্ভৱ ধৰণে বাঢ়ি গ'ল। খৰধৰ কৰোঁতে ডুবাৰমান বাগৰিয়েই পৰিব ধৰিছিল।

আহু চাউলৰ ভাত আৰু খণ্ডা লাওৰ আঞ্জা। জীৱনত বহুতো খাইছো। নিজেও খাইছো, লোকেও খুৱাইছে।

ভাত খাই এক তীব্ৰ আনন্দ সেই একদিনহে পাইছো। বাতি হেমবাইয়ে আমাক খেৰ পাতি শুৱালে দিলে। কিমান কথা, বেবেৰিবাং অজস্ৰ কথা। "শো, শো, শুই থাক। দিনটো কম ধকল গৈছে নে?" আকৌ নিজেই কথা আৰম্ভ কৰে। "তইঁত কম ল'ৰা নহয় দে। ঘৰত নোকোৱাকৈ এনেকৈ আহিব পায় নে? ঘৰ পালে ভাল মজা পাবি যা।" অকাৰণে খিলখিলকৈ হাঁহি। আমিও হাঁহিয়েই অস্থিৰ। কোনো কাৰণ নাই। কাৰণৰ প্ৰয়োজনো নাই। মনত স্বতঃস্ফূৰ্ত অফুৰন্ত আনন্দৰ ভাণ্ডাৰ। অহাকালি কি শাস্তি পাম সেই প্ৰশ্ন অপ্ৰাসংগিক।

নাই, এই ঘটনাটো লৈও মই গল্পটো লিখা নাই। খুব সম্ভৱ লিখিছো বুলি ভাবিহে আছো, আচলতে গল্পটো মই লিখাই নাই। মোৰ জীৱনৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনাটো বোধহয় অস্পষ্ট ধাৰণাৰ দৰে মনৰ অন্তৰালত সোমাই আছে। ইয়াৰ অস্তিত্ব উপলব্ধি কৰো তথাপিও সঠিক যেন ধৰিব নোৱাৰো। আখৰৰ বন্ধনীৰে বান্ধিবলৈ চেষ্টা কৰি চাওঁ ধৰা পৰা নাই, কোনোবা ফাঁকেৰে পলাই সাৰিছে। ঠিকেই, যিটো সাৰ্থক গল্প মই লিখিছো বুলি ভাবি আছো, আচলতে সেই গল্পটো মই লিখাই নাই।

# প্ৰক্ষিপ্ত

কোনো এটা ঘটনাৰ বৰ্ণনা দিওঁতে মানুহে প্ৰায়েই অলপ কাটছাট কৰি লয়, ভাঁজ-ভুঁজবোৰো পোনাই লয়। প্ৰধান ঘটনাৰ লগতে যিবোৰ সৰু-সুৰা ঘটনা ঘটিব লাগিছিল কিন্তু ঘটা নাই, সেইবোৰো যোগ কৰি দিয়ে। খহটা দাঁতিবোৰ ঘঁহিমেলি নিমজ আৰু মসৃণ কৰি লয়। সেই কাৰণে বেলেগ বেলেগ মানুহে দিয়া একটা ঘটনাৰ বিৱৰণ বেলেগ বেলেগ হৈ পৰে। সকলো ঘটনাই আচলতে আপেক্ষিকভাৱে সত্য।

বহুত দিনৰ মূৰত সিদিনা মই কলেজৰ সহপাঠী অনিলক লগ পালোঁ। হেণ্ডাৰচন কোম্পানীৰ ডাঙৰ বিষয়া। অফিচৰ কামত সপৰিবাৰে ইফালে আহিছে। তেওঁ আকৌ বিয়া কৰাইছে মোৰ দূৰসম্পৰ্কীয় ভনী ইৰাক। তেওঁ পিছে পৰিবাৰক 'মীৰা', 'মীৰা' বুলিহে মাতি আছে। কব নোৱাৰোঁ, মোৰেই কিবা ভুল হব পাৰে। সম্পৰ্কীয় ভনী বুলি কলোঁ হয়, কিন্তু পৰিচয় নথকাৰ দৰে। সম্বন্ধ উলিয়াবলৈ গলে জটিল অংক কৰিব লাগিব। সুধিয়েই পেলালোঁ—"বাক তোমাৰ পৰিবাৰৰ নাম ইৰা নাছিল জানো?"

"সলাই লৈছোঁ। ইৰা আৰু কি এটা নাম? শব্দটোৰ মানে কি?"

অনিলে ওলোটাই মোক প্ৰশ্ন কৰিলে। মই একো নামাতিলোঁ। মোৰ কি? তোমাৰ পৰিবাৰক তুমি যি ইচ্ছা সেই নাম ধৰি মাতা, মোৰ কি?

অনিল দাসে পিছত মোক লগ ধৰি নাম সলনি কৰাৰ কাৰণ

ব্যাখ্যা কৰিছিল। অৱশ্যে মনত ৰাখিব লাগিব যে অনিলে খুব আকৰ্ষণীয়ভাৱে গল্প কৰিব পাৰে। গল্পটো ৰসোত্তীৰ্ণ কৰিবলৈ যাওঁতে সত্যৰ লগত আপোচ কৰে বুলিও মই জানো। তথাপি তেওঁ যিদৰে গল্পটো কৈছিল মই ঠিক সেইদৰেই কৈছো :

হেণ্ডাৰচন কোম্পানীৰ শিক্ষানবীচ হিচাপে কলিকতালৈ আহিছো। এক বছৰ শিক্ষা লব লাগিব। আমি সৰু চহৰত থকা মানুহ। নিজৰ ঠাইতহে আমাৰ মইমতালি, বাহিৰত ওলালে আমি অসহায়। কলিকতাত ইৰাক পাই বৰ ভাল লাগিল। আমাৰ ঠাইৰ বঙালী পৰিয়ালৰ ছোৱালী। তেওঁলোকৰ পৰিয়ালটোৰ লগত আমাৰ পৰিয়ালৰ বেচ ঘনিষ্ঠতা আছিল। ইৰাৰ দেউতাকক আমি 'কাকা-বাবু' বুলি মাতিছিলোঁ।

মই জনামতে মই ইৰাতকৈ অলপ ডাঙৰ, কিন্তু ইৰাই কয় তেওঁহে কেইমাহমানে ডাঙৰ। ইৰাৰ কলিকতাত বিয়া হৈছে। গিৰিয়েক মনোজ ৰায় গৰিয়াহাটা কলেজৰ অধ্যাপক। মই আগতে লগ পোৱা নাছিলোঁ। লগ পাই খুব ভাল লাগিল। যথেষ্ট পঢ়াশুনা আছে। বহল দৃষ্টিভংগীৰ সংস্কৃতিসম্পন্ন মানুহ। বামপন্থী ৰাজনৈতিক মতবাদত বিশ্বাসী।

প্ৰথমে গম পোৱা নাছিলোঁ। মনোজ ৰায় চকীত বহি আছিল। স্বাস্থ্যবান সুপুৰুষ। মই যাবলৈ ওলাওঁতে তেওঁ থিয় হ'ল। আঠুৰ তলৰ পৰা সোঁভৰিখন বিকৃত। অপ্ৰয়োজনীয় অংগৰ দৰে ওলমি আছে। মোক আগবঢ়াই দিবলৈ গৈ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰি বাগৰি পৰিবলৈ ধৰিছিল।

মই অস্বস্তি বোধ কৰিছিলোঁ। কিন্তু মনোজ ৰায় বোধহয় তেওঁৰ এই অপূৰ্ণতা সম্বন্ধে সজাগ নাছিল।

ৰায়ক মোৰ খুব ভাল লাগিছিল। মানুহজনৰ লগত মোৰ এটা হৃদ্যতাপূৰ্ণ সম্বন্ধ গঢ়ি উঠিছিল। মই তৰ্ক কৰি উত্তেজিত হৈ উঠিলেও তেওঁ কৌতুক বোধ কৰিছিল। মোৰ প্ৰতি তেওঁৰ এক সস্নেহ প্ৰশ্ৰয়ৰ ভাব আছিল। তেওঁৰ প্ৰতি মোৰ মনত এটা

শ্ৰদ্ধাৰ ভাৱ গঢ়ি উঠিল।

ইৰাহঁতৰ ঘৰত এটা বেচ আন্তৰিকতাপূৰ্ণ পৰিবেশ আছিল। মই তাত একো সঙ্কোচ বোধ কৰা নাছিলো। মাজে সময়ে ভাত-পানীও খাইছিলোঁ।

কথা পাতি থাকোঁতে ৰাতি হলে ৰায়ে কৈছিল, "অনিলবাবু ইয়াতেই খাই যোৱা।" ইৰাই জকজকাই উঠিছিল।

"হয়তো! কাম নাই? এই ৰাতিখন মই আকৌ ৰান্ধিবলৈ যাওঁ। আমাৰ প্ৰয়োজনৰ কাৰণে যিখিনি বস্তু আছে তাৰে গোটেই-খিনি দিলেও দেখোন ইয়াৰ একো নহব।"

কেতিয়াবা কথা পাতি থাকোঁতে ইৰাই হুলস্থুল লগাই দিয়ে। "এই, তোৰ যোৱাৰ মতলব নাই? আমি ভাতপানী খাব নালাগে? শুব নালাগে?'

গোৱালপৰীয়া ভাষাত তুমি শব্দটোৰ বিশেষ প্ৰচলন নাই। ঘনিষ্ঠতা থাকিলে তুমিৰ ঠাইত তুই অৰ্থাৎ তইয়েই চলে

ইৰাহঁত বালিগঞ্জ ষ্টেচনৰ কাষত একডালিয়া ৰোডত সৰু দুই কোঠাৰ ঘৰ লৈ আছিল।' মই প্ৰায়েই গধূলি তেওঁলোকৰ ঘৰলৈ গৈছিলোঁ। একডালিয়া ৰোডত সোমাওঁতে সোঁফালৰ গাড়ী-বাৰান্দাৰ তলত ছোৱালী এজনীয়ে ভিক্ষা কৰিছিল। উদ্ধত যৌৱন। তাই নিজেও তাইৰ এই সম্পদ সম্বন্ধে সচেতন। যৌৱনৰ উপ-চাৰবোৰ এনেকৈ সজাই প্ৰকট কৰি ৰাখে যে পথচাৰীৰ দৃষ্টি স্বয়ং-ক্ৰিয়ভাৱে তাইৰ প্ৰতি আকৃষ্ট হয়। মিছা কথা কিয় কম? সিফালেৰে যাওঁতে মোৰো দৃষ্টিয়ে তাইক এবাৰ স্পৰ্শ কৰি গৈছিল।

সিদিনাও বৰষুণৰ মাজত তাই গাড়ীবাৰান্দাৰ তলত থিয় হৈ দাঁতেৰে কামুৰি কুঁহিয়াৰ খাই আছিল। মই বৰষুণ অলপ কমালৈ তাতেই কিছু সময় অপেক্ষা কৰিম বুলি ভাবিছিলোঁ। কিবা কাৰণে ঠাইডোখৰ অস্বাভাৱিকভাৱে নিৰ্জন। মোক দেখি তাই মোৰ ফালে আগবাঢ়ি আহিল। বুকুৰ কাপোৰ বাগৰি পৰিছে, বুকুখন উদং। প্ৰায় গাত গা লগাই মোৰ কাষত থিয় হৈ তাই মোৰ ফালে হাত

এখন আগবঢ়াই দিলে। চকুত ইংগিতপূৰ্ণ কটাক্ষ। মই ছিটিকি গাড়ীবাৰান্দাৰ তলৰপৰা ওলাই পৰিলোঁ।

উৰ্ধশ্বাসে লৰৰি গৈ মনোজ ৰায়ৰ ঘৰ পাওঁতে যে সম্পূৰ্ণ তিতি গৈছিলোঁ কবই পৰা নাছিলোঁ।

ইৰাই ডাবি দিয়াতহে গম পালোঁ।

"কিহে পাইছে তোক? ক'ৰবাত সোমাব নোৱাৰিলি? অসুখ হলে কি হব?"

"একো নহয়। তই গাৰ্জিয়ানী ফলাব নালাগে। চাওঁ, গামোচা চামোচা কিবা এখন দেচোন।"

"ভিজা কাপোৰকানিবোৰ সলাই ল। দেউতাৰ ধুতি এখন দিওঁ, ৰ। পাঞ্জাবীও তোৰ গাত হব।" মনোজ ৰায় ঘৰত নাই। কলেজত কিবা ফাংচন আছে। আহোঁতে পলম হব বুলি কৈ গৈছে।

"বহ তই। চাহ দিওঁ।"

মনোজ ৰায়ৰ কাপোৰ পিন্ধাৰ লগে লগে মোৰ ব্যক্তিত্বৰ সূক্ষ্ম পৰিবৰ্তন ঘটি গ'ল। মনোজ ৰায়ে যিখন চকীত বহি পঢ়াশুনা কৰে মই স্বয়ংক্ৰিয়ভাৱে সেইখন চকীত বহিলোঁ। কিতাপ থোৱা ৰেকত মনোজ ৰায়ৰ চিগাৰেট থাকে। বিনা দ্বিধায় মই এটা চিগাৰেট উলিয়াই জ্বলাই ললোঁ।

তেতিয়া মই তেনেকৈ চিগাৰেট খোৱা নাছিলোঁ। অন্ততঃ মনোজ ৰায়ৰ ঘৰত কেতিয়াও খোৱা নাছিলোঁ। চাহকাপ লৈ আহি তেনেকৈ মোক নিৰ্বিকাৰভাৱে চিগাৰেট হুপি থকা দেখি ইৰাৰ ভুৰু কোঁচ খাই গ'ল।

চাহকাপ মেজত থৈ ইৰাই কলে—"তই বহ, মোৰ অলপ কাম আছে।"

ইৰাই মোক অকলে এৰি থৈ ভিতৰৰ ফালে যাবলৈ ওলাল।

এইবোৰ কি কথা? কি এনে কাম?

"কি এনে কাম? বহাচোন বহা।

কথাষাৰ কৈ মোৰ ক'ৰবাত কিবা এটা গণ্ডগোল হোৱা যেন লাগিল।

মই ইৰাক নিঃসংকোচে 'তই' বুলি সম্বোধন নকৰো জানো? বাদ দিয়া এইবোৰ। মই যেন মোৰ অতীতৰ পৰা বিচ্ছিন্ন হৈ পৰিছোঁ। অনিল দাসে কি ধৰণে কথা কৈছিল, কি ধৰণে চিন্তা কৰিছিল সকলো পাহৰি গলোঁ। গলোঁ কি হ'ল? মই জানো অনিল দাস?

মই থিয় হবলৈ গৈ তৎক্ষণাৎ মেজত হাতৰ ভৰ দি ভাৰসাম্য ৰক্ষা কৰিলোঁ। আঠুৰ তলৰ পৰা সোঁ ভৰিখনত মুঠেই জোৰ নাই। লেকেচিয়াই লেকেচিয়াই দুই খোজমান আগবাঢ়িবলৈ চেষ্টা কৰিলোঁ। ইৰাই একো নকৈ ভিতৰ ফালে সোমাই ভিতৰ ফালৰপৰা দুৱাৰ-খনত খিলি লগাই দিলে।

তৎক্ষণাৎ মোৰ মোহাচ্ছন্ন ভাৱটো আঁতৰি গ'ল। দুই খোজ-মান দিয়াত ভৰিৰ জিন্‌জিননি নোহোৱা হ'ল।

গাড়ীবাৰান্দাৰ পৰা ছিটিকি অহাৰ পৰা আৰম্ভ কৰি এই-খিনিলৈ সময়ছোৱা মোৰ জীৱনত প্ৰক্ষিপ্ত অনাৱশ্যক, উপকৰুৱা বিস্মৃতি! এইখিনি অংশ মচি পেলাব লাগিব। পিচ দুহকি মই আকৌ গাড়ীবাৰান্দালৈ উভতি যাম। তাত গৈ প্ৰথমেই যি দিশত যাত্ৰা কৰিবলৈ সহজাত প্ৰেৰণা আহিছিল বিনা প্ৰতিৰোধে সেই দিশতেই যাত্ৰা কৰিম। ঘঁাহবন গজি মোৰ জীৱন যাত্ৰাৰ এই আওহতীয়া অংশ ক্ৰমাৎ নিশ্চিহ্ন হৈ যাব।

মই মনোজ ৰায়ৰ ঘৰৰ পৰা ওলাই লৰৰি আহি আকৌ গাড়ীবাৰান্দাত থিয় হলোঁ। কিন্তু বৃথা চেষ্টা। ভিক্ষাৰী ছোৱালী-জনী তাত নাই। নাই নোৱাৰি, পদচিহ্ন কেতিয়াও মচি পেলাব নোৱাৰি। কোনো উপায় নাই।

গল্পটো শেষ কৰি অনিল দাস ৰীতিমত উত্তেজিত হৈ উঠিল। মোৰ ধাৰণা হ'ল গল্পটো সঁচা। কিন্তু? ইমান এটা কি গুৰুত্বপূৰ্ণ কথা? মই অনিলক সুধিলোঁ, "পৰিবাৰৰ নাম সলনি কৰাৰ কি অৰ্থ?" অনিলে অৱজ্ঞাপূৰ্ণ দৃষ্টিৰে মোৰ ফালে চাই কলে, "মূৰ্খ।"

# অবিদিত

অমল দাসে মোক প্ৰভাত তুৰবাৰ মৃত্যু সংবাদ দিলে।

"প্ৰভাত তুৰবা মৰিল হে।"

আচৰিত হ'বলগীয়া কথা নহয়। মাৰ টান নৰিয়া বুলি খবৰ পাই মই যেতিয়া দিল্লীৰ পৰা আহো তেতিয়াই তেওঁৰ অৱস্থা বেয়া। মাৰ শ্ৰাদ্ধ-শান্তি শেষ কৰি ইয়াৰে কলেজ এটাত কাম পাই মই ইয়াতেই থাকি গলো। পিছে অমলৰ মুখতহে প্ৰথমে খবৰটো পালো।

"ক'ত শুনিলা?"

"ৰেডিঅ'ত কৈছে, আজিৰ কাগজতো ওলাইছে।"

"হয় নেকি? এক বজাৰ আগতে আমাৰ এইফালে কাগজতো নিদিয়েই।"

"এইজন তুৰবাৰ ছোৱালীৰেই নিগ্ৰো এজনৰ লগত বিয়া হৈছে নহয়?"

ইয়াতো সেই একেটা কথা। অমলে নিগ্ৰোবোৰৰ অসীম যৌনক্ষমতাৰ কথা কৈ ৰহস্য কৰিলে।

দিল্লীলৈ যোৱাৰ আগতে মই তুৰবা ডাঙৰীয়াক লগ পোৱা নাছিলো। পিছে আগৰ পৰাই তেওঁৰ সংক্ৰে নানা ধৰণৰ গল্প শুনি আছিলো। আমাৰ লগত তেওঁৰ অলপ সম্বন্ধও আছে। সকতে তেওঁৰ সম্বন্ধে নানা ৰকমৰ নিন্দাবাদ শুনিছিলো। পিছৰ ফালে তেওঁৰ নাম বিয়পি পৰাত তেওঁৰ লগত আমাৰ ঘনিষ্ঠ সম্বন্ধ আছে বুলি কৈ ঘৰৰ মানুহে গৰ্ব কৰাও দেখিছো। অৰ্থশাস্ত্ৰত এম.

এ পাছ কৰি কেন্দ্ৰীয় চৰকাৰৰ অৰ্থনৈতিক বিভাগ এটাত নিয়ন্ত্ৰৰ নিময়াৰ কাম পালো। 'ৰেফাৰেঞ্চৰ' কাৰণে ডঃ প্ৰভাত ভুৱৰাৰ নাম উল্লেখ কৰা কাৰণেই বোধহয় কামটো পাইছিলো।

দিল্লীলৈ হৈ প্ৰথম বাৰৰ কাৰণে প্ৰভাত ভুৱৰাক লগ পাওঁ। ইমান ডাঙৰ মানুহক দেখা কৰিবলৈ মোৰ ভয়েই লাগি আছিল। পিছে ভয় কৰাৰ কোনো কাৰণ নাছিল। তেওঁ অতি মৰমেৰে মোক আদৰি লৈছিল। শান্ত, গম্ভীৰ প্ৰকৃতিৰ মানুহ। বয়স সত্তৰ পাৰ হৈ গৈছে। দেখিলেই মনত এটা শ্ৰদ্ধাৰ ভাব উদয় হয়। মই তৎক্ষণাৎ তেওঁৰ ঘৰৰ ল'ৰাৰ দৰে হৈ পৰিলো। বৰমায়েও মোক পুত্ৰ মৰম কৰিছিল।

মই এটা মেছত আছিলো। তেওঁলোকে মোক তেওঁলোকৰ লগত থকাৰ কাৰণে জোৰ কৰিছিল। মই কিবাকিবি কৈ হাতসাৰি গৈছিলো। আবেলি ফুৰিবলৈ গ'লে ৰাতিৰ সাজ নুখুৱাকৈ তেওঁ-লোকে মোক এৰি দিয়া নাছিল। বুঢ়া বয়সত ৰাতিখন নিজে গাড়ী চলাই বৰদেউতাই মোক মেছত থৈ আহিছিল। আপত্তি কৰিলেও নুশুনে। মই বৰ অস্বস্তিবোধ কৰিছিলো। অৱশ্যে মই মনে মনে অলপ গৰ্বও বোধ কৰিছিলো। প্ৰভাত ভুৱৰাৰ মই কিমান আপোন! ক্ষমাৰ যোগ্য দুৰ্বলতা।

বৰদেউতাই মোক কয়, "বিচাৰ্চ কৰা, মই সকলো ব্যৱস্থা কৰি দিম। তোমাৰ এই কামত বৰ বেছি উন্নতিৰ সুযোগ নাই।"

মই মহা আনন্দত আছো। চাকৰি নামত, কাম একো নাই। মাহৰ শেষত দৰমহা পাইছো. আড্ডা মাৰিছো, মহানন্দে ঘূৰি ফুৰিছো. কিহৰ ৰিচাৰ্চ, কিহৰ আকৌ পঢ়াশুনা? পিছে পলাই ফুৰিলেও উদ্ধাৰ নাই। দুদিনমান নগলে বৰদেউতাই মোক বিচাৰি মেছলৈ আহে। ইমানদিন আত্মীয়-স্বজনৰ পৰা বিচ্ছিন্ন হৈ থকা কাৰণে বোধহয় কাৰোবাক পালে আঁকোৱালি লোৱাৰ আগ্ৰহ।

মই ইকনমিক্‌চৰ এম, এ। মই ভাল পাম বুলি ধৰি লৈ তেওঁ মোৰ লগত ইকনমিক্‌চৰ কথা পাতে। সেইতাৰ তত্ত্বৰ ওপৰত

মোক প্ৰশ্ন সোধে। অৰ্থনীতিত উচ্চ গণিতৰ প্ৰয়োগ সম্বন্ধে আলোচনা কৰাৰ চেষ্টা কৰে। প্ৰভাত তুৰৱা এজন বিশ্ববিখ্যাত অৰ্থনীতিবিদ আৰু মই বাচি বাচি কেইটামান প্ৰশ্ন মুখস্থ কৰি কোনোৰকমে প্ৰথম শ্ৰেণীত এম. এ পাছ কৰিছো। সাংঘাতিক অৱস্থা।

প্ৰভাত তুৰৱাৰ কাহিনী পৌৰাণিক উপাখ্যানৰ কাহিনীৰ দৰে চমকপ্ৰদ। তেওঁ এনেকুৱা এজন মানুহ যিজনে হয় উল্কাৰ দৰে তীব্ৰ গতিৰে আগবাঢ়ি যাব, নহলে উল্কাৰ দৰে জ্বলি উঠি নিঃশেষ হৈ যাব। একোৰেই তেওঁৰ গতি সলনি কৰিব নোৱাৰে। তেওঁৰ দৰে একে অৱস্থাত পৰিলে অইন মানুহৰ চিন-চাব নোহোৱা হৈ গ'ল হয়। প্ৰতিকূল অৱস্থাতো তেওঁ তিষ্ঠি ৰ'ল। তেওঁ কি বিচাৰে সেই সম্বন্ধে তেওঁৰ মনত কোনো দ্বিধা নাছিল। গতিকে একোৱেই তেওঁৰ উদ্দেশ্যক দুৰ্বল কৰিব পৰা নাছিল। ক্লাছ নাইনত পঢ়ি থাকোঁতে চৈধ্য বছৰ বয়সত তেওঁ ঘৰৰ পৰা পলাই যায় আৰু প্ৰখ্যাত বিশ্ববিদ্যালয় এখনৰ অৰ্থশাস্ত্ৰৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ লয়।

গল্পৰ দৰে ঘটনা। প্ৰভাত তুৰৱাক লৈ বহুতো সাধুকথাৰ সৃষ্টি হৈছে; কিছুমান সঁচা, কিছুমান কল্পনাপ্ৰসূত। তেওঁ হেনো চাঁদনী চকৰ ফুটপাথত মানুহৰ জোতা পালিচ কৰিছিল। তাতেই হেনো মিশনাৰী কলেজৰ আইৰিচ অধ্যাপক এজনৰ চকুত পৰে। সঁচা নে মিছা মই নাজানো। ডাঙৰ মানুহক লৈ এনেকুৱা বহুতো গল্পৰ সৃষ্টি হয়। আমাৰ কলেজৰ অধ্যাপক এজনক লৈও এই ধৰণৰ বহুতো কিংবদন্তী প্ৰচলিত আছে। এম, এচ, চি পৰীক্ষাৰ দিনা ৰাতিপুৱাই মদ খাই তেওঁ হেনো বেহুচ হৈ পৰি আছিল। পৰীক্ষা আছে বুলি কবই নোৱাৰে। সময় উকলি যোৱাৰ বহু সময়ৰ পিছতো হলত নেদেখি অধ্যাপক এজনে দাঙি লৈ আনি তেওঁক হলত বহুৱাই দিলে। তেনেকুৱাকৈ পৰীক্ষা দিও তেওঁ প্ৰথম শ্ৰেণীত প্ৰথম হ'ল। এইবোৰ কংবদন্তী প্ৰচাৰ কৰাত দোষ

একো নাই। মানুহ কল্পনাবিলাসী। প্ৰথম শ্ৰেণীত প্ৰথম হোৱা-টোৱেই অধ্যাপকজনৰ কাৰণে যথেষ্ট নহয়। তেওঁ যে তাতোকৈ ডাঙৰ সেইটো দেখুৱাবৰ চেষ্টা।

প্ৰভাত দুৱৰাক লৈ বহুত গল্প আছে; কিছুমান সঁচা, কিছুমান কল্পনা প্ৰসূত। তেওঁৰ বিয়াৰ কথা লৈও বহুতো গল্প আছে। শীলা কউৰৰ দেউতাকৰ বিয়াত মত নাছিল। দেউতাক আছিল উচ্চ পদস্থ সামৰিক বিষয়া। তেওঁৰ মতৰ বিৰুদ্ধে গলে গুলী কৰি মাৰি পেলাব বুলি তেওঁ ছোৱালীক ভয় দেখুৱাইছিল। পিছে নিজৰ ছোৱালীক তেওঁ চিনি পোৱা নাছিল। শীলা কউৰ আৰু প্ৰভাত দুৱৰাই কোনো কথাতেই আপোচ কৰিব নাজানিছিল। তেওঁলোক যি বিচাৰে তাৰ বিকল্প হিচাপে অইন একো লবলৈ তেওঁলোকে প্ৰস্তুত নহয়। হয় এইটো নহয়, সেইটো বুলি কোনো কথা নাই। হয় এইটো, নহলে নাই।

মই বাহিৰা কিতাপ-পত্ৰ বিশেষ নপঢ়ো, দুনিয়াৰ ক'ত কি হৈছে সেই সম্বন্ধেও মোৰ স্পষ্ট ধাৰণা নাই। মানুহৰ মুখত যি শুনো সেয়েই। অমৃত জেকচনৰ নামটো ক'ৰবাত শুনিছো যেন লাগে। তেওঁ হেনো ভাৰতক গালি পাৰি বিদেশৰ আলোচনীত প্ৰবন্ধ লিখে। স্বাভাৱিকতে তেওঁৰ ওপৰত মোৰ খং। দিল্লীত আহিহে গম পালো যে অমৃত জেকচন প্ৰভাত দুৱৰাৰ একমাত্ৰ ছোৱালী। এতিয়া মনত পৰিছে। প্ৰভাত দুৱৰাৰ ছোৱালীৰ এজন আফ্ৰিকাৰ মানুহৰ লগত বিয়া হৈছে বুলি শুনিছিলো। আফ্ৰিকান নহয়, আমেৰিকাৰ নিগ্ৰো।

প্ৰভাত দুৱৰা পৰিদৰ্শনকাৰী অধ্যাপক হিচাপে আমেৰিকাৰ বিশ্ববিদ্যালয় এটালৈ গৈছিল। তেওঁ পৰিবাৰক লৈ উভতি আহিল কিন্তু তেওঁৰ ছোৱালী অমৃতে তেওঁৰ 'থিচিচ' সম্পূৰ্ণ কৰিবলৈ তাতেই থাকি গ'ল।

তেতিয়াই অমৃতৰ ৰোনাল্ড জেকচনৰ লগত বিয়া হয়। প্ৰভাত দুৱৰাৰ এই বিয়াত মত আছিল নে নাই কোৱা টান, অন্ততঃ মুখ

ফুটাই কেতিয়াও কাৰো আগত তেওঁ আপত্তি প্ৰকাশ কৰা নাই। পিছে শীলা ডুৰৱা অত্যন্ত মৰ্মাহত হৈ পৰিছিল।

যেতিয়া অমৃতে ৰোনাল্ডক লৈ দিল্লীলৈ আহে শীলা ডুৰৱাই হাজাৰ চেষ্টা কৰিও সকলো সময়ত মুখত আনন্দৰ ভাব ধৰি ৰাখিব নোৱাৰিলে। অমৃতে লক্ষ্য কৰিলে যে মাকে মাজে মাজে ৰোনাল্ডৰ ফালে থৰ লাগি চাই থাকে। বৰ বেচি সচেতন হৈ থকা কাৰণে অমৃতে ভাবিলে যে মাকে ৰোনাল্ডৰ ঘোৰ কৃষ্ণ গাৰ বৰণ, ডাঠ ওঁঠ আৰু কেঁকুৰা চুলিৰ ফালে বিতৃষ্ণাৰ দৃষ্টিৰে হে চাই আছে। ৰোনাল্ড যে দেখাত কেনেকুৱা অমৃতেও জানে। মাকৰ মনৰ ভাব বুজি পোৱাত তেওঁৰ অসুবিধা নহ'ল আৰু সেই কাৰণেই তেওঁৰ খঙৰ মাত্ৰা বাঢ়িহে গ'ল। প্ৰতিৰক্ষামূলক ক্ৰোধত তেওঁৰ চকুহাল ধকৃকৈ জ্বলি উঠিল। কুসংস্কাৰাচ্ছন্ন, কপট, গোলাম ক'ৰবাৰ। ৰোনাল্ড শ্বেতকায় হোৱা হলে এওঁলোকে গৰ্বত ওফন্দি উঠিলে হয়। ঘৰলৈ অহাৰ পিছৰ পৰা অমৃতৰ ঘৰৰ পৰা দূৰত্ব বাঢ়িহে গ'ল।

ভাৰতৰ সকলোখিনিৰ ওপৰতেই অমৃতৰ ঘৃণা জন্মিল। মাক-দেউতাকো এই প্ৰতিক্ৰিয়াৰ পৰা বাদ নপৰিল। বাহিৰৰ বিভিন্ন আলোচনীত অমৃতে ভাৰতক সমালোচনা কৰি প্ৰবন্ধ লিখিবলৈ ধৰিলে। বৰ বৰ কথা, ভিতৰ ফোঁপোলা। নেতৃবৰ্গৰ কপটাচৰণ, সমগ্ৰ বিশ্বক উপদেশ বিতৰণ। আমেৰিকাৰ বৰ্ণ বৈষম্য লৈ ভাৰতে টেঁটু ফালি চিঞৰে। ভাৰতত কি? হৰিজনক পুৰি মাৰা দেখোন ভাৰতৰ এটা জাতীয় উৎসৱ। দক্ষিণ আফ্ৰিকাৰ কৃষ্ণকায় বন্দী বোৰৰ ওপৰত অত্যাচাৰ কৰা হয় বুলি কৈ ভাৰতৰ মানুহে উত্তেজিত হৈ উঠে। পিছে ভাৰতনো কি? কয়দীক অন্ধ কৰি দিয়া, সিহঁতৰ আঠুৰ ঘিলা কাঢ়া ইত্যাদি ভাৰত দেখোন নিত্য নৈমিত্তিক ঘটনা। কপটতাৰ এটা সীমা থকা উচিত।

ভাৰতৰ মানুহে অমৃত জেকচনক চকু পাৰি দেখিব নোৱাৰে, নাম শুনিলেই জকি উঠে। বজ্জাত, দেশদ্ৰোহী। কোনোবাই কয়, "নাজানে? বেটীয়ে এজন নিগ্ৰোৰ লগত বিয়া সোমাইছে।"

"হয় নেকি ?"

সকলোৱে যেন এক জটিল প্ৰশ্নৰ সমাধান বিচাৰি পায়। নিগ্ৰোবোৰৰ যৌনক্ষমতা আৰু অমৃত জেকচনৰ যৌনবিকৃতিৰ কথা লৈ আলোচনা জমি উঠে।

প্ৰভাত তুৰৰা আৰু শীলা দুৰৰাক দেখি জনাৰ উপায় নাই যে তেওঁলোকৰ জীৱনত এনেকুৱা এটা জটিল সমস্যা আছে। মই এই ভাবিয়েই স্বস্তি বোধ কৰো যে মই অতি সাধাৰণ মানুহ। মোৰ সমস্যাবোৰ সীমিত, অনুভূতিবোৰো সীমিত। সকলোৰে যেনেকৈ একোটা উচ্চ পৰিবন্ধ আছে তেনেকৈ একোটাকৈ নিম্ন পৰিবন্ধও আছে। মই আনন্দত উজ্বল হৈও নাচো আৰু কিবা নাপালেও মই জীৱনটো অৰ্থহীন বুলি বোধ নকৰো। মোৰ জীৱনৰ গতিপথ কেনেকুৱা হ'ব মোটামুটি ভাবে মই কৈ দিব পাৰো। প্ৰভাত তুৰৰাৰ দৰে মানুহৰ মানসিক গতিধাৰাৰ সন্ধেদ কথা মোৰ পক্ষে অসম্ভৱ। স্থিৰ দীপশিখাৰ দৰে অচঞ্চল কিন্তু ভিতৰত কি প্ৰচণ্ড ধুমুহাৰ তাণ্ডৱ নাচি চলি আছে, ধৰিব নোৱাৰি।

প্ৰভাত তুৰৰাৰ বিষয়ে আগতে মই বিশেষ একোৱেই নাজানিছিলো। দিল্লীলৈ আহি বহুতো কথা গম পালো। তেওঁক চিনি পাইছো বুলি ক'ব নোৱাৰো। বিস্ময় আৰু শ্ৰদ্ধাৰ ভাব লৈ তেওঁৰ সমুখত থিয় হৈছো। এওঁলোকৰ মানসিক প্ৰতিক্ৰিয়াৰ লগত মোৰ মানসিক প্ৰতিক্ৰিয়া নিমিলে গতিকে চিনি পোৱাৰ প্ৰশ্ন নুঠে।

প্ৰভাত তুৰৰাই এদিন মোক ফটো এখন দেখুৱালে। অতিশয় ধুনীয়া ছোৱালী এজনী এজন শকত আৱত নিগ্ৰো আৰু এজন বৃদ্ধ। বৃদ্ধৰ ভংগী সামৰিক ঋজুতা। বুজিলো ছোৱালীজনী অমৃত আৰু ল'ৰাজন ৰোনাল্ড স্মিথ দুজন। কেনেকৈ সম্ভৱ ? যিজন মানুহে প্ৰভাত তুৰৰাৰ লগত বিয়া সোমালে নিজৰ ছোৱালীক গুলী কৰি মাৰিব বুলি হুমকি দিছিল তেওঁ ইয়াত কেনেকৈ আহিল ?

তুৰৰাই ক'লে, "সিহঁতে যেতিয়া ইয়ালৈ আহিছিল, তেতিয়াই

তোলা ছবি। দহ বছৰমান হ'ল।"

তেওঁ অলপ হাঁহিলে।

"শম্ভুৰৰ লগতেই সিহঁতৰ খুব ঘনিষ্ঠতা হৈছিল। তেৱেঁ। সিহঁত দুয়োকে বৰ মৰম কৰিছিল। দোলক যে সম্পূর্ণ বিপৰীত ফালে যায় ইয়ো তাৰ প্ৰমাণ।"

বাহিৰৰ প্ৰশান্ত ভাবৰ অন্তৰালত তেওঁৰ মনতো যে অস্থিৰতা আছে সেইকথা মই বুজি পাইছিলো। কেতিয়াবা তেওঁ আত্মনিমগ্ন হৈ থাকে। মই অপ্ৰস্তুত হৈ মনে মনে পলাই যাবলৈ বিচাৰো। তেওঁ তৎক্ষণাৎ সচেতন হৈ মোক আকৌ মাত দিয়ে।

'বুজিছা মন্নু অকল যুক্তিৰে কোনো প্ৰশ্নৰ মীমাংসা নহয়, কোনো সমস্যাৰ সমাধান বিচাৰি পোৱা নাযায়। যুক্তিবোৰ কেতিয়াও নিৰপেক্ষ নহয়, এইবোৰো কিছুমান স্বতঃসিদ্ধৰ ওপৰত নির্ভৰশীল। স্বতঃসিদ্ধৰ হেৰ ফেৰ কৰি হত্যা ধ্বংস সকলো কামৰে যুক্তি বিচাৰি পাব পাৰি।"

মই মনে মনে থাকিলো। এইবোৰ কথা মোৰ বৌদ্ধিক ধাৰণাৰ পৰিধিৰ বাহিৰত। কিবা অসংলগ্ন কথা কোৱাতকৈ মনে মনে থকাই ভাল।

"প্ৰত্যেক মতবাদৰ উগ্ৰ সমর্থকো থাকে, ঘোৰতৰ বিৰোধীও থাকে। সর্বসমর্থিত মতবাদ খুব কমেই আছে। কিকোনো তত্ত্ব এটা স্ফটিকৰ দৰে স্বচ্ছ। সংস্কাৰ, অভিজ্ঞতা, দৃষ্টিভঙ্গী, চিন্তা কৰাৰ অভ্যাস, পৰিবেশ এই সকলোবোৰ লগলাগি তত্ত্ব এটাক ৰূপ এটা দিয়ে, কাম এটাক যুক্তিপূর্ণ কৰি তোলে জানা নহয়? সতী-দাহ প্ৰথা যাতে বন্ধ কৰা নহয় তাৰ কাৰণে কর্তৃপক্ষক আবেদন কৰা হৈছিল।"

কি মাতিম? আকৌ মনে মনে ৰলো।

'দার্শনিক মতবাদ আৰু ধৰ্মৰ তত্ত্বও স্পষ্টকৈ বুজি পোৱা অসম্ভৱ। গীতাৰ ইমান ভাষ্য কিয় কোৱাচোন।"

নিজকে কোৱাৰ দৰে প্ৰভাত ডুৱৰাই কলে, "মই সত্য কি,

জানিবলৈ চেষ্টা কৰি আছো।"

মোৰ সামান্য বুদ্ধিৰেও মই উপলব্ধি কৰিব পাৰিলো যে এইটো এটা অসম্ভৱ উক্তি। কিন্তু তেওঁৰ যি চৰিত্ৰবল, সেইকথা জানি কথাষাৰ অবিশ্বাস কৰিবলৈও মন নাযায়।

দুদিনমান প্ৰভাত দুৱৰাৰ ঘৰৰ ফালে খোজ নাছিলো। বৰমায়ে খবৰ দিয়াতহে গম পাই হাচ্‌পাতাললৈ গলো। গধূলি হঠাতে বৰদেউতাৰ 'ষ্ট্ৰোক' হ'ল। অধৈৰ্য্য নহৈ বৰমায়েই নিয়াৰিকৈ সকলো ব্যৱস্থা কৰিলে। কেইদিনমান পিছত বৰদেউতাক হাচ্‌-পাতালৰ পৰা ঘৰলৈ অনা হ'ল কৰাৰ একো নাই। গোটেই শৰীৰ অৱশ হৈ গৈছে। জ্ঞান নাই। কোনো ৰকমে উশাহ লৈ জীয়াই আছে। যিকোনো মুহূৰ্তত মৃত্যু হ'ব পাৰে, আকৌ দীৰ্ঘ দিন ধৰি জীয়াই থাকিবও পাৰে। এটা জড়পিণ্ডৰ দৰে বিছনাত পৰি আছে।

মই অতি সাধাৰণ মানুহ, অতি সাধাৰণ মোৰ অনুভূতি। ঠিক কৃতজ্ঞতাও নহয়, ঠিক ভক্তি-শ্ৰদ্ধাৰ কাৰণেও নহয়, মই প্ৰায়েই তেওঁলোকৰ ঘৰলৈ যাও, সন্ধ্যত ৰাতিলৈ বেমাৰীৰ ওচৰত বহি থাকো। বোধহয় মজ্জাগত কৰ্ত্তব্যবোধ।

বৰমাৰ আচৰণ দেখি মই বৰ আচৰিত হৈ গলো। সম্পূৰ্ণ নিৰ্বিকাৰ। যন্ত্ৰৰ দৰে ঘূৰি ফুৰে. বৰদেউতা সম্বন্ধে যেন সম্পূৰ্ণ উদাসীন। মুখত কোনো উদ্বেগৰ চিন নাই। অৱশ্যে মোৰ এই ধাৰণা বাহিৰৰ পৰা দেখি হোৱা ধাৰণা ভিতৰত কি হৈ আছে উপলব্ধি কৰা টান। বৰদেউতাক চোৱা-চিতা কৰিবলৈ চৌবিশ ঘণ্টাৰ কাৰণে অভিজ্ঞ নাৰ্চ এজনীক নিয়োগ কৰা হৈছে। যি কৰিব লাগে তেৱেঁই নিয়াৰিকৈ কৰে।

অভ্যস্ত নহওঁ কাৰণে মোৰ ভাল নালাগে। মই অস্বস্তি বোধ কৰো। পিচে যুক্তিৰ ফালেদি চালে দোষ একো নাই। আমি জীয়াই থকা মানুহক ভাল পাওঁ, মৰাশৰ প্ৰেমত নপৰো। বৰদেউতাক জীৱন্ত বুলি ক'ব পাৰি জানো? এইজনেই কি সেই

প্ৰভাত তুৰবা ? প্ৰতিকূল পৰিস্থিতিৰ লগত সংগ্ৰাম কৰিছে, ভিন্ন সম্প্ৰদায়ৰ ছোৱালীৰ প্ৰেমত পৰিছে, তীব্ৰ আবেগেৰে পৰিবাৰক সাৰটি ধৰিছে ? অজস্ৰ পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ লিখিছে, আন্তৰ্জাতিক সভাত বক্তৃতা দিছে ? বিছনাত জড়পিণ্ডৰ দৰে পৰি থকা এইজনেই কি সেই প্ৰভাত তুৰবা ?

মোৰ চিগাৰেট হুপিবৰ মন গ'ল। কোঠাৰ পৰা ওলাই গৈ বাৰান্দাত থিয় হৈ এটা চিগাৰেট জ্বলালো। জানো বৰদেউতাৰ জ্ঞান নাই, তেওঁ মানুহক চিনি নাপায়, মুখেৰে মাতিব নোৱাৰে। তথাপি চিগাৰেট জ্বলাবলৈ মোৰ সংকোচ।

বৰমায়ে মোক বাৰান্দাত দেখি কলে, "তুমি এতিয়াও যোৱা নাই ? থাকি নো কি কৰিবা ? ৰ'বা তেনেহলে। একেবাৰে খাই বৈ যাবা।"

"নালাগে।"

মই মেছৰ পিনে খোজ ললো।

মই বৰদেউতাৰ ওচৰলৈ নোযোৱাকৈ থাকিব নোৱাৰো। তেওঁৰ অশান্ত মগজু শান্ত হৈ আছে বুলি মোৰ বিশ্বাস নহয়। মই কেনেকৈ জানিম যে তেওঁৰ মগজুৱে এতিয়াও পূৰ্ণোদ্যমে কাম কৰি গৈ থকা নাই ? সমস্যাৰ কি সমাধান আবিষ্কৃত হৈ আছে ? তেওঁ কৈছিল যে তেওঁ সত্য কি জানিবলৈ চেষ্টা কৰি আছে। তেওঁ কি সেই পলাতক সত্যৰ সন্ধান পালে ? এই সত্য প্ৰচাৰ কৰিলে পৃথিৱীৰ ৰূপ হয়তো সলনি হৈ যাব। জানিলেও সেই সত্য প্ৰকাশ কৰাৰ তেওঁৰ শক্তি নাই। মই অধীৰ আগ্ৰহেৰে তেওঁৰ ফালে চাই থাকো। কিমান ৰাতি হ'ল মই কব নোৱাৰো।

মোৰ ভ্ৰম হয় তেওঁ যেন মোৰ ফালে চাই কিবা ক'বলৈ বিচাৰিছে। মই উৎসুক ভাবে ওচৰ চাপি যাও।

"বৰদেউতা, কিবা ক'ব ?

নাৰ্চজনীয়ে অসহিষ্ণুভাৱে মোক ডাবি দি উঠে।

"বুৰ্বকৰ দৰে কি কৈছা ? কথা কোৱা তেওঁৰ পক্ষে অসম্ভৱ। তেওঁৰ মাত ওলোৱা নলী সম্পূৰ্ণ বিকল হৈ গৈছে বুলি নাজানা নেকি ?"

# যমুনা

গংগা আৰু যমুনা, দুইজনী বাইভনী। খৰস্ৰোতা নৈৰ দৰে উচ্ছল আৰু প্ৰাণৱন্ত। মাক নাই। দেউতাক নেত্ৰ বাহাদুৰে দিনটো মদ খায় আৰু ডাঙৰ ডাঙৰ কথা কয়। গংগা আৰু যমুনাই টিকিৰা বনাই বিক্ৰী কৰে। পাচিত টিকিৰা লৈ ডাঙৰ ডাঙৰ মানুহৰ ঘৰত দিয়ো যায়। তেতিয়া চিগাৰেটৰ সিমান প্ৰচলন নাছিল। সম্ভ্ৰান্ত মানুহে ধঁপাত খাইছিল। অনুৰি, বালাখানা এইবোৰ ধঁপাতৰ গোন্ধত চৌদিশ আমোলমলাই গৈছিল।

টিকিৰা বেচি এখন সংসাৰ নচলে। মানুহে বেলেগ কথা কয়। আবেলি বায়েক ভনীয়েক দুয়ো সাজি কাচি ঘৰৰ সমুখত থিয় হৈ থাকে। গধূলি নেত্ৰ বাহাদুৰৰ ঘৰত ভদ্ৰঘৰৰ নষ্ট হৈ যোৱা ডেকাবোৰৰ আড্ডা। তাচৰ জুৱা বহে, মদ-মাংস চলে। মানুহে সম্ভাব্য উপসংহাৰলৈ আহে! ঠাই নাই? নেত্ৰ বাহাদুৰৰ শুকান মুখখন চাবৰ কাৰণে তাত মানুহৰ ভিৰ! কবৰ কথা নাই?

নেত্ৰ বাহাদুৰেও মানুহৰ আগত ডাংকোপ মৰা কথা কয়।

'মোক ফাল্‌তু মানুহ বুলি ভাবিছ নেকি? গগন বাবুৰ ল'ৰা নন্দ মোৰ দোস্ত। খাম বাবুৰ ল'ৰা ধীৰুই মোক খাতিৰ কৰি চলে। তই কোন অ?" নেত্ৰ বাহাদুৰৰ কথা শুনি মানুহে হাঁহে। কোনোবাই নেদেখাকৈ চিকুটি দিয়ে।

"দোস্ত নে জোঁৱাই?'

নেত্ৰ বাহাদুৰ উত্তেজিত হৈ উঠে। খণ্ডতে জপিয়াবলৈ আৰম্ভ কৰি দিয়ে। কি মুখ! গালাগালিৰ কি অফুৰন্ত ভাণ্ডাৰ!

মানুহে খুব মজা পায়।

অলপ পিছতেই নেত্ৰ বাহাদুৰে আগৰ কথা পাহৰি যায়। আকৌ বক্তৃতা দিবলৈ আৰম্ভ কৰে।

"হাঃ হাঃ হাঃ। কাল ৰাত নন্দ একদম ফেলেট্। খাড়া হোনেকো তাকৎ নাই। ৰাতিটো মোৰ বিচনাতে পৰি থাকিল।"

"তোমাৰ বিচনাতনে—।" আকৌ ছুটিল নেত্ৰ বাহাদুৰৰ মুখ।

হুলস্থুল কাণ্ড। গংগাও নাই, নন্দও নাই। চাৰিওফালে ছিঃ ছিঃ ছাঃ ছাঃ। ইতিকিং, বিস্ময়, উল্লাস, আক্ৰোশ, গোটেই ঠাই-খনৰে বাতাৱৰণ গধুৰ।

তাৰে মাজতে নেত্ৰ বাহাদুৰৰ তিৰিং তিৰিং জাপ।

"হাম নেহি ছোড়েগা। চাই লম মই। ডাঙৰ মানুহৰ ল'ৰা? বহুত ডাঙৰ মানুহ দেখা আছে। হাম কি কৈ ছোটা আদমি নেহি। মই শুদাই এৰি নিদিও। মই মামলা কৰিম। ডিঙিত গামোছা লগাই টানি আনি গংগাৰ লগত বিয়া দিম। গগন বাবুৰ লগত একেলগে বহি ভৰিৰ ওপৰত ভৰি তুলি তামাকু খাম।"

সেই সময়তে ৰমেনে কলিকতাত এম, এ পঢ়ি আছিল। নন্দই তেওঁক বিচাৰি তেওঁৰ হোষ্টেলত ওলাল। ইতিমধ্যে ৰমেনে ঘটনাৰ খবৰ পাইছে। তথাপিও নন্দৰ চেহেৰা দেখি তেওঁ চক খাই উঠিল। পোচাক-পাতি লেতেৰা, মুখত কেইবাদিনো নুখুৰোৱা ডাঢ়ি।

"আৰে নন্দদা, ক'ৰপৰা?"

উত্তৰত নন্দই কান্দিবলৈ ধৰিলে। লগত যি পইচা-পাতি আনিছিল সকলো শেষ। ঘৃণ্য পৰিৱেশত জঘন্য হোটেল এটাত আছে। গুণ্ডা আৰু বদমাচৰ আড্ডা।

ৰমেনহঁতে দল বান্ধি গৈ হোটেলৰ মালিকক পইচা পাতি দি নন্দহঁতক অলপ ভদ্ৰ ধৰণৰ হোটেলত তুলি গাঁৱত খবৰ দিলে। গংগাই ৰমেনক দেখি ঈশ্বৰক দেখা যেন পালে।

গংগা আৰু যমুনা। ৰমেনে সৰুৰে পৰা ইহঁতক জানে। ঘৰৰ কাষৰে ছোৱালী। সেই গংগাৰ ইমান কোব? অৱশ্যে সৰুৰে

পৰাই চঞ্চল আৰু উৎপতীয়া। সৰুতে মাক ঢুকাইছে, বাপেক মদাহী। ছুয়োয়ে টৌ টৌ কৈ ঘুৰি ফুৰিছিল। আম-কঠালৰ দিনততো ৰমেনহঁতৰ পিছফালৰ ফলৰ বাগানখনতেই চৌবিশ ঘণ্টা। সিহঁতৰ উৎপাতত গছৰ ফল ভালকৈ পকিব নাপায়। যমুনা আছিল আৰু সাংঘাতিক। বান্দৰৰ দৰে গছ বগাই ফুৰিছিল। একদিনা তামোল গছত উঠি থকা অৱস্থাতে ৰমেনে তাইক পালে।

"এই নাম, নামি আহ বুলি কৈছো। আজি তোক ভাল মজা দিম।"

তাইতো কোনোমতে নামি নাহে। ভয় দেখুৱাবৰ কাৰণে ৰমেনে কাম কৰা ল'ৰাজনক চিঞৰি মাতিলে।

"আনচোন দান, কুঠাৰখন আন। গুৰিতে কাটি দিওঁ।"

তাইও কম নহয়।

"দিওঁ, দিওঁ? জাপ মাৰি দিওঁ?

ওলোটাই ৰমেনেহে তাইক কাবৌ কৰিবলৈ ধৰিলে।

"এই, এই, কি কৰ? খবৰদাৰ। একো নকওঁ তোক। নামি আহ, ভালে ভালে নামি, আহ। একো নকৰো।"

গছৰ পৰা নামি মুখ ভেঙুচাই তাই তীব্ৰবেগে পলাই গ'ল। ৰমেন বেকুবৰ দৰে থিয় হৈ ৰ'ল।

এম. এ পাছ কৰি ৰমেন ঘৰতে বহি আছিল। ঘৰত ওলোৱা সোমোৱা বাট নেত্ৰ বাহাতুৰৰ ঘৰৰ আগেদি। নেত্ৰ বাহাতুৰ বাহিৰত থিয় হৈ থাকে। যাকে পায় তাকেই খাপ মাৰি ধৰি বক্তৃতা শুনায়।

'আৰে, ৰুমু বাবু, কি খবৰ? ভালনে?"

এই এক জুলুম। ঘৰৰ পৰা ওলালেই নেত্ৰ বাহাতুৰৰ বক্তৃতা শুনিব লাগে।

"মহেশ বাবুনে হামকো পুছা—নেত্ৰ, কোৱাচোন কি কৰো।' মই ক'লো, 'পঢ়িবলৈ দিয়ক। আমাৰ ৰুমুৰ মগজ বহুত ছাফ্। পঢ়নে দিজিয়ে। লেড়কাকো আপ হাকিম বনাইয়ে।' আপকো

আপকো পিতাজী বহুত বইচ' আদিম থা। ওইচা আউৰ দোচৰা মিলেগা নেহি।"

নেত্ৰ বাহাদুৰৰ কথা শুনি ৰমেনৰ হাঁহি উঠে। কাম নাই। তেওঁৰ দেউতাকে আৰু মানুহ নাপালে! নেত্ৰ বাহাদুৰৰ লগতহে পৰামৰ্শ কৰিবলৈ ল'লে।

যমুনাজনী অপূৰ্ব ধুনীয়া হৈ উঠিছে। লাস্যময়ী। নেত্ৰই খাপ লৈ থাকে। বাটত ওলালেই ৰমেনক থাপ মাৰি ধৰে। আপুনিৰ পৰা তুমি, তাৰ পিছত একেবাৰে তই।

"আৰে, ই মোৰ ভাইৰ দৰে। ভাইৰ দৰে কি, ভায়েই। মহেশ বাবুৱে মোক নিজৰ ল'ৰাৰ নিচিনা দেখিছিল। আহ না ভাই অলপ বহি যাবি। হামভি খানদানী ঘৰকো লেৰকা। আজিহে মোৰ এই অৱস্থা। মহেশ বাবুৱে কৈছিল, নেত্ৰ টকা পইচাতো শিবু মিস্ত্ৰীৰো আছে, টকা পইচা থকাটোৱেই ডাঙৰ কথা নহয়। আচল হ'ল বংশ-পৰিয়াল।"

যমুনাৰ গাৰ গঢ়েই বা কি চাবা, ৰঙেই বা কি চাবা। অদ্ভুত! নেত্ৰৰ ঘৰত এক মিনিট বহি গ'লেনো কি মহাভাৰত অশুদ্ধ হয়? নেত্ৰৰ ঘৰত সোমোৱা দেখিলে মানুহে কি কব? কি আৰু কব? মানুহৰ নো কাম কি? কাৰোবাৰ বদনাম দিব পাৰিলে নো আৰু কি লাগে?

গংগা আৰু যমুনা হ'লে ৰমেনৰ কাষতেই নাহে। অইনৰ লগত ইমান হুলিগলি, ইমান হাঁহি মস্কৰা, তেওঁক হলে পাত্তা নিদিয়ে। সমুখত নোলায়েই। নেত্ৰই মাতে "এ যমুনা, এটা আ। তেৰো কি কাম ছৰো? এক কাপ চা লে।"

কথা যমুনাৰ কাণতে নোসোমায়।

সঁচাই যমুনাজনী বৰ ধুনীয়া হৈ উঠিছে। নেত্ৰ বাহাদুৰৰ দৰে মৰ্কটৰ ছোৱালী বুলি কোনে কব? ইফালে নেত্ৰ বাহাদুৰে মাত্ৰা চেৰাই যাব ধৰিছে।

"একটোপা। একো নহয়। পি লেও। কোনে নাখায়?

জোৱান বয়সত অলপ চলপ কোনে নাখায়? ছিঃ ছিঃ ছিঃ। মহেশ বাবুভি—।"

ধুমুহাৰ দৰে যমুনা আহি সোমাল। এক টান মাৰি নেত্ৰ বাহাদুৰৰ হাতৰ পৰা মদৰ গিলাচ ছিটিকাই দিলে। উগ্ৰ মূৰ্তি ধৰি ৰক্তচক্ষু বিস্ফাৰিত কৰি ৰমেনৰ ফালে চালে।

"তুমি ইয়ালৈ কিয় আহা? লাজ নালাগে? লিখা পঢ়া শিকি অধঃপাতে গৈছা? খবৰদাৰ নাহিবা। কেতিয়াও নাহিবা? ইয়াত তোমাৰ কি দৰকাৰ? ভাল নহব। মই জেঠাইদেউক চব কথা কৈ দিম।"

যমুনাৰ মাতটো অদ্ভুত ধৰণৰ, যেন খুব দীঘল চুঙা এটাৰ মাজেৰে ওলাই আহিছে। শব্দখিনি চিমনিৰ মাজেৰে ধোঁৱাৰ দৰে ওলাই শ্ৰোতাক বেষ্টন কৰি তাৰ স্নায়ুমণ্ডলীক উত্তেজিত কৰি তোলে। ৰমেনে যমুনাই কোৱা কথাখিনি শুনিলেহে অৰ্থ একো বুজি নাপালে। পিছে অৰ্থ বুজাৰ কাৰণে শব্দবোৰৰ প্ৰয়োজন নাছিল। যমুনাৰ চকুৰ দৃষ্টিতেই যমুনাৰ কথাৰ অৰ্থ স্পষ্টকৈ ফুটি উঠিছে

দিন পাৰ হৈ গৈ আছে। বহুতো দিন, মাহ আৰু বছৰ। ৰমেনে যমুনাৰ কথা পাহৰিয়েই গৈছে। হঠাতে মনত পৰিলেও মনৰ অৱস্থা বিশ্লেষণ কৰা টান। ব্যাখ্যান কৰাৰ কাৰণে কেতিয়াবা স্থিৰ ভাবো আহে কেতিয়াবা খঙো উঠে।

বহুত দিনৰ মূৰত যমুনাই আকৌ আহি নেত্ৰ বাহাদুৰৰ পুৰণি ভিঠাত থাকিবলৈ লৈছে। কাণত প্ৰকাণ্ড অলংকাৰ, বলিৰেখাময় মুখমণ্ডল। ঘৰৰ আগেদি যাওঁতে নিঃসংকোচে ৰমেনক মাত লগালে। ৰমেনে ধেমালি কৰি কলে, "এতিয়া তোমাৰ ঘৰত আহিব পাৰো নহয়?"

"উহুঃ, নোৱাৰা। নাতিনী ছোৱালীজনী ডাঙৰ হৈ উঠিছে। তোমাক বিশ্বাস নাই। তেৰো কি কাম ছযো? হিয়া কুৰা শুনেকিছ্চ? যা, যা।"

যমুনাই কাষত থিয় হৈ থকা আঠ দহ বছৰীয়া ছোৱালী-জনীক ডাবি দি উঠিল। তাইৰ হাস্যোজ্জ্বল চকুত এতিয়া আৰু নিষেধৰ কোনো জাননী নাই।

# শেষ অধ্যায়

"গেৰেজৰ চাবিপাত ক'ত গ'ল ?"

বনমালী বৰুৱাৰ পৰিবাৰে বিছনাত শুই শুই কিবা এখন কিতাপ পঢ়ি আছিল। কথাষাৰ মন নকৰিলে।

"আশ্চৰ্য্য !"

তেওঁৰ পৰিবাৰ সজাগ হৈ উঠিল।

"কি হ'ল ?"

"গেৰেজৰ চাবিপাত ক'ত ?"

"সদায় য'ত থোৱা তাতেই আছে। ক'ত যাব ?"

"তাত নাই দেখোন।"

"তাত নাথাকি ক'ত যাব ?"

"তাকেইতো সুধিছো।"

"ৰাতিপুৱাই তুমিয়েই দেখোন গেৰেজ খুলিছিলা। কি কৰিলা ?"

"দলিমাৰি পেলাই দিলো।"

"পেলাই দিয়া বুলি কোনে কৈছে ? আছে ক'ৰবাত।"

"ক'ত আছে ? ভৰি গজিছে নেকি ? বস্তু এটা ঠিক ঠাইত নাথাকে। বিৰক্ত !"

বৰুৱানীয়ে কিতাপখন থৈ উঠি গ'ল। বৰুৱাই ৰাতিপুৱা পিন্ধি সলাই থোৱা পেণ্টৰ পকেটত হাত ভৰাই চাবিকোচা উলিয়াই বৰুৱাৰ হাতত দিলে।

আগতে বনমালী বৰুৱাৰ এনেকুৱা ভুল নহৈছিল। স্বল্পভাষী বৰুৱা আজিকালি সামান্য কথাতে বিৰক্ত হৈ উঠে। সামান্য কথাতে

তেওঁৰ খং উঠি যায়। এই আটাইবোৰেই বৰুৱাৰ স্বভাৱবিৰুদ্ধ।

বৰুৱাৰ পৰিবাৰে মুখেৰে একো নামাতে। বৰুৱাৰ কথাৰ ওপৰত কথা কোৱাৰ তেওঁৰ অভ্যাসো নাই। কেতিয়াবা তেওঁৰো অসহ্য হৈ উঠে। মুখেৰে প্ৰকাশ নকৰিলে কি হব? তেওঁৰো মনটো জানো বেয়া লাগি থকা নাই?

"এনেকৈ জকি থাকা কিয়? মোৰ ওপৰত খং কৰা কিয়? মোৰ কি দোষ? মই কিবা দীপুক আমেৰিকালৈ পঠিয়াই দিছো নে?"

বৰুৱাই কিবা উত্তৰ দিবলৈ গৈও ৰৈ গ'ল। তেওঁৰ পৰিবাৰে তৎক্ষণাৎ নিজকে চম্ভালি ল'লে।

"মন বেয়া কৰি কি লাভ? বাদ দিয়া।"

বাদ দিবৰো একো নাই আৰম্ভ কৰিবৰো একো নাই। অনন্তপ্ৰসাৰী অসীম শূন্যতা। বৰুৱাইও নিজৰ মনটোক সংযত কৰাৰ চেষ্টা কৰে। কিয় এই দুৰ্বলতা? কিয় এই আত্মপীড়ন? বৃদ্ধ বয়সত কিয় এই মানসিক অস্থিৰতা?

বৰুৱাৰ ল'ৰা দীপাকে আমেৰিকাৰ পৰা ইঞ্জিনিয়াৰিঙৰ উচ্চ ডিগ্ৰী লৈ আহি অসমতে ভাল কাম কৰি আছিল। কিবা কাম যোগাৰ কৰি পৰিবাৰ আৰু কেঁচুৱাটোক লৈ আকৌ আমেৰিকালৈ গুচি গ'ল।

(১)

বনমালী বৰুৱাৰ ছোৱালী ৰমলা আৰু ল'ৰা দীপক। ৰমলা সৰু। তেওঁ কলেজত লেকচাৰাৰ কাম কৰি আছে। ৰিচাৰ্চ কৰি আছিল। অলপতে থিচিচ দাখিল কৰিছে। জোঁৱায়েক সমৰ ডাক্তৰ, অলপ চঞ্চল, কথাও অলপ বেছি কয়। এনেয়ে বৰ ভাল ল'ৰা। অলপ আগতে সমৰ আৰু ৰমলা স্কুটাৰেৰে বনমালী বৰুৱাৰ ঘৰলৈ আহিছে। লগত আঢৈ বছৰীয়া ল'ৰা বুবুলকো লৈ আহিছে।

সমৰে বহা কোঠাত বহি বাতৰি কাকতখনত চকু ফুৰাই

আছিল। হঠাতে ৰমলাক মাতিবলৈ ধৰিলে—"এই, শুনা, শুনা, সাংঘাতিক খবৰ।"

ৰমলা মাকৰ লগত ৰান্ধনি ঘৰত আছিল। সমৰৰ স্বভাৱ জানে। একো নামাতিলে। কাকতখন হাতত লৈ সমৰ ৰান্ধনি ঘৰৰ দুৱাৰমুখ পালেগৈ।

"আয়াতোল্লা খোমানীয়ে ইৰাণত গানবাজনাও বন্ধ কৰি দিলে। পৰ্দাপ্ৰথা চালু কৰিলেই। আমাৰ ইয়াতো এইটো অৱস্থা হোৱাৰ বেচি দিন পলম নাই। লক্ষণ দেখা গৈছেই। ভাৱেই তো গো-হত্যা বন্ধ কৰাৰ কাৰণে প্ৰাণত্যাগ কৰিবলৈ ওলাইছিল। সতীদাহ প্ৰথাও প্ৰৱৰ্তন হ'ব, চাবা।"

"হ'লে হ'ব। তুমি ইয়াৰ পৰা যোৱাচোন।"

গধূলি হোৱাৰ বহুত আগৰ পৰাই বনমালী বৰুৱা অলপ অস্থিৰ হৈ উঠিল। সমৰে যে এনেকৈ ৰমলা আৰু বুবুলক স্কুটাৰত তুলি ঘূৰি ফুৰে এইটো তেওঁ ভাল নাপায়। ছোৱালীয়ে স্কুটাৰত উঠা যে তেওঁ অপছন্দ কৰে এনে নহয়। চহৰৰ বাটত যিহে ভিৰ, আৰু বাটৰ যিহে অৱস্থা। ভয় লাগে। কোন কেতিয়া ক'ত ছিটিকি পৰে কি ঠিক। সদায় উৎকণ্ঠা, সদায় চিন্তা। ল'ৰা-ছোৱালীৰ কথা চিন্তা কাৰণেই চিৰকাল পাৰ হ'ল।

ৰমলাই স্কুটাৰৰ পিছফালে উঠি আছে কিন্তু এনেকৈ অহাৰ কাৰণে সংকোচ বোধ কৰে। সমৰে পিছে শহুৰেকৰ এইবোৰ কথালৈ ভ্ৰূক্ষেপ নকৰে।

"এনেকৈ নুফুৰিলে উপায় কি? নহ'লে ঘৰৰ ভিতৰতে সোমাই থাকিব লাগিব দেখোন।"

যুক্তিসংগত কথা। বনমালী বৰুৱাই একো মাতিব নোৱাৰে। স্বয়ংক্ৰিয়ভাৱে তেওঁ বেকুবৰ দৰে হাঁহে।

( ৩ )

ৰমলাৰ যি কথা-বতৰা মাকৰ লগতহে। ল'ৰা-ছোৱালী কোনেও বনমালী বৰুৱাৰ কাষ চাপিব নোখোজে। তেওঁতো এটা যন্ত্ৰ।

যন্ত্র নহৈ উপায়ো নাছিল। সাধাৰণ মধ্যবিত্ত অসমীয়া পৰিয়ালৰ নিৰীহ ডাঙৰ ল'ৰাজনৰ যিটো অৱস্থা হয় বৰুৱাৰো সেইয়েই হৈছে। পৰিয়ালটোৱে ৰুদ্ধনিশ্বাসে তেওঁ বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাটো দিয়ালৈ বাট চাই থাকে। ওলোৱাৰ লগে লগে কান্ধত যুৱলি তুলি লয়। এই যে ল'লে আৰু ল'লেই। নিজৰ সুখ-সুবিধা বিচৰাৰ সময় নাই, আশা-আকাঙ্খা প্ৰকাশ কৰাৰ অৱকাশ নাই। মানুহজন লাহে লাহে এটা যন্ত্ৰত পৰিণত হয়। পৰিয়ালৰ সকলোৱে আশা কৰে যে তেওঁহে সকলোৰে সুখ-সুবিধাৰ পিনে চকু দিব কিন্তু তেওঁৰ ফালে চকু দিয়াৰ কাৰো কোনো দায়িত্ব নাই। এই-টোৱেই স্বাভাৱিক পৰিস্থিতি। বনমালী বৰুৱা এটা যন্ত্ৰ—পৰি-য়ালৰ সকলোৰে প্ৰয়োজন মিটোৱা যন্ত্ৰ।

ৰমলাৰ উৎপতীয়া ল'ৰা বুবুলে ৰেডিঅ'টো লৈ লাগি গ'ল। তাৰ মনটো ঘূৰাই দিয়াৰ কাৰণে বৰুৱাই তাক দাঙি কোলাত লৈ মৰম কৰিবলৈ ল'লে। বুবুলে তাৰ থপ্‌থপীয়া হাতেৰে হঠাতে বৰুৱাৰ গালত সজোৰে এক চৰ মাৰি দিলে। বেচ দুখ পালেও বৰুৱাই ৰেকুৰৰ দৰে হাঁহিবলৈ ধৰিলে।

আকৌ আমেৰিকালৈ যোৱাত তেওঁ দীপকক হাক দিয়া নাই। দুৰ্বলতাও প্ৰকাশ কৰা নাই কিন্তু আচৰিত হৈছে। কিয়নো গুচি গ'ল? ভাল খাব, ভাল পিন্ধিব? কিমান নো খাব, কিমান নো পিন্ধিব? আত্মীয়স্বজনৰ মৰম চেনেহ, সমাজৰ আকৰ্ষণ? এইবোৰৰ কি কোনো মূল্য নাই?

( ৬ )

আচল কথা বনমালী বৰুৱাই নাজানে। কোনেও নাজানে, আনকি দীপকেও নাজানে। দীপকে তেৱঁৰ দেউতাকৰ অশুভ প্ৰভাৱৰ পৰা মুক্ত হব বিচাৰিছে। দেউতাকে তেওঁক পৰিচালনা কৰাৰ চেষ্টা নকৰে কিন্তু দেউতাকৰ জীৱন ধাৰাৰ অনুচ্চাৰিত নিৰ্দেশৰ বাহিৰলৈ যোৱাৰ তেওঁৰ শক্তি নাই। প্ৰতিটো পদক্ষেপ দেউতাকৰ নিৰ্দেশত নিয়ন্ত্ৰিত নকৰি নোৱাৰি। ই কি অসহ্য শাস্তি।

চেষ্টা কৰিলে দীপকে ভাবতৰে অইন ক'ৰবাত আৰু ভাল কাম পাব পাৰিলে হয়। পিছত ইয়াত সকলো ঠাইতে সেই একেই অৱস্থা হব। আমেৰিকাৰ ভিন্ন মূল্যবোধ আৰু ভিন্ন পৰিবেশতহে মুক্তি পোৱা সম্ভৱ হব। সদাসন্ত্ৰস্ত হৈ থকাৰ প্ৰয়োজন নাথাকিব। দুই এটা সৰুসুৰা ভুল কৰিলেও তাৰ কাৰণে মানসিক অশান্তি নোপোৱাকৈ থাকিব পাৰিব। তাইনৰ অনুভূতিৰ লগত নিজৰ অনুভূতিকো জোঁট পকাই ৰখাৰ কি দৰকাৰ? অ প্ৰয়োজনীয় অশান্তি।

( ৫ )

জীৱনত এই প্ৰথম বনমালী বৰুৱাই বিমোৰত পৰিছে। এই প্ৰথম তেওঁ ভিতৰি ভিতৰি অলপ অস্থিৰ হৈ উঠিছে। আগতে তেওঁৰ পদক্ষেপ আছিল দ্বিধাহীন, সুনিয়ন্ত্ৰিত। আজিকালি মাজে মাজে তেওঁ স্বভাৱবিৰুদ্ধ কাম কৰিবলৈ লৈছে। নে তেওঁৰ এই বৃদ্ধ বয়সত স্বভাৱৰ পৰিবৰ্তন ঘটিবলৈ ধৰিছে? যন্ত্ৰটোত কি যান্ত্ৰিক বিজুতি হৈছে?

সিদিনা গধূলি তেওঁ বাহিৰৰ বাৰান্দাত বেতৰ চকী এখনত বহি আছিল। ফট্ফটীয়া জোনৰ পোহৰ। তেওঁৰ পৰিবাৰে সুধিলে, "তোমাৰ কফিকাপ এতিয়াই দিম নেকি?"

বৰুৱাই কাষৰ চকীখন দেখুৱাই ক'লে—

"বহাচোন, অলপ বহা। কেনেকুৱা ফট্ফটীয়া জোনাক চোৱাচোন।"

বৰুৱাৰ পৰিবাৰে অস্বস্তি বোধ কৰিলে। বৰুৱাই কথাষাৰ চল্লিছ বছৰ পলমকৈ কোৱা নাই জানো?

পৰিবাৰৰ প্ৰতি এক অদ্ভুত মৰমত বৰুৱাৰ বুকুখন টনটনাই উঠে। বেচেৰী। তেওঁৰ বাহিৰে এই নিসঙ্গ জীৱৰ কাষত থিয় হ'বলৈ আৰু নো কোন আছে? শেষ পৰ্য্যন্ত থাকিলো তুমি আৰু মই, মই আৰু তুমি।

জীৱনত এই প্ৰথমবাৰৰ কাৰণে বনমালী বৰুৱাই প্ৰেমত পৰিলে। তেৰোঁ যেন মুক্তিৰ সোৱাদ পালে। হৈচি ধৰি থকা

অহংকাৰ আৰু অভিমানৰ গধুৰ বোজাটো যেন বাগৰি পৰি গ'ল। তেওঁ মুক্তভাৱে হাঁহিব পৰা হ'ল আৰু হুঁহাৰ কাৰণে সংকোচ বোধ নকৰাকৈ থাকিলে। অইন নালাগে তেওঁ সকতে একেলগে স্কুলত পঢ়া বিজয়ৰ দৰে মানুহৰ লগতো কথাপাতি হাঁহিব পৰা হ'ল। বিজয়ে এই বয়সতো মদ খাই মাতাল হৈ ফুৰে। এতিয়াও বেহুচ হৈ বাটত পৰি থাকে।

বৰুৱাই বিজয়ক সুধিলে—"তই বিয়া নকৰালি কিয়? বিয়া কৰালে চব ঠিক হৈ গ'ল হয় কিজানি।"

"এঃ নকৰি। এবাৰ বিয়াৰ ঠিকঠাক হৈছিলেই। কিয় নহব? দেখাত তো বেয়াও নহওঁ, ৰাজপুত্ৰৰ দৰে চেহেৰা। মদ নোখোৱা অৱস্থাত ভালকৈ পোছাক পাতি পিন্ধি গহীন ভাৱে কথা পাতিলে বেয়া বুলি ভৱাৰ কাৰ সাধ্য আছে? বগৰীবাৰীৰ বিধবা মাক এগৰাকীৰ একমাত্ৰ ছোৱালীৰ লগত বিয়াৰ ঠিক-ঠাক হৈ গ'ল। বিয়াৰ দিনা বন্ধু-বান্ধৱৰ সৈতে মদ খাই টং হৈ হুলস্থুল কৰি গাড়ী লৈ বিয়াঘৰত উপস্থিত হৈ দেখিলো ঘৰত জনপ্ৰাণী নাই। দুৱাৰত মস্ত তলা!"

"কিয়?"

"কিয় আৰু? ইতিমধ্যে মাকে মোৰ গুণৰ খবৰ পাইছে। একপাল মদাহীয়ে কি উৎপাত কৰে কি ঠিক। ভয়তে ছোৱালীক লৈ গাঁও এৰি পলালে।"

"হাঃ, হাঃ, হাঃ।"

"হাঃ, হাঃ, হাঃ।"

হাঁহিখিনি মুখত লাগিয়েই আছিল। ঘৰ সোমাওঁতে তেওঁৰ পৰিবাৰে ক'লে—"বাৰু দীপুৰ চিঠি পোৱাৰ কিমান দিন হ'ল? দুই মাহমান নহ'ল? চিঠি দিলেও উত্তৰ নিদিয়ে "কি যে কাণ্ড।"

"ভালে আছে নিশ্চয়। সময় পোৱা নাই বোধহয়। চিন্তা কৰি কি কৰিবা? বাদ দিয়া।"

"এই ৰমলাজনীও যে হৈছে। আজি কিমানদিন অহা নাই কোৱাচোন।"

"আঃ। তাইয়োনো সদায় কেনেকৈ আহি থাকে? নিজৰ ক্লাচ আছে, ঘৰ সংসাৰ আছে। আহো বুলিলেই তো আহিব নোৱাৰি। বাদ দিয়া। শুনা, বিজয়ে কি মজাৰ কথা ক'লে শুনা। হাঁহি মৰিবা। হাঃ, হাঃ, হাঃ।"

# বৰুৱাৰ মৃত্যু

ডাক্তৰ দত্তই হাত ধুই আগবঢ়াই দিয়া গামোচাখন নলৈ প্ৰথমে দুয়োখন হাত জোকাৰি জোকাৰি হাতত লাগি থকা পানী-খিনি গুচাবৰ চেষ্টা কৰিবলৈ ধৰিলে।

সকলোৰে দৃষ্টিত ফুটি উঠা প্ৰশ্নৰ একো উত্তৰ নিদি তাৰ পিছত তেওঁ গামোচাখন টানি লৈ ধীৰে-সুস্থে হাত দুখন মচি বহা কোঠাৰ ফালে আগবাঢ়িলে

"উঃ বাপ্। কি গৰম!"

ৰঞ্জনে ব্যস্তভাৱে ফেনৰ চুইচটো টিপি দিলে।

"দেখিছা নে? একদম বৰষুণ নাই। খেতি-বাতি চব নষ্ট হব।"

বেমাৰী চোৱা বা বেমাৰীৰ অৱস্থা লৈ চিন্তা চৰ্চ্চা কৰাটো যেন এটা অপ্ৰয়োজনীয় কাম, এটা অপ্ৰাসংগিক কথা।

দত্তই ৰঞ্জনক সুধিলে, "তুমি কিমান দিনৰ ছুটী লৈ আহিছা?"

"সদ্যহতে পোন্ধৰ দিন লৈছো। লাগিলে বঢ়াই লব পৰা যাব।"

"পিছে একজিকিউটিভ ইন্‌জিনীয়াৰ হ'লা নে?"

"নাই। দেৰী আছে।"

ডাক্তৰ দত্ত উঠি থিয় হ'ল। হঠাতে যেন কথা একাষাৰ মনত পৰিল।

"চিকুয়েল ইন্‌জেকশ্বন দি আছা, নহয়? দি থাকিবা। ভাটি-বেলা একপাক আহিম। যাওঁ। আৰু কেইজনমান বেমাৰী চাব আছে। এই গৰমত বেমাৰ নহৈ কি হব?"

ডাক্তৰ দত্ত হনহনকৈ আগবাঢ়ি গ'ল। ৰঞ্জন লগে লগে গৈ থাকিল। গাড়ী ষ্টাৰ্ট দিয়াৰ পিছতহে খিড়িকীৰে মুখখন উলিয়াই ডাক্তৰে ক'লে, "কৰিবলগীয়া একো নাই। তুমিতো গম পাইছাই। কোচ্‌চেন অৱ আৱাৰছ। এতিয়া আৰু টনা-আজোৰা কৰি লাভ নাই। শান্তিৰে যাবলৈ দিয়াহে কথা।"

দুৰাৰোগ্য ব্যাধি। আশা নাই বুলি জনা কথা। তথাপিও পৰিয়ালটোৰ লগত ঘনিষ্ঠভাৱে জড়িত ডাক্তৰ দত্তৰ মুখৰপৰা খাটাংকৈ জানি ৰঞ্জনৰ মুখখন শেঁতা পৰি গ'ল।

ডাক্তৰে ক'লে, "অধৈৰ্য নহ'বা। যিমান সোনকালে যাব পাৰে সিমানেই ভাল। থকা মানেইতো কষ্ট।"

পিছে ৰজনী বৰুৱাই কোনো কষ্ট বোধ কৰি থকা নাই। তেওঁৰ সেইটো অৱস্থা পাৰ হৈ গৈছে। চেতনাৰ পৰা বিচ্ছিন্ন হৈ এটা এটাকৈ সকলোবোৰেই ক'ৰবাত বাগৰি পৰি গৈ আছে। মধুপুৰ আৰু গুৱাহাটী ক'ৰবাত পৰি থাকিল। গোটেই জীৱনৰ জয়-পৰাজয়ৰ স্মৃতি ম্লান হৈ আহিছে, হাঁহি-কান্দোনৰ ধ্বনি অস্পষ্ট হৈ আহিছে। চিৰদিন ধৰি গোপনে পুহি থকা অপমানৰ জ্বালা আঁতৰি যাবলৈ ধৰিছে সা সম্পত্তিলৈ উদ্বেগ, পৰিয়ালৰ ভৱিষ্যতলৈ চিন্তা অৰ্থহীন হৈ পৰিছে।

দোষে গুণে মানুহ। ৰজনী বৰুৱাই জীৱনত নকৰিবলগীয়া কামো দুই এটা কৰি পেলাইছে। দুয়ো লৰৰ মাটিৰ সীমাত থকা গছ এজোপা কটাবলৈ শশী জেঠাই লগোৱা মানুহক দা লৈ খেদি গৈছিল। উজ্জ্বল বসু বুলি সকলোৱে গুৰুত্ব তুলি থোৱা অজিতদাক নেপালী ছোৱালী চম্পাৰ লগত একেলগে অশোভন অৱস্থাত দেখি সেই কথা প্ৰচাৰ কৰি দিছিল। এইবোৰ লৈ সদায় মনত অস্বস্তি আৰু সংকোচৰ ভাব আছিল। আজি সেই অস্বস্তিৰ ভাবো নাই।

পৰিবাৰ আৰু ল'ৰা ছোৱালীৰ ভৱিষ্যত চিন্তাও অৰ্থহীন হৈ পৰিছে। ল'ৰা ছোৱালীৰ ল'ৰা-ছোৱালী নহ'ব? সিহঁতবো ল'ৰা-ছোৱালী, অনাগত দিনবোৰৰ কিমান দূৰলৈ নিজকে সম্প্ৰসাৰিত

কৰিব পাৰি? ভূমিকম্প, ৰাষ্ট্ৰবিপ্লৱ, সম্ভাব্য আণৱিক যুদ্ধ। এই-বোৰৰপৰা অনাগত পুৰুষক নিৰাপত্তাৰ আশ্বাস কোনে দিব পাৰে?

জীৱনত এই প্ৰথম ৰজনী বৰুৱাই মুক্তিৰ স্বাদ উপলব্ধি কৰিলে। জীৱনত এই প্ৰথমবাৰৰ কাৰণে তেওঁ বুজি পালে যে আগতে তেওঁৰ ক্ষুদ্ৰতম ভংগী এটাও আছিল অসংখ্য ঘটনাৰ অসংখ্য জটিল ভংগীৰে নিয়ন্ত্ৰিত।

চেতনাৰ সীমান্তৰপৰা কোনোবাই তেওঁৰ এই নিভৃত জগতত অনুপ্ৰবেশ কৰাৰ চেষ্টা কৰি আছে।

"কেনে আছা?"

পৰিবাৰৰ আহ্বানত ৰজনী বৰুৱাই যেন বহু দূৰৰপৰা উভতি আহি লাহে লাহে চকু মেলি চালে।

"ভাল, ভাল। বেছ ভাল।"

ৰজনী বৰুৱাই ইচ্ছা নকৰে যে কোনোবাই তেওঁক আমনি কৰক। লৰালৰিকৈ পৰিবাৰৰ প্ৰশ্নৰ উত্তৰ দি তেওঁ আকৌ গভীৰতাত বুৰ গ'ল।

মানুহ হ'ল যুক্তিবাদী জীৱ। তাতোকৈ ভাল সংজ্ঞা এই ধৰণে দিব পাৰি: মানুহ এনেকুৱা জীৱ যি অতীতক পাহৰি নাযায়। স্মৃতিৰ পটত নিৰন্তৰ যিবোৰ ছবি আঁকা হয় সেইবোৰ কেতিয়াও মচি নাযায়। মৃত্যু হলেহে এইবোৰ ছবি মচ খাই যায়। বিপৰীত ক্ৰমে এই ধৰণেও কব পাৰি যে এই ছবিবোৰ সম্পূৰ্ণ-ৰূপে মচি যোৱাৰ অৰ্থই হ'ল মৃত্যু। প্ৰয়োজনীয় আৰু পৰ্য্যাপ্ত চৰ্ত। অতীতক পাহৰি নাযায় কাৰণেই মানুহ এজনে দিনৰ শেষত নিজৰ ঘৰলৈ উভতি আহে, নিজৰ পৰিবাৰ আৰু ল'ৰা-ছোৱালীক আকৌ চিনি পায়। স্মৃতিৰ সঞ্চয় লৈয়েই মানুহ জীয়াই থাকে, পাৰিপাৰ্শ্বিকতাৰ লগত খাপ খুৱাই লয়।

স্মৃতিৰ পটত আঁকা চিত্ৰবোৰ লাহে লাহে অস্পষ্ট হৈ আহিছে। উদাহৰণ দিবলৈ হ'লে কব পাৰি যে আকাশৰ পৰা মেঘ আঁতৰি গৈ আকাশখন পৰিষ্কাৰ হৈ আহিছে। সকলোৰে প্ৰতিকৃতি মচি

হৈ গৈ শেষ পৰ্যন্ত অকল দেউতাক আৰু মাকৰ প্ৰতিকৃতি হৈ গ'ল।

দেউতাকৰ লগত ৰজনী বৰুৱাৰ সম্বন্ধটো আছিল নিয়মানুবৰ্তী আৰু এক কথাত কবলৈ গ'লে নিৰুত্তাপ। সকতে দেউতাক ঘৰত নাথাকিলে তেওঁ ভাল পাইছিল, মুক্তভাৱে উশাহ লব পাৰিছিল। দেউতাকৰ প্ৰতি তেওঁৰ মনোভাব আছিল ভয় সংকোচ আৰু কিছু পৰিমাণে ক্ৰোধৰ মিশ্ৰণ। পিছত যুক্তিৰে দেউতাকৰ কাৰ্যপন্থা সমৰ্থন কৰিব পৰা হলেও মনত যিটো ছাপ বহি গৈছিল সেইটোৱেই চিৰদিনলৈ থাকি গ'ল।

লগৰ লৰাৰ লগত ফুৰি থাকোঁতে কেতিয়াবা অলপ ৰাতি হৈছিল। দেউতাকে সমুখৰ বাৰান্দাত বহি থাকিছিল। ঘৰত সোমাওঁতে তেখেতৰ কাষেৰে পাৰহৈ লাগিছিল। মুখেৰে একো নামাতিলেও এইটো ঠিক যে তেখেতৰ এই ভংগীটো আছিল এটা প্ৰতিবাদ আৰু ভৎস'নাৰ ভংগী। এনেকুৱা মানুহ এজনক ভয় কৰা সম্ভৱ, শ্ৰদ্ধা কৰাও সম্ভৱ, কিন্তু ভাল পোৱা সম্ভৱ নহয়।

মাকৰ লগত ৰজনী বৰুৱাৰ সম্বন্ধটো আছিল সম্পূৰ্ণ বেলেগ ধৰণৰ। সহজ, সৰল আৰু আন্তৰিকতাপূৰ্ণ। ৰজনী বৰুৱাৰ মাকেও বৰুৱাৰ দেউতাকক ভয় কৰিছিল। ঘনিষ্ঠতাৰ এইটোও এটা অন্যতম কাৰণ। দেউতাকৰ উৎপীড়নৰপৰা মাকক ৰক্ষা কৰাৰ প্ৰতিজ্ঞা এটাও বৰুৱাৰ মনত দানা বান্ধি উঠিছিল।

মাকৰ কথা ভাবিলে বৰুৱাৰ মনটো টনটনাই উঠে। খং নাই, অভিমান নাই, কোনোৰকম প্ৰত্যাশা নাই, কোনো অভিযোগ নাই। এইটো নো কেনেকুৱা মন, কেনেকুৱা ইয়াৰ গঠন?

দেউতাকৰ মৃত্যুৰ পিছত মাকে যে কি কষ্ট কৰি সংসাৰ চলাইছিল সেইকথা বৰুৱাই তেতিয়া বুজি পোৱা নাছিল। তেওঁতো বত্তাহত ভাহি ফুৰিছিল। তেওঁতো তেতিয়া যেন সংৰক্ষিত অঞ্চলতহে বাস কৰিছিল। সংসাৰ চলে, লাগিলে বস্তু আহে। কেনেকৈ চলে, ক'ৰপৰা আহে সেই সম্বন্ধে তেওঁৰ কোনো ধাৰণাই নাছিল। মাকে অভাৱ-অভিযোগৰ কথা তেওঁক জানিবলৈ দিয়া নাছিল।

কি ভয়ানক আত্মকেন্দ্ৰিক হৈ উঠিছিল তেওঁ! কাৰো ফালে চকু দিয়াৰ সময় নাছিল তেওঁৰ। পূজাৰ বন্ধ শেষ হৈছে। কলেজলৈ উভতি যাব লাগে। ৰাতিপুৱা সাত বজাত ট্ৰেইন। ভৰিত গজালে বিন্ধি মাকৰ চেপটিক হৈছিল। ভীষণ জ্বৰ। বৰুৱাই কৰই নোৱাৰে। সেই অৱস্থাতে আন্ধাৰে পোহৰে উঠি গা ধুই মাকে ভাত ৰান্ধি দিছিল। সেই ভাত খাই তেওঁ ট্ৰেইন ধৰিবলৈ ওলাই গৈছিল। তেওঁ কলেজত থকাত মাকৰ খুব টান হৈছিল। তেতিয়াও তেওঁক খবৰ দিয়া হোৱা নাছিল। বহু দিন পিছতহে অইন কাৰোবাৰ পৰা তেওঁ কথাষাৰ গম পাইছিল।

নাই, নাই, নাই। ৰজনী বৰুৱাই মাকক কোনো সুখ দিব পৰা নাই। মৃত্যুৰ আগলৈকে মাকে সুখৰ মুখ নেদেখিলে।

এতিয়া বৰুৱাৰ অৱস্থা ভাল হৈছে। তেওঁৰ বেয়া লাগে: মাকে চাই যাব নোৱাৰিলে। আৰু কেইবছৰমান থাকি যোৱা হ'লে।

পিছৰ ফালে কিছুমান কথাত মাকজনী সৰু ছোৱালীৰ দৰে হৈ পৰিছিল। মৰম-প্ৰত্যাশী আৰু অভিমানী। বৰুৱাই তেতিয়া ঠিকাৰ কাম কৰিছিল। ৰাতিপুৱা ঘৰৰপৰা ওলাই যাওঁতে সদায় মাকক মাত লগাই গৈছিল। মাল-বস্তু লৈ এদিনা টাক এখন আহিছিল। লৰালৰিকৈ ওলাই যাওঁতে মাকক মাত লগাবৰ নহ'ল। মাকৰ কি খং! বিচনাতে পৰি থাকিল। তুপৰীয়া উভতি অহাত সৰু ভনীয়েক জনীয়ে সকৌতুকে ভুৰু নচুৱাই ক'লে— "আগে ইফালে যা, আপীৰ ঠেহ ভাঙ গৈ।"

"কি হ'ল?"

"ৰাতিপুৱা ওলাই যাওঁতে মাক মাত দি গৈছিলি?"

"ইচ্, ৰাম! হয়তো! একদম পাহৰি গৈছিলো।" বৰুৱাই মাকৰ ওচৰ চাপি মাতিলে— "মা।"

"উ।"

"কি হৈছে?"

"একো হোৱা নাই।"

"শুই আছা কিয় ?"

"এনেয়ে। গা ভাল নাই।"

"চাওঁ।"

হঠাতে বৰুৱাই মাকক পথালি কোলাত লৈ দাঙি দিলে।

"এই, এই। কি কৰ, কি কৰ ? পৰিম পৰিম।"

হয়! শেষ বয়সত মাকজনী এজনী সৰু ছোৱালীৰ দৰে হৈ পৰিছিল। বৰুৱাৰ মুখত কৌতুকৰ হাঁহি বিৰিঙি উঠিল। বৰুৱাৰ পৰিয়াৰ ব্যস্ত হৈ ওচৰ চাপি আহিল।

"অলপ গ্লুকোজ পানী দিম ?"

বৰুৱাই চকু মেলি চালে। সেই দৃষ্টিত চিনি পোৱাৰ কোনো চিন নাই। স্মৃতিৰ পটৰ শেষৰ অংশখিনি ইতিমধ্যে অস্পষ্ট হৈ আহিছে।

ৰজনী বৰুৱা তেতিয়া গুৱাহাটীত। মাকৰ টান হোৱাত তেখেতক গুৱাহাটীলৈ অনা হৈছিল। মাক তাতেই ঢুকাল। হাতত পইছা-পাতি নাই কাৰণে কথাষাৰ তেনেকৈ মন কৰাও নহ'ল। গাঁৱলৈ নলৈ গুৱাহাটীৰ শ্মশানতে তেখেতৰ শেষকৃত্য সম্পন্ন কৰা হ'ল। অৱস্থা অলপ ভাল হোৱাৰপৰাই এই কথাষাৰে সদায় তেওঁৰ মনক অশান্তি দি আছিল। মাকে এক অজ্ঞাত অপৰিচিত ঠাইত অকলশৰীয়া হৈ আছে। যুক্তিৰে চিন্তাটো উৰাই দিব খুজিলেও মনৰ অশান্তি আঁতৰাই দিব পৰা নাই। এতিয়াতো পইচাৰ প্ৰশ্ন নাই। ওস্তাদিকৰি নিশ্চয় তেওঁৰ মৰাশটো হুলস্থুল কৰি গাঁৱলৈ লৈ যাব।

"ৰঞ্জু।"

বৰুৱাৰ পৰিবাৰ কাষ চাপি আহিল।

"কিয় ? ৰঞ্জুক মাতিছা কিয় ? ক'ৰবাত ওলাই গৈছে।"

"কিমান ৰাতি হ'ল ? বৰ আড্ডাবাজ হৈছে। একো মাতিবও নোৱাৰি।"

সময়ৰ অনুক্ৰম নষ্ট হলেও বৰুৱাই উদ্দেশ্যৰ কথা পাহৰা নাই। মনত থাকোতে থাকোতে ৰঞ্জুক কথাষাৰ কৈ থব লাগিব। পৰিবাৰক কৈ লাভ নাই। ভালকৈ শুনাৰ আগতেই হুলস্থুল লগাই দিব।

অমংগলীয়া কথা কোৱা বুলি কান্দিবলৈ ধৰিবা খালি আৱেগ, যুক্তিৰ ফালে নাই।

বঞ্জুকেই ক'ব লাগিব। মাকৰ শেষকৃত্য য'ত সম্পন্ন কৰা হৈছে সেইখন শ্মশানতেই যেন তেওঁৰো শেষকৃত্য সম্পন্ন কৰা হয়। এই সিদ্ধান্ত লৈ তেওঁ খুব ভাল পালে।

"বঞ্জু আহিলে তাক মোৰ ইয়ালৈ পঠাই দিবা।"

বঞ্জুক কবলৈ নহ'ল। স্মৃতিৰ পটৰপৰা তৰপে তৰপে ৰং উঠিগৈ আছে। দেউতাকৰ চিত্ৰ মচি গৈছে। মাকৰ চিত্ৰও লাহে লাহে অস্পষ্ট হৈ আহিছে। ক্ৰমাৎ শৰতৰ আকাশৰ দৰে তেওঁৰ স্মৃতিপট সম্পূৰ্ণ নিৰ্মল আৰু উজ্জল হৈ পৰিল। বৰুৱা শান্তভাৱে বিচনাত পৰি থাকিল। তেওঁৰ পৰিবাৰে তেওঁৰ মুখৰ কাষত হালি উদ্বিগ্নভাৱে সুধিলে— "কেনে পাইছা ?"

বৰুৱাৰ খোলা চকুৰ দৃষ্টি শৰতৰ আকাশৰ দৰে স্বচ্ছ। তেওঁৰ মৃত্যু ঘটিছে।

# বাস্তৱ আৰু সপোন

অসহ্য, ৰব নোৱাৰি, আৰু এক মুহূৰ্ত ৰব নোৱাৰি। উৰ্ধ্বশ্বাসে লৰৰি গৈ বাথৰুমৰ দুৱাৰখন টান মাৰি খুলি তেওঁ দেখিলে ভিতৰত মানুহ। বিদ্যুৎ-গতিৰে ঘূৰি লৰালৰিকৈ বাৰাণ্ডাৰে নামি তেওঁ পিছফালে আগবাঢ়ি গ'ল। তাতো সুবিধা নাই, একপাল মানুহ। উঃ। বাৰীৰ চুকলৈ গ'ল, তাতো মানুহ। যিফালে যায় সিফালেই মানুহ। নোৱাৰি, আৰু থাকিব নোৱাৰি। মানুহৰ মাজতেই অলপ সিফালে মুখ কৰি তেওঁৰ নিজৰ ওপৰত শাসন এৰি দিলে। আঃ, কি আৰাম! হঠাতে তেওঁ সাৰ পাই গ'ল। ছিঃ, গোটেই বিছনাখন তিতি গৈছে।

খং ঘিণ লাজ আৰু বিৰক্তিত যোগেন মহন্তই কান্দি পেলালে। নাই, এতিয়া আৰু জীয়াই থকাৰ কোনো মানে নহয়। যথেষ্ট বয়স হৈছে, এতিয়া মৰাই উচিত। যোগেন মহন্ত মাটিত নামি থিয় হ'ল। ৰাতি পুৱাইছে, ক্ষীণ দৃষ্টিৰেও বিছনাখনৰ অৱস্থা দেখি গাটো বিজবিজাই উঠিল। লৰালৰিকৈ তেনেকুৱা অৱস্থাতে বিছনাখন কাপোৰ এখনেৰে ঢাকি থ'লে। কোনোবাই দেখিলে লাজতে তেওঁ মুখ উলিয়াব কেনেকৈ?

সপোন আৰু বাস্তৱৰ সীমাৰেখা অস্পষ্ট হৈ আহিছে। নহব কিয়? সকলো স্নায়ু লাহে লাহে শিথিল হৈ পৰিছে। আজিকালি যোগেন মহন্তই ঘৰৰ পৰা বিশেষ ওলোৱা-সোমোৱাও নকৰে। প্ৰতিবেশী মহাদেৱ কলিতাই ঘৰৰ পৰা খোৱা বস্তু পঠিয়াই দিয়ে। খাম খাম বুলি ভাবি থাকি এসময়ত খালে বুলি ভাব হয়। ভাত-

আজ্ঞা তেনেকৈ পৰি থাকি নষ্ট হৈ যায়।

যোগেন মহন্তৰ খেলি-মেলি লাগিছে। লগ ধৰিবলৈ অহা ল'ৰাজন কোন? 'মামা' বুলি মাতিলে। যোগেন মহন্তই চিনি নাপালে।

"কোন নো?"

"মোক চিনি পোৱা নাই।"

"মানে ঠিক ধৰিব পৰা নাই।"

"বহুত দিন দেখা নাই তো! মই ৰমেন।"

"ৰমেন?"

"ৰেণুৰ ল'ৰা।"

যোগেন মহন্ত বুদ্ধিমান মানুহ। ইয়াৰ পিছতো চিনি নাপাওঁ বুলি কলে অপ্রস্তুত হ'ব বুলি তেওঁ আনন্দ প্ৰকাশ কৰিলে।

"হয়নেকি? বাঃ।"

পিছে ল'ৰাজনৰ মস্তিস্কৰ সুস্থতা সম্বন্ধে যোগেন মহন্তৰ সন্দেহ হ'ল। সম্পূর্ণ উন্মাদ। নে, তেওঁৰ লগত ধেমালি কৰিছে?

কথাই কথাই ল'ৰাজনে ক'লে, "হয়নে মামা, আপুনি লটাৰীত হেনো এবাৰ একলাখ টকা পাইছিল?"

"কোনে কৈছে?"

"মাই।"

"না তো।"

আশ্চর্য! এক লাখ টকা? ল'ৰাজন সঁচায় পগলা। তাৰ মন যোগাই চলা ভাল। তেওঁ ঘৰৰ চাৰিওপিনে চকু ফুৰাই আনিলে। উৎকট দাৰিদ্র্যৰ প্ৰকাশ।

ল'ৰাজনে উৎকণ্ঠা প্ৰকাশ কৰিলে।

আপোনাৰো বয়স হৈছে, ঘৰটোৰ অৱস্থাও এই। অকলে থাকে। দিন কাল বেয়া। কাৰ মনত কি আছে ক'বতো নোৱাৰি। মাই কৈছে টকা-পইচা লগত ৰখা ভাল কথা নহয়।"

যোগেন মহন্তই পুৰণি ফটা লংপেণ্ট এটা পিন্ধি আছিল।

ভুবাৰমান চেষ্টা কৰি বুটামবোৰ লগাব নোৱাৰি সেই চেষ্টা বাদ দিছে। এতিয়া তেওঁৰ চকুত পৰিল যে তেওঁৰ জননেন্দ্ৰিয়টো দেখা পোৱা হৈ আছে। তেওঁৰ লাজ নহয়, বৰং ভুখহে লাগিল। ল'ৰা জনৰ উপস্থিতিৰ কথা তেওঁ পাহৰি গ'ল।

চল্লিছ বছৰমান আগতে যোগেন মহন্তই সঁচায় লটাৰীত এক লাখ টকা পাইছিল। একেটা ঘটনাই কাৰোবাৰ কাৰণে আনে আশীৰ্বাদ কাৰোবাৰ কাৰণে আনে অভিশাপ। মহন্তই অফিচত কেৰাণী কাম কৰিছিল। এই জীৱনকেই তেওঁ নিৰ্বিবাদে মানি লৈছিল।

শান্ত নিৰ্বিৰোধী মানুহ যোগেন মহন্ত। জীৱনত তেওঁৰ কোনো উচ্চাভিলাষ নাছিল। টকাখিনি পাই প্ৰথমতে তেওঁ হতবুদ্ধি হৈ পৰিছিল। স্বাভাৱিক উদ্যমহীনতাৰ কাৰণে টকাবোৰ লাভজনক কিবা কামত নিয়োগ কৰাৰ সকলো ধৰণৰ পৰামৰ্শ তেওঁ উপেক্ষা কৰি গ'ল।

হঠাতে তেওঁৰ আমূল পৰিবৰ্তন হৈ গ'ল। সম্পূৰ্ণভাৱে তেওঁ নিত্যানন্দ দাসৰ হাতৰ মুঠিত আহি পৰিল। দাসক সকলোৱে প্ৰৱঞ্চক বুলি জানে। মানুহজনে চকুৰে মুখে কথা কয়। তেওঁৰ কথা শুনি মানুহে তৎক্ষণাৎ ভোল যায়। শ মিলৰ অংশীদাৰ কৰিব বুলি ইতিমধ্যে বহুতৰে পৰা টকা লৈ মিলৰ নিদৰ্শন হিচাপে সাধাৰণ চালি এখন তুলি কেইবছৰমানৰ পৰা তাকেই দেখুৱাই আছে। নিত্যানন্দ দাস যে কেনেকুৱা মানুহ সকলোৱে জানিছিল, যোগেন মহন্তয়ো জানিছিল। হঠাতে মহন্তই মানুহৰ কথা বিশ্বাস নকৰা হ'ল। এইবোৰ মানুহৰ হিংসাকুৰীয়া স্বভাৱৰ লক্ষণ। দাসে যি কয় সেয়েই তেওঁৰ কাৰণে বেদবাক্য। যুদ্ধৰ সময়ৰ কথা, ঠিকাৰ কাম আছে, কাম কৰা মানুহ নাই। যোগেন মহন্তই নিত্যানন্দ দাসৰ লগত ঠিকাৰ কাম কৰিবলৈ ল'লে। দাসে ডাঙৰ ডাঙৰ অফিচাৰক মদ খুৱাই ভেটি দি হাত কৰিব। কাম-কাজৰ দায়িত্বও তেওঁৰ। মহন্তই একো কৰিব নালাগে। মাত্ৰ টকাখিনি দিয়েই

খালাচ। তাৰ পিছত তেওঁ ঘৰতে ভৰিৰ ওপৰত ভৰি তুলি বহি থাকক। নিজৰ ঘৰত বহি বহি আমনি লাগিলে দাসৰ ঘৰতো বহিব পাৰে। দাসৰ পৰিবাৰ অকলে থাকে। দাস তো চৌবিশ ঘণ্টা কাম লৈ ব্যস্ত। ঘৰত থকাৰ সময় নাই। মহন্তক পালে দাসৰ পৰিবাৰে একাষাৰ কথা পাতিবৰ কাৰণে মানুহ এজনক পাব।

এহ্ ৰব। লেতেৰা চুৰিয়া পিন্ধি এনেকুৱা জলহুৰ দৰে থাকিলে নহ'ব। চাহাব-টাহাবক লগ ধৰিবলৈ হ'লে পোছাক-পাতি ভাল হ'ব লাগে। নহ'লে বেটাহঁতে খাতিৰ নকৰে। আৰু কি নহয়? এইবোৰ কাম কৰিবলৈ হ'লে গাড়ী এখন লাগেই। টলৌ-টলৌকৈ খোজ কাঢ়ি গ'লে অফিচৰ পেয়াৰা এজনেও খাতিৰ নকৰে। গাড়ী এখন ঘেচ্‌কৈ অফিচৰ আগত ৰাখিলে চৌকিদাৰজনেও তৎক্ষণাৎ থিয় হৈ চালাম দিয়ে। মদ খোৱাটো একো ভাল কথা নহয় বুলি নিত্যানন্দ দাসেও জানে। পিছে যি কামৰ যি নিয়ম। উপায় নাই। অফিচাৰবোৰক পাৰ্টি দিব লাগে। পাৰ্টি মানেইতো মদ। লগত বহি নাখালে সকলোৱে অস্বস্তি বোধ কৰে, বিৰক্ত হয়। কিছুমানে তো অপমান কৰা বুলিয়েই ভাবে। না, না, সদায় কিয় খাব লাগিছে? কেতিয়াবা মাহেকে-পষেকে, মাতাল নহ'লেই হ'ল।

যোগেন মহন্ত শান্ত নিৰ্বিৰোধী মানুহ। এক দুৰ্বাৰ আবেগে তেওঁক উটুৱাই লৈ গ'ল। এই আদবয়সীয়া মানুহজন নিত্যানন্দ দাসৰ পৰিবাৰ মালতীৰ আকৰ্ষণত বলিয়া হৈ গ'ল। মালতীৰ প্ৰেমত পৰি তেওঁ অন্ধ আৰু বধিৰ হৈ পৰিল। ঘৰ-সংসাৰ? সিফালে নাচালেই হ'ল। টকা-পইচা? লাথি মাৰি দিয়া। মান-সন্মান, সামাজিক প্ৰতিষ্ঠা? বাদ দিয়াহে, এইবোৰ কথা বাদ দিয়া। এক অসহ্য আৰু অবাস্তৱ পৰিস্থিতি। এই তীব্ৰ আৱেগে যোগেন মহন্তৰ মনৰ পৰা অইন সকলো চিন্তা ভাৱনা, বিচাৰ-বিবেচনা, সম্পূৰ্ণভাৱে আঁতৰাই দিলে।

শান্ত নিৰ্বিৰোধী মানুহ যোগেন মহন্ত। সেই মানুহে অতি

মৰমৰ দিয়া দিয়া ভনীয়েক ৰেণুক চৰ মাৰি দিলে। ৰেণুই মালতী সম্বন্ধে বিদ্ৰূপ কৰি একাষাৰ কথা কৈছিল মাত্ৰ।

"হয় দে, খুব ভাল ছোৱালী! কেনেকুৱা ভাল সকলোৱে জানে। তইহে একো নাজান।"

চৰ খাই ৰেণুই বিবুদ্ধি হৈ থৰ লাগি আছিল।

কামত লাভ লোকচান আছেই। লোকচান হ'লে নিত্যানন্দ দাসে কি কৰিব পাৰে? এটা কামত লোকচান হ'লে আনটোত লাভ হ'ব। আছেনেকি মহন্তৰ আৰু টকা-পইচা? উলিয়াই দিয়ক তেনেহ'লে। লাগিলে মহন্তক অংশীদাৰ হিচাপে লৈ খ্ৰমিলটোৰ কামতে ভালকৈ লাগি যাব পাৰি। নিত্যানন্দ দাসে ইতিমধ্যে গুৱাহাটীত ঘৰ সাজি লৈছে। মহন্তৰ পইচাৰে দাসৰ নামত কিনা চেভ্ৰোলেট গাড়ীত উঠি দাসে মালতীক লৈ গুৱাহাটীলৈ গুচি গ'ল। সৰু চহৰৰ কেঁচা বাট ধূলিৰ কোবত অলপ দূৰ যোৱাৰ পিছত গাড়ীখন নেদেখা হ'ল।

টকা পইচা নাথাকিলেও যোগেন মহন্তৰ মদ খোৱা অভ্যাস থাকি গ'ল। ইস্ত্ৰি নহোৱা ফটা পেণ্ট পিন্ধি তেওঁ টলং-ভলঙকৈ বাটত ঘূৰি ফুৰে। ঘৰৰ একো খা-খবৰ নলয়। পৰিবাৰে ল'ৰা-ছোৱালীহালক লৈ লঘোনে থাকে। লটাৰীৰ টকা পাই মহন্তই পৰিবাৰক এযোৰ সোণৰ খাৰু কৰি দিছিল। যিদিনা মহন্তই সেই খাৰু-যোৰ চুৰ কৰি নিলে সিদিনা ৰাতি তেওঁৰ পৰিবাৰে বাটৰ সিফালৰ ৰাজহুৱা পুখুৰীত ডুবি আত্মঘাতী হ'ল। পিছদিনা ৰাতিপুৱা মৰাশ তুলি মহন্তক বিচাৰি গৈ মালতী থকা ঘৰটোৰ সমুখৰ বাটত পৰি থকা অৱস্থাত তেওঁক পালে। একেবাৰে বেহুচ অৱস্থা। দাঙি ধৰি থিয় কৰাই দিলে লগে লগে ধপকৈ আকৌ বাগৰি পৰে। মানুহে দাঙি লৈ তেওঁক পুখুৰীৰ পাৰলৈ আনিলে। পৰিবাৰৰ ফালে শূন্য দৃষ্টিৰে এবাৰ চাই আকৌ তেওঁ পৰিবাৰৰ ওচৰতে বাগৰি পৰি গ'ল।

ঘামি-জামি যোগেন মহন্তই সাৰ পাই উঠিল। কি ভয়ঙ্কৰ

সপোন! মানুহে পুখুৰীৰ পৰা তেওঁৰ পৰিবাৰৰ মৰাশটো তুলি আনি পাৰত থৈছে। একেবাৰে স্পষ্ট, ওঁঠৰ সোঁফালে থকা তিল-টোৰ মাজেৰে ওলাই অহা নোমডাল পৰ্যন্ত স্পষ্টভাৱে তেওঁৰ চকুত পৰিল। যেন তেওঁ গভীৰ শান্তিৰে পুখুৰীৰ পাৰত তই টোপনিত লালকাল দি পৰি আছে। সাৰ পোৱাৰ পিছ মুহূৰ্ততে তেওঁ সপোনৰ কথা পাহৰি গ'ল, পৰিবাৰৰ কথা, ল'ৰা-ছোৱালীৰও কথা। আতংকৰ ভাৱটো মাত্ৰ বৈ গ'ল। কিয় এই আতংক সজ্ঞান অৱস্থাত তেওঁ ধৰিব নোৱাৰিলে।

আজিকালি যোগেন মহন্তৰ ভালকৈ টোপনি নাহে। টোপনি অহাৰ লগে লগে সপোন দেখি তেওঁ সাৰ পাই উঠে। অদ্ভুত আৰু অস্বাভাৱিক কিছুমান দৃশ্য। সপোনত প্ৰাণহীন বস্তুবোৰেও জীয়া বস্তুৰ দৰে আচৰণ কৰে। মানুহ যুক্তি থকা জীৱ। সপোনত দেখা ঘটনাবোৰ ইমান অস্বাভাৱিক যে সাৰ পোৱাৰ পিছত অনু-ক্ৰম বিচাৰি সেইবোৰ ঘটনা আকৌ মনত পেলাই লোৱা অসম্ভৱ।

সপোনৰ দৰে তেওঁৰ অতীত জীৱনৰ ঘটনাবোৰ স্মৰণ কৰিবলৈ গ'লেও মহন্তৰ খেলি মেলি লাগি যায়। মগজুৰে মৃত অনুভূতিক জীয়া যুক্তিৰে ঢুকি নাপায়। তেওঁৰ জীৱনটো সপোন আৰু বাস্তৱৰ এক অদ্ভুত মিশ্ৰণ। মনত পৰা ঘটনাটো তেওঁ সপোনত দেখিছে নে সঁচায় ঘটিছে তেওঁ থিৰাংকৈ ক'ব নোৱাৰে। কেতিয়াবা তেওঁৰ মনত পৰে যে তেওঁৰ পৰিবাৰে আত্মহত্যা কৰিছে। আকৌ কেতিয়াবা অপৰিসীম স্বস্থিৰ সৈতে তেওঁ উপলব্ধি কৰে যে এইটো এটা সপোনহে, এটা অতি ভয়ংকৰ সপোন।

যোগেন মহন্তৰ টোপনি নাহে। সপোন আৰু বাস্তৱৰ সীমা-ৰেখাৰ মাজত তেওঁ অনিশ্চিতভাৱে বিচৰণ কৰি থাকে। হঠাতে পৰিবাৰৰ কথা, ল'ৰা-ছোৱালীৰ কথা তেওঁৰ মনত পৰে। কোনোবাই কয় ল'ৰা-ছোৱালীহালক সিহঁতৰ মোমায়েকে লৈ গৈছে। হয়তো সঁচা, হয়তো সপোন। তেওঁ কিজানি শিয়াই কৰোৱা নাই, ল'ৰা-ছোৱালী তেওঁৰ নাছিলেই। আকৌ তেওঁ এইবোৰ চিন্তা পাহৰি

যায়।

গাড়ীত উঠি ধূলি উৰুৱাই মালতীক চিৰদিনৰ কাৰণে গুচি যোৱা দেখি সপোনতে যোগেন মহন্তই ইমান আৰ্তস্বৰে মালতীক মাতিলে যে সেই মাত শুনি তেওঁৰ টোপনি ভাঙি গ'ল। সাৰ পাই নিজেই আচৰিত হৈ গ'ল। কোন মালতী? কিয় তেওঁ এনেকৈ মাতিছিল? লাইট জ্বলাই দিয়াৰ লগে লগে চিনেমাৰ আঁৰ-কাপোৰৰ ছবিবোৰ যেনেকৈ অদৃশ্য হৈ পৰে ঠিক সেইদৰে সাৰ পোৱাৰ লগে লগে সপোনত দেখা দৃশ্যবোৰো মহন্তৰ মনৰ পটৰ পৰা অদৃশ্য হৈ যায়।

বাস্তৱ আৰু সপোন। শেষ পৰ্যন্ত সকলো পাছত পৰি থাকে। পাৰ্থক্য বিচাৰি উলিওৱা টান। মনত পৰা ঘটনাটো সপোনত দেখা নে সঁচায় ঘটিছিল? দুয়োটাই সমান দূৰত, সমানে নৈৰ্বাক্তিক। মনৰ চুকত বিশৃংখলভাৱে সাঁচি থোৱা ঐতিহাসিক ঘটনাৰ স্মৃতি, সঁচা হ'ব পাৰে নহবও পাৰে। উভয় ক্ষেত্ৰতে সমানে অৰ্থহীন!

যোগেন মহন্তই আগতে টোপনিতহে সপোন দেখিছিল। সকলোৱে টোপনিতহে সপোন দেখে। পিছে সপোনৰ এই বৈশিষ্ট্যও তেওঁৰ কাৰণে মিছা হৈ পৰিছে। এতিয়া তেওঁ সাৰে থকা অৱস্থাতো সপোন দেখে, বহি থাকিলেও দেখে, খোজ কাঢ়ি থাকোতেও দেখে। অস্পষ্ট পটভূমিত হঠাতে কোনোবা দৃশ্যৰ খণ্ডিত অংশ এটা ইমান স্পষ্ট হৈ ফুটি উঠে যে তেওঁৰ চকুত ছাট মাৰি ধৰে। অতীত জীৱনৰ অসংখ্য ঘটনাৰ বিভিন্ন বিন্যাস। বেলেগে বেলেগে বাছি উলিয়াব নোৱাৰাকৈ সানমিহলি হৈ গৈছে। কোনোবা দৃশ্যৰ এটা অংশৰ সৈতে আন এটা দৃশ্যৰ অইন এটা অংশ যুক্ত হৈ আছে—বিচাৰি উলিওৱা অসম্ভৱ।

যোগেন মহন্ত বিচনাত শুই আছে। সাৰে আছে নে টোপনি গৈছে কোৱা টান। চকুৰ আগত এটাৰ পিছত এটা দৃশ্য ভাহি উঠিছে। যাদুঘৰৰ এটাৰ অংশ যেন লাগে। মেজত আৰু দেৱালত বিভিন্ন ধৰণে সজাই থোৱা অজস্ৰ বিৱৰ্ণ ফটো। আটাইবোৰেই

মহিলাৰ ফটো, পিছে অস্পষ্ট হৈ পৰিছে। তেওঁৰ পৰিবাৰৰ? মালতীৰ? পলুৰ দৰে বগা পোক কিছুমানে ফটোবোৰ কুটি কুটি আছে। ফটোবোৰ নষ্ট হব, কাৰোবাক সতর্ক কৰি দিব লাগিছিল। চুক এটাত মানুহ এজনক দেখা পালে। এখন জৰীৰ খাটিয়াত নিশ্চিন্ত মনে ভৰি তুলি বহি মানুহজনে ফ্লাস্কৰ পৰা ঢাকনীখনত অলপ অলপকৈ বাকি চাহ কিম্বা কফি খাই আছে। মহন্তই মানুহজনক পলুবোৰৰ কথা ক'লে। মানুহজনৰ কোনো চাঞ্চল্য নাই। মুৰ জোঁকাৰি জোঁকাৰি মিচিক-মাচাককৈ তেওঁ হাঁহি থাকিল। আকৌ এবাৰ কওঁতে মানুহজনে ঢাকনীখনত অলপ চাহ কিম্বা কফি বাকি লৈ তেওঁৰ ফালে আগবঢ়াই দিলে। তেওঁ প্রত্যাখ্যান কৰাত নিজেই সিখিনি খাই ল'লে।

যোগেন মহন্ত বিৰক্ত হৈ আঁতৰি গ'ল। ওলোৱাৰ লগে লগে সম্পূর্ণ নতুন দৃশ্যপট। পুখুৰীৰ পাৰ, মানুহৰ জুম। পুখুৰীৰ পাৰত শুই থকা তিৰোতা মানুহজনীক তেওঁ গচকিছিলেই প্রায়। কোনোমতে ডেও দি পাৰ হৈ গ'ল। কোন নো? চিন্তা কৰাৰ আহৰি নাপালে। আকৌ দৃশ্য পটৰ পৰিবর্তন। গাড়ী এখন বেগাই তেওঁৰ কাষেৰে পাৰ হৈ গ'ল। কোননো গ'ল গাড়ীত? তেওঁ ঘূৰি চোৱাৰ চেষ্টা কৰিলে। একো দেখা নাপালে, ধূলিৰে গোটেইখন আৱৰি ধৰিছে। তেওঁ আর্তস্বৰে চিঞৰি উঠিল—'মালতী'।"

নিজৰ মাত শুনি নিজেই চঁকখাই উঠিল। আচৰিত হৈ ভাবিবৰ চেষ্টা কৰিলে মালতী নো কোন?

# অভিশপ্ত

অজিতদাই বিপন্নভাৱে ইফালে সিফালে চাই দেখিলে নিত্যই তেওঁৰ বিচনাখন পাৰি শুই আছে। অজিতদাই উপাই নাপাই চুৰিয়া এখন পাৰি তাতেই কাতি হ'ল। ৰাতি এঘাৰ হ'ল। বীৰেশে মধু কলিতাক লৈ ওলাই গৈছে। এতিয়াও আহি পোৱা নাই। মধু কলিতা বৰপেটাৰপৰা আহিছে মাল খৰিদ কৰিবলৈ। বেপৰোৱা মানুহ। কথাৰ মেৰপাক নাই। চিনাকি অচিনাকি যাক যি ক'ব তৎক্ষণাৎ মুখৰ আগতে কৈ দিয়ে। কোনে ভাল পালে কোনে বেয়া পালে সেই লৈ ভ্ৰূক্ষেপ নাই। বীৰেশহঁতে লাজ পায়। কেতিয়াবা কথা-বতৰা চাল-চলন নিয়ন্ত্ৰণ কৰাৰ চেষ্টা কৰে। চিৰিংকৈ তেওঁৰ খং উঠি যায়। “কি ? কোনে মোক কি কৰিব ?” স্পষ্ট প্ৰশ্ন।

মহানগৰীৰ চকুত টোপনি নাই ট্ৰাম বন্ধ হৈছে কিন্তু হেৰিচন ৰোডত যান-বাহনৰ চলাচল অব্যাহত আছে। মধু কলিতা আৰু বীৰেশ আহি পালে। কোঠাত সোমায়েই টান মাৰি চুট কেচটো আনি তাৰ পৰা এক বাণ্ডিল নোট লৈ কলিতাই বীৰেশৰ কালে আগবঢ়াই দিলে। বীৰেশে নলয়, কলিতাই নেৰে। হয়তো বীৰেশহঁতৰ নিস্বাৰ্থ সাহচৰ্য, সিহঁতৰ এই চিৰন্তন অভাৱ আৰু দৰিদ্ৰতা, মদৰ নিচা, সকলোখিনিৰ সংমিশ্ৰণত কলিতাৰ মনত বিচিত্ৰ এক ভাবৰ উদয় হৈছিল। কৃতজ্ঞতাৰ ভাবো হ'ব পাৰে। এটা ভাল কাম কৰি সুন্দৰ অনুভূতি বোধ কৰাৰ প্ৰেৰণাও হ'ব পাৰে। মুঠতে ৰাতি এঘাৰ বজাত হেৰিচন ৰোডৰ কোঠাত হুল-

স্থূল এটা লাগি গ'ল। বীৰেশক হেঁচা মাৰি ধৰি এক বাণ্ডিল নোট গতাবৰ চেষ্টাত ব্যৰ্থ হৈ কলিতাই দুখ আৰু অভিমানত প্ৰায় কান্দিয়েই দিলে। চকুলো ৰখাব নোৱাৰি কলিতাই ধপ্‌কৈ অনিৰুদ্ধৰ বিচনাত অনিৰুদ্ধৰ লগতে মুখ ঢাকি শুই থাকিল।

কোঠাটোত তক্তাপোচ এখনো নাই। গোটেই কোঠাৰ মজিয়াতে শাৰী শাৰী বিচনা পৰা। ৰাতিপুৱা মেৰাই বেৰৰ কাষ চপাই থোৱা হয়। ৰাতি যেয়েই যিখন আগত পায় সিখনকে মেলি শুই থাকে। কাৰোবাৰ অভ্যাত পলম হ'লে বিচনা বেগাত হৈ যায়। ঠেলা-হেঁচা লাগে। ৪৮ নম্বৰ হেৰিচন ৰোডৰ মেচৰ ন নম্বৰ কোঠাত থাকে এই কেইজন অসমীয়া ল'ৰা। অজিতদা, বীৰেশ, বনমালী, অনিৰুদ্ধ আৰু নিতা। এই কেইজন হ'ল স্থায়ী বাসিন্দা। আলতীৰ পিচে লেখ-জোখ নাই। আহি উঠিলেই হ'ল। কেতিয়াবা মালে-পত্ৰে কোঠাৰ অৱস্থা এনেকুৱা হয় যে ভৰি থবৰ ঠাই নোহোৱা হয়।

ইফালে মেচত থকা কাৰো অৱস্থা ভাল নহয়। ঘৰৰ পৰা টকা আহে অতি অনিয়মিতভাৱে। কেতিয়াবা নাহেও। অজিতদাই এম, এ পঢ়ে। আজি কেইবা বছৰো ধৰি তাকেই কৈ আছে। দুয়ো বেলা টিউচন কৰে। অতিশয় নিৰীহ মানুহ। কথা-বতৰা খুব কম কয়। বয়সত ডাঙৰ বুলি বাকী কেইজনে সমীহ কৰি চলে। ৰাতি আড্ডা জমি উঠিলে মুখৰ লাগ-বান্ধ নাথাকে। কোনোবা এজনে মাত লগায়—"অজিতদা, শুলে নেকি?"

বাধ্য হৈ অজিতদাই টোপনিৰ ভাও জুৰি পৰি থাকে। নামত বনমালীকো ছাত্ৰ বুলিব পাৰি। চিটি কলেজত বি এ পঢ়ে। বছৰি দুই-চাৰি দিন ক্লাচলৈ যায়। বিজ্ঞাপন কোম্পানী এটাত চুক্তি হিচাপে কাম কৰে। বিভিন্ন ভঙ্গীৰ ছোৱালীৰ ছবি আঁকে। ছবিত বৃত্ত আৰু দীৰ্ঘ-বৃত্তৰ অকৃপণ ব্যৱহাৰ। দদ্ৰুনাশিনী মলম লগালে কঁকালৰ তলৰ খৰডোখৰ ভাল হয়। এইটো প্ৰত্যক্ষ। কিন্তু ব্যৱহাৰৰ ফলত যৌৱনো যে উচ্ছলিত হৈ উঠে এইটো ইঙ্গিত

বোধহয় পৰোক্ষ। ব্লেড, চিগাৰেট, জোতাৰ ৰং সকলো বিজ্ঞাপনতেই উদ্ধত যৌৱনা গাভৰুৰ উপস্থিতিয়ে মনক কল্পনাবিলাসী কৰিবলৈ সহায় কৰে। অনিৰুদ্ধ জীৱন বীমা কোম্পানীৰ এজেণ্ট, কলিকতাস্থ অসমীয়া সমাজৰ আতঙ্ক। অৱশ্যে স্থায়ী অসমীয়া সমাজৰ সহায়ো। আৰম্ভনিতে কোনোবাই বোধহয় কিটিপ শিকাই দিছে যে বীমাৰ এজেণ্ট হ'বলৈ হলে মানুহৰ সৰু সুৰা উপকাৰ কৰি বান্ধত পেলাই ল'ব লাগে। মানুহে বীমা নকৰে, পিচে উপকাৰখিনি লয়। গৰমৰ বন্ধৰ পিচত কাৰোবাৰ ছোৱালীক বেনাৰচৰ হোষ্টেলত থ'ব লাগে। আছে নহয় অনিৰুদ্ধ। গিৰিহঁতৰ আজৰি নাই। ঘৰৰ তিৰোতা মানুহৰ বজাৰ কৰিব লাগে, চিনেমা চাব লাগে কিয়? অনিৰুদ্ধৰ কি হ'ল"

নিত্যাই বিভিন্ন ব্যৱসায়িক প্ৰতিষ্ঠানত কাম কৰে। কেৰাণীৰ কাম। কেইমাহমান পিচতেই চাকৰি যায়। বেলেগ এটা কামত সোমায়। কলিকতাত থকা কোনোবা ডাঙৰ মানুহে কাৰোবাক একাষাৰ কৈ দিয়ে। শ্ব ওৱালেচ্, জেম্চ্ ওৱাৰেন কোনোবা এটা কোম্পানীয়ে দিয়ে এটা কাম। সৰু সুৰা কাম। সিহঁতকো মানুহ লাগে, খাতিৰো কৰা হয় (নিত্যাক নহয়, ডাঙৰ মানুহজনক)।

বীৰেশে কিবাকৈ গোৱালপাৰাৰ এক জমিদাৰৰ লগত খাতিৰ জমাই লৈছে। গধূলি ওলাই যায়, মাজৰাতি মেচলৈ উভতি আহে। এইটো তাৰ এটা কামেই। বিশেষ কষ্টসাধ্য কামো নহয়। জমিদাৰে যি কয় তাতেই হুকাৰ ধৰিব লাগে মাত্ৰ।

নিত্যাই বনমালীৰ কামিজটো পিন্ধি টালিগঞ্জৰ ফালে ওলাই গৈছে। গজেন বোলা নলবাৰীৰ ল'ৰা এজনৰ চকুৰ অসুখ হৈছে। ক্ৰমাৎ বেয়া হৈ আহিছে। আৰু গাফিলি কৰা উচিত নহয়। দুৱৰা চাহাবৰ লগত বিখ্যাত চকুৰ ডাক্তৰ সেনগুপ্তৰ ভাল। তেখেতৰ জৰিয়তে কিবা সুবিধা হয়নেকি সেই চেষ্টা। ইফালে বনমালীয়ে ইউনিভাৰ্চিটিৰ ফালে যাব লাগে। ইয়াৰ মাৰ্কশ্বিট লাগে, তাৰ ৰিজাল্ট লাগে। বনমালীলৈ লিখিলেই হ'ল। এইবোৰ কৰোঁতেই

বনমালীৰ দিনটো যায়। ছবি অঁকাৰ সময় নহয়। আঁকিব পাৰিলে ভাল পইচা আছিল, কিন্তু সময় নহয়।

ইহঁতৰ কাণ্ড কাৰখানা দেখি মোৰ বেয়াও লাগে, খঙো উঠে। কাজকৰ্ম খতি কৰি ক্লাচ খতি কৰি ট্ৰাম বাচত নিজৰ পকেটৰ পইচা খৰচ কৰি দিনটো টৌ টৌ কৰে ঘূৰি ফুৰে। কাৰোবাৰ দুষ্প্ৰাপ্য দৰব এটাকে কিনি পঠিয়াব লাগে। কোনোবাই অস্পষ্ট অকণমান ফটো এখন পঠিয়াই দিছে। ডাঙৰকৈ অঁকাই দিব লাগে। ওৱেষ্ট এণ্ড কোম্পানীৰপৰা কাৰোবাৰ ঘড়ী এটা ভাল কৰাই দিব লাগে। কাৰোবাৰ হাইকোৰ্টত মকৰ্দমাৰ খবৰ লব লাগে। কামৰ কিবা শেষ আছেনে?

কোনোবাই বেমাৰী লগত লৈ আহি বেচামাল হৈ পৰিছে। ভাল ডাক্তৰ এজনক দেখুৱাবৰ ব্যৱস্থা, হাস্পাতাল কিম্বা নাৰ্চিংহোমত ৰখাৰ ব্যৱস্থা? কোনে কৰে এইবোৰ?

পিলপিলকৈ ঘূৰি ফুৰে ইহঁতে কলিকতাত। জানেও বহুতো। ক'ত কি বস্তু পোৱা যায়, কোন কথাৰ কাৰণে কাক লগ ধৰিব লাগে সকলো খবৰ ৰাখে। কত ৰকমৰ মানুহ আহে। অসমত হয়তো বেচ্ ডাঙৰ মানুহ কিন্তু কলিকতালৈ আহি বেকুব। একোৰে তলা নলা নাপায়। ইয়াত কোনে কাক পাত্তা দিয়ে? ইহঁতে নিজৰ কাম-কাজ খতি কৰি পাণ্ডা হৈ এওঁলোকৰ লগত লাগি থাকে। দৰকাৰী কামবোৰতো কৰেই অইন কথাতো লাগি থাকিবলগীয়া হয় কলিকতালৈ আহিছে। লগতে ল'ৰা-ছোৱালী পৰিবাৰকো লৈ আনিছে। চাবলগীয়া সকলোখিনি চাই নগ'লে কেনেকৈ হ'ব? সদায় কিবা আহি থাকিবনে? চিৰিয়াখানা, হাইকোৰ্ট, বোটানিকেল গাৰ্ডেন, দক্ষিণেশ্বৰ কালীবাড়ী। এই-বোৰেইতো প্ৰশ্ন। উভতি গ'লে মানুহে এইবোৰৰ কথাই সুধিব। বনমালী, নিত্য ইহঁতেই লগত লৈ ফুৰিব লাগে। বাছ, ট্ৰাম, কোনখন ক'ত যায় কোনে জানে? ক'ত উঠিব লাগে ক'ত নামিব লাগে কি ঠিক? বাপৰে, মূৰ গৰম হৈ যোৱা কাৰবাৰ। ইহঁতৰ

অলপ সহায় পোৱাটো প্ৰাপ্য বুলিয়েই ধৰি লয়। ইয়াৰ কাৰণে বৰ বেছি কৃতজ্ঞতা বোধ কৰাৰ প্ৰয়োজন অনুভৱ নকৰে। উপস্থিত সময়খিনি ল'ৰাকেইজনক বৰ আপোন আপোন যেন লাগে, মুক্ত-কণ্ঠে শলাগো লয়। ল'ৰাকেইজনেও লাইনত থিয় হৈ টিকট কাটি তেওঁলোকক 'আচাম মেইল'ত ভালকৈ শোৱা-বহাৰ ব্যৱস্থা কৰি দিহে মেচলৈ গুভতি আহে। মানুহেও ইহঁতক পাহৰি যায়।

মুঠতে মই হেৰিচন ৰোডৰ এই মেচটোত দুইমাহমান আছিলো। অস্থিৰ হৈ উঠিলো। কলিকতালৈ আহিছো পঢ়া-শুনা কৰাৰ কাৰণে। পঢ়ি-শুনি জীৱনত উন্নতি কৰিম। এইটোৱেই মোৰ লক্ষ্য। বুজিলো এই মেচত থাকিলে পঢ়া-শুনা মোৰ একোৱেই নহ'ব। কলিকতালৈ অসমীয়া মানুহ আহিবই। চিকিৎসা আছে, মামলা-মকৰ্দমা আছে, মাল পত্ৰ খৰিদ কৰিবলগা আছে। এনেয়েও ফুৰিবলৈ অহাটো স্বাভাৱিক। এইবোৰ কথা লাগি থাকিলে পঢ়া-শুনা হ'ব কেনেকৈ? কোন আহে আহি থাকক, কেনেকৈ কি ব্যৱস্থা কৰে কৰক। আমি কিবা কলিকতাত জন-কল্যাণ সমিতি স্থাপন কৰিছোনে? মহানন্দে এই সমিতিৰ অবৈতনিক সভ্য হৈ থাকিলেই আমাৰ কিবা হবনে?

বনমালীহঁতৰ সহজাত এটা অনুভূতি আছে। কেতিয়াবা অলৌকিকৰ পৰ্যায়ত পৰে। পাচু খানচামা লেনৰ অখ্যাত মেচত কোনোবা অসমীয়া ল'ৰাই বেমাৰত অসহায় অৱস্থাত পৰি থাকিলে সিহঁতে ঠিক খবৰ পায়। ঠিক হাজিৰো হয়গে। বনলালীয়ে ল'ৰাজনক হাস্পাতালত ভৰ্তি কৰাই দিব পৰা যায় নেকি তাৰেই ধান্দাত ঘুৰি ফুৰে। নিতাই আকৌ টালিগঞ্জৰ ফালে গতি কৰে। খৰচ পত্ৰৰ ব্যৱস্থা এটা কৰিব লাগে।

অসমখন এখন সৰু ঠাই নহয়। এখন প্ৰদেশ অৰ্থাৎ বৰ্তমান সংজ্ঞাত এখন ৰাজ্য। বিভিন্ন প্ৰয়োজনত মানুহে কলিকতালৈ আহে। শিক্ষা-দীক্ষা, চিকিৎসা। কতজনৰ কত প্ৰয়োজন। অইন মানুহেও কাৰোবাৰ কিবা বিপদ-আপদ হোৱা বুলি গম পালে ৬৮ নং

হেৰিচন ৰোডৰ ন নম্বৰ কোঠাত খবৰটো দিব পাৰিলেই দায়িত্ব শেষ। বিবেক দংশনৰপৰা মুক্ত।

মেচত থকাকেইজনৰ কাৰো অৱস্থাই বিশেষ ভাল নহয়। খোৱা-লোৱা কৰে অতি সাধাৰণভাৱে, অতি সাধাৰণ পোছাক-পাতি পিন্ধি ঘূৰি ফুৰে। তিনিদিন মানুহৰ লগত লাগি থাকি চতুৰ্থ দিনা অফিচলৈ গৈ নিত্যই গম পায় ইতিমধ্যে তাৰ চাকৰি খতম। আকৌ সি ইয়াক তাক ধৰাধৰি কৰে। বেলেগ কামৰ চেষ্টা কৰে। কোনোবা এজনৰো হাতত অলপ পইচা থাকিলেই সকলোৱে নিৰুদ্বেগ। কোনো এজনৰো হাতত এটা পইচাও নাথাকিলেই দুশ্চিন্তা। বনমালীয়ে বাধ্য হৈ তেতিয়াহে এখন ছবি আঁকি টকা কেইটামান লৈ আহে। আহোতে হয়তো জোতাও একযোৰ কিনি লৈ আহে কিন্তু সি পিন্ধিবলৈ নাপাওঁতেই নিত্যই তুলা ভৰাই সেইযোৰ জোতা পিন্ধি ওলাই যায়। ভাত খাই আহি জোতাযোৰ নেদেখি বনমালীয়ে হুলস্থুল লগাই দিয়ে।

অজিতদা ছাত্ৰ, বনমালীও ছাত্ৰ. বীৰেশকো ছাত্ৰ বুলিব পাৰি। বি. এ পৰীক্ষা দিয়েই আছে। কিন্তু কাকো এদিনো এখন কিতাপ লৈ বহা দেখা নাপালো। কিতাপ নায়েই, বহিব কি? তাৰ উপৰি আছে আলহী। সেইকণতো কোঠা। এনেয়ে বহিবৰ ঠাই নাই। মাল-পত্ৰ লৈ আহি উঠিলেই হ'ল। ভৰি থবৰ ঠাই নাথাকে। মধু মহাজনে মাল খৰিদ কৰিবলৈ আহি তাতেই থাকি যায় সাতদিন। আজিৰ বহুত এম. এল. এ.কো মই ৪৮ নং হেৰিচন ৰোডৰ ন নম্বৰ কোঠাৰ মজিয়াত পেট পেলাই থকা দেখিছো।

ময়ো দুইমাহমান আছিলো। অস্থিৰ হৈ উঠিলো। এনে-কুৱাকৈ থাকিলে একো নহ'ব।

টকা-পইচাৰ অসুবিধাৰ কাৰণে এম এ. ক্লাচত নাম লগোৱাত মোৰ পলম হ'ল। কোনো ছাত্ৰাবাসত ঠাই নাপালো। মিৰ্জাপুৰ ষ্ট্ৰিটৰ হোটেল এটাত উঠিছিলো। দৈনিক হিচাপে পইচা বহুতো।

মাহিলি হিচাপত হ'লেও কথা নাছিল। ইমান খৰচ দি থকা অসম্ভৱ। হাতৰ পইচা প্ৰায় শেষ। ঘৰৰ অৱস্থা এনেকুৱা নহয় যে লিখিলেই পইচা পঠিয়াই দিব। অসম্ভৱ। এনেকৈ চলিব নোৱাৰিম। যি বুজিছো পঢ়া বাদ দি গুচিয়েই যাব লাগিব। মনটো বৰ বেয়া। আচলতে হোটেলৰ পইচা দি ঘৰলৈ গুচি যাম—সিখিনি পইচাও হাতত নাই। বহুতো সপোন আৰু আশাৰ পৰি সমাপ্তি। মন মাৰি কলেজ স্কোৱাৰত বহি আছিলো। নিত্য আৰু বনমালীক অসমীয়াত কথা পতা শুনি মাত লগালো। সেয়ে প্ৰথম চিনাকি। দুৰ্বল মুহূৰ্তত কথাই কথাই নিজৰ কথা গোটেইখিনিয়েই কৈ পেলালো। দুয়ো জাপ মাৰি উঠিল।

"পাগল-নেকি? ক'ত যায়?"

মই ক'লো—"উপায় কি?"

"ৰ'বচোন। হ'ব এটা উপায়। ঠিক আছে, এক কাম কৰক। সদ্যহতে আমাৰ মেচতেই উঠক। অসুবিধা হব, পিচে উপায়তো নাই। তাতেই মুৰটো গোঁজা মাৰি অইন ক'ৰবাত চেষ্টা কৰকচোন। আমিও চাম। এইটো কিবা এটা কথা হ'লনেকি? অসুবিধা হ'ব। পলাই গ'লেতো সমস্যাৰ সমাধান নহ'ব। ব'লক, আজিয়েই ব'লক আমাৰ তালৈ। এই কাষতেই আমাৰ মেচ।"

মই অলপ ইতস্ততঃ কৰিলো। তৎক্ষণাৎ হোটেল এৰাও টান। হোটেলৰ বাকী পইচাখিনি দিব পৰাকৈ হাতত পইচাও নাই। ভাবি আছিলো মেট্ৰিক পৰীক্ষাত পোৱা সোণৰ মেডেলটোকেই বিক্ৰী কৰিম। লগতে আনিছিলো। অৰ্দ্ধচেতন মনত বোধহয় এনেকুৱা অৱস্থাত পৰিব পৰাৰ সম্ভাৱনাৰ চিন্তা এটা আছিলেই।

মই পিচে একোকেই ক'বৰ ফাক নাপালো। নিত্য আৰু বনমালী দুয়োই মোক লগত লৈ আহি মেনেজাৰক লগ ধৰিলে। হিচাপ-পত্ৰ বুজাই দি মই কিবা মাত লগোৱাৰ আগতেই মোৰ মাল বস্তু দাঙি কান্ধত তুলি ৰাস্তাটো পাৰ হৈ ৪৮ নং হেৰিচন ৰোডৰ ন নম্বৰ কোঠাত আনি তুলিলে। কোঠাত বিচনাৰ সংখ্যা

আৰু এখন বাঢ়িল। প্ৰথমতে মই ৰক্ষা পৰা যেন পালো। দুদিন পিচতেই অস্থিৰ হৈ উঠিলো। মানুহৰ উপকাৰ কৰা ভাল। কোনেও অস্বীকাৰ নকৰে, ময়ো নকৰো। পৰোপকাৰ কৰা ভাল। মানুহৰ বিপদে-আপদে কোনোবাই সহায় কৰিবই লাগিব কিন্তু সেই কোনোবাজন মই হ'ব লাগিছে কিয়? মই কলিকতালৈ আহিছো পঢ়িবৰ কাৰণে। পঢ়া-শুনা কৰি নিজৰ উন্নতি কৰিম। লোকৰ কথাত ঘূৰি ফুৰিলে নিজৰ কথাৰ কি হ'ব? মানুহক হাইকোর্ট, চিৰিয়াখানা দেখুৱাই ফুৰিলেই হ'ব জানো? নিজৰ কাম-কাজ নাই? পঢ়া-শুনা নাই?

সৰোজ চৌধুৰীয়ে কাৰো লগ নলয়। হেদায়েত খাঁ লেনৰ মেচ এটাৰ এন্ধাৰ কোঠা এটাত অকলে থাকে। অসমীয়া মানুহ কোনোবাই মাত একাষাৰ লগালেও বিৰক্ত হয়। বিপিনে ক'লে "সৰোজৰ মূৰৰ কিবা গণ্ডগোল হৈছেনেকি? 'গড়েৰ মাঠ'ত চুপ-চাপ বহি থাকে। মেচত হেনো ভাত-পানীও ঠিকমতে নাখায়। কিবা এটা কৰিব লাগিছিল।"

ময়ো লগতে গৈছিলো। বাৰান্দাৰ একাংশ বেৰি সৰু এটা কোঠা। মানুহ এজনে ভালকৈ থিয় হ'ব নোৱাৰে। লেতেৰা বিচনা এখনত চৌধুৰী শুই আছিল। আমাক দেখি বিৰক্ত হৈ উঠিল। বিৰক্ত কিয়? ৰীতিমত ক্ৰুদ্ধ হৈ উঠিল। বঙালীত টান মাতেৰে সুধিলে—"কি লাগে? কি লাগে আপোনালোকক?"

আমি মনে মনে থকাই বুদ্ধিমানৰ কাম বুলি ভাবিলো।

"নাজিবাৰ পৰা আহিছে, নহয়? মোক দোষ দিলেই হ'ল নহয়? ক'লেই হ'ল? প্ৰমাণ কি? ওলাওঁক, ওলাই যাওঁক। মোৰ গাত একো দোষ নাই।"

উত্তেজিত সৰোজ চৌধুৰীয়ে তেওঁৰ বক্তব্য শেষ কৰি আমাৰ উপস্থিতিক অস্বীকাৰ কৰি মুখ ঘূৰাই শুই থাকিলে। আমি বেকুব হৈ উভতি আহিলো।

অজিতদা ইমান সহজতে এৰি দিয়াৰ পাত্ৰ নহয়। শান্ত

স্বভাৱৰ ধৈৰ্যশীল মানুহ, কথা কয় খুব কম। মানুহে স্বাভাৱিকতেই তেওঁক বিশ্বাস কৰে। অন্তৰৰ গোপনতম কোথাও তেওঁক কৈ স্বস্তি পায়। অইন কাকো সহ্য কৰিব নোৱাৰিলেও সৰোজ চৌধুৰীয়ে অজিতদাৰ লগত ফুচ্‌ফুচাই কথা পাতে। অজিতদাই চৌধুৰীৰ অসংলগ্ন কথাৰ পৰা চালি-জাৰি ঘটনাটো মোটামুটি সজাই ল'লে। ৰেণু বোলা ছোৱালী এজনীৰ লগত চৌধুৰীৰ অলপ মিলাপ্ৰীতি আছিল। সেই ৰেণু বোলা ছোৱালীজনী গৰ্ভৱতী হ'ল। সকলোৰে দৃঢ় বিশ্বাস এই দুষ্কৃতি চৌধুৰীৰ। এই কলঙ্কৰ বোজা চৌধুৰীৰ মূৰত জাপি দিয়াত চৌধুৰী অস্থিৰ হৈ উঠিছে।

আমিও ভাবিলো কীৰ্তি চৌধুৰীয়েই! ভাল ল'ৰা বুলি জনাজাত। বেকায়দাত পৰি বলিয়া হৈ শাস্তি পোৱাৰ চেষ্টা কৰিছে। বিচাৰি বিচাৰি অজিতদাই মাখন দত্ত বুলি ল'ৰা এজনকো বাহিৰ কৰিলে। নাজিৰাৰ ল'ৰা। অজিতদাৰ স্বাভাৱিক গুণটো কামত লাগিল। মাখন দত্তৰ লগতো খাতিৰ জমি উঠিল। চৌধুৰীৰ কথা সুধিলে।

দত্তই ক'লে—"বৰ ভাল ল'ৰা। বহুত দিন লগ পোৱা নাই। মোৰ চায়েন্‌চ কলেজত ক্লাচ। সিফালে ঘোৱাও নহয়। আপুনি চিনি পায় নেকি? ক'ত আছে? মূৰৰ কিবা অলপ গণ্ডগোল হোৱা বুলি শুনিছিলো। সঁচা নেকি?"

অজিতদাই কথা কম কয়, মনে মনে শুনি গ'ল। দত্তই আকৌ আৰম্ভ কৰিলে।

"আগৰপৰাই অলপ কিবা ধৰণৰ। ঠিক অস্বাভাৱিক একো নহয়, তাৰমানে অলপ কোনবা ধৰণৰ। মোৰ লগতো বৰ্তমানে সিমান ভাল নাই। ঠিক কাজিয়া নহয়। বাৰু, কওঁ আপোনাক। মোৰ ভনী ৰেণুক বিয়া দিয়াৰ কথা তুলিছিলো। আমাৰ ঘৰৰ সকলোৰে লগত ভাল, অহা-যোৱা আছে। নকৰাও বুলি ক'লেই হ'ল। জঁকি উঠিল। কিয় কৰাব লাগিছে মই বিয়া? মোৰ কি দোষ? চাওঁকচোন বাৰু দোষৰ কথা কি আছে। ছোৱালী ঘৰত

থাকিলে মানুহে চেষ্টা কৰে। নকৰালে নাই বুলি ক'লেই হ'ল। জোৰ কৰি বিয়া দিব পাৰিনে? আগৰেপৰাই অলপ অইন ধৰণৰ। আপোনকহে ক'লো দেই এইবোৰ কথা। অইনৰ আগত নকব।"

অজিতদাই সুধিলে—"আপোনাৰ ভনীয়েকৰ পিচে বিয়া হ'লনে নাই।"

"অ,' হ'ল। ডুবছৰেই হব অহা ফাগুনত। ভাল ল'ৰা পাইছো। উকিল।"

"বা:, বেচ ভাল কথা। পূজাৰ বন্ধত ঘৰলৈ যাবনে নাই? বন্ধ হ'বৰ হ'লেই দেখোন।"

"যাম। কনচেশ্বনত টিকট কটাৰ ব্যৱস্থা হৈছে।"

"বস্তু বাহানি কিনা হ'ল? ভাগিনৰ কাৰণে কি ল'লে?"

"ভাগিন? কাৰ ভাগিন? হো. হো:। হওঁকচোন আগে কিবা এটা। তাৰ পিচত দেখা যাব কি দিয়া যায়।"

সৰোজ চৌধুৰীৰ পাগলামিৰ মাত্ৰা ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে! চিন্তাৰ কথা হ'ল খোৱা লোৱা একদম বাদ দিছে। এনেকুৱাকে কেইদিন থাকিব? ৭৮ নম্বৰ হেৰিচন ৰোডৰ ন নম্বৰ কোঠাৰ সকলোৰে ডুশ্চিন্তা। ইয়াক ধৰি, তাক ধৰি, চেষ্টা যত্ন কৰি, বুজাই-বঢ়াই সৰোজ চৌধুৰীক লুম্বিনী পাৰ্ক হাস্পাতালত ভৰ্তি কৰি দিয়া হ'ল। মানসিক চিকিৎসালয়ত থাকি ভাল হৈ গ'ল। তেওঁ এতিয়া গুৱাহাটীৰ নাম কৰা উকিল। অজিতদাৰ ধৈৰ্য্য আৰু বনমালী-হঁতৰ চেষ্টা আৰু অধ্যাৱসায় নাথাকিলে এটা জীৱন নষ্ট হৈ গ'ল-হেঁতেন। চৌধুৰীক দেখিলে এতিয়াও মই ভাবো—ৰেণুৰ আমু মানিক গৰ্ভাৱস্থাৰ লগত চৌধুৰীৰ নিজকে নিজেই তীৰ্যকভাৱে সংযোগ কৰাৰ কিবা থল আছিলনেকি? অৱশ্যে সেইটো কথা অবান্তৰ। মুঠতে চৌধুৰী এজন নাম কৰা উকিল।

কিয়? গজেন মহন্ত? জীৱনত বোধহয় এটা মাত্ৰ হাবিয়াহ আছিল। একপাক কলিকতাৰপৰা ঘূৰি আহিব। যোৰহাটৰ স্কুলত মাষ্টৰ কাম কৰিছিল। কষ্ট কৰি পইচা সাঁচি পৰিবাৰ আৰু ছোৱালী

দুজনীক লৈ কলিকতা পালেগৈ। শিয়ালদহৰ কাষৰে হোটেল এটাত উঠিছিল।

চৌৰঙ্গীত পাঞ্জাবী টেক্সিৱালাই মানুহ এজনক ডাবি-ধমকি দি আছিল। মানুহজনে বিপন্নভাৱে কিবা ক'বৰ চেষ্টা কৰি আছিল। পিচে টেক্সিৱালাৰ চিঞৰ-বাখৰৰ আগত বিপন্ন মানুহজনৰ ক্ষীণ স্বৰ তিষ্ঠিব পাৰিব কিয়? নিত্য আৰু অনিৰুদ্ধই আৰু দহজন মানুহৰ দৰে সিফালে এবাৰ চাই পাৰ হৈ যাব ধৰিছিল। হঠাতে ৰৈ যাব লগা হ'ল। মানুহজনৰ লগৰ ছোৱালীজনীৰ পিন্ধনত মেখেলা-চাদৰ। দুয়ো লৰালৰিকৈ আগবাঢ়ি গ'ল। টেক্সিৱালাই পাঁচগুণ ভাৰা দাবী কৰি ৰহি আছে ওলোটা ডাবি-ধমকি দি সিহঁতে টেক্সিৱালাক খেদিলে। মহন্তই ইহঁতক পাই হাতেৰে সৰগ ঢুকি পোৱা যেন পালে। তেওঁৰ পৰিবাৰৰ মুখতো লাজকুৰীয়া হাঁহি ওলাল।

মহন্তৰ পিছে জীৱনৰ হাবিয়াহ পূৰ্ণ হোৱাৰ লগে লগে হাতেৰে খামোচ মাৰি ধৰিবলৈ যেন একোয়েই নাথাকিল। শিয়ালদহৰ কাষতেই হাত পিছলি চলন্ত ট্ৰামৰপৰা চকাৰ তলত পৰি তেওঁ মৰি থাকিল। ৪৮ নম্বৰ হেৰিচন ৰোডৰ ন নম্বৰ কোঠাৰ সকলোৱে উধাতু খাই উপস্থিত হ'ল। মহন্তৰ পৰিবাৰ সৰু ছোৱালী। খুব কম বয়সতে বিয়া হৈছে। দুজনী ছোৱালীৰ মাক যদিও বয়স আৰু কিমান হ'ব? এই নিদাৰুণ শোক পাই তেওঁ বিহ্বল আৰু হতবুদ্ধি হৈ পৰিল। বনমালীহঁতে লগ লাগি গজেনৰ সৎকাৰৰ ব্যৱস্থা কৰিলে। মহন্তৰ পৰিবাৰৰ চিন্তাশক্তি সম্পূৰ্ণ লোপ পাইছিল। যেয়ে যি ক'ব তাকেই কৰিব, এনেকুৱা অৱস্থা। অজিতদাই ছোৱালী দুজনীৰ সৈতে তেওঁক টালিগঞ্জৰ দুৰৰা চাহাবৰ ঘৰত থৈ আহিলে। নিত্য আৰু বনমালী দুয়ো লগত লৈ তেওঁলোকক যোৰহাটত থৈ আহিলে। নিত্যই আহি দেখিলে আকৌ তাৰ চাকৰি নাই।

শিয়ালদহৰপৰা কলেজ ষ্ট্ৰীটলৈকে এক আঁঠু পানী। যান-বাহন চলাচল বন্ধ। হাৰ্ডিঞ্জ হোষ্টেলৰপৰা সত্যেন বৰুৱাই আহি খবৰটো

দি গ'ল। হাৰ্ডিঞ্জ হোষ্টেলক মানুহে কৈছিল 'জামাই বাবু'ৰ হোষ্টেল অৰ্থাৎ জোঁৱায়েকৰ হোষ্টেল। শহুৰেকৰ খৰচত জমিদাৰী চালত থাকে। আইন পঢ়ে। বছৰৰ পিছত বছৰ কাটি যায়। সত্যেনহঁতৰ সি-ফালৰ মানুহ এজন হঠাতে কেন্‌চাৰ হাস্পাতালত ঢুকাল। খবৰটো দিয়েই সত্যেন হোষ্টেললৈ গুচি গ'ল। তাৰ দায়িত্ব শেষ। এই বতৰত ৰাতিখন ৪৮ নম্বৰ হেৰিচন ৰোডৰ কেউজন ওলাই পৰিল। বিদেশত মানুহজনৰ গতি এটা নকৰিলে কেনেকৈ হ'ব ?

এনেকুৱা বিভিন্ন ধৰণৰ ঘটনা। লাগিয়েই আছে। দুইমাহমান ৪৮ নম্বৰ হেৰিচন ৰোডৰ মেচত থাকি মই ধোঁৱা-কোঁৱা দেখিলো। অসমীয়া মানুহ কলিকতালৈ আহিবই। অসমীয়া মানুহো মানুহ। জৰা, মৃত্যু, দুখ, শোক মানুহৰ এইবোৰ থাকিবই। সমস্যাৰ শেষ কেতিয়াও নহয়। এইবোৰ কথাত লাগি থাকিলে আচল কথাৰ কি হ'ব ? আমি কিবা বেচৰকাৰী জনকল্যাণ প্ৰতিষ্ঠাননেকি ? এইবোৰকে কৰি থাকিবলৈ হ'লে দেখোন ৰামকৃষ্ণ মিচনত যোগ দিয়াটোৱেই ভাল আছিল। এম এ ক্লাচত নাম লগাই পঢ়া-শুনা কৰাৰ নামত এই ভাওনাখন পতাৰ কি দৰকাৰ আছিল ? আৰে বাপ্‌ৰে কত ৰকমৰ অসমীয়া মানুহ দেখিলো বনমালীহঁতৰ লগত থাকি। অসমীয়া সাধু-জটাধাৰী বৰাজী ! ভাবকচোন কথাটো। ৪৮ নম্বৰ হেৰিচন ৰোডৰ ন নম্বৰ কোঠাৰ মজিয়াতে লাং খাই শুই আছে। হাওড়াৰ সিদ্ধেশ্বৰী আশ্ৰমৰ পৰা বনমালীয়ে লৈ আহিছে। প্ৰথমতে হিন্দীত পিছত খাচ বৰপেটাৰ ভাষাত বাক্যালাপ। বাবা-জীয়ে সংসাৰৰ মায়া ত্যাগ কৰিলেও ৪৮ নম্বৰ হেৰিচন ৰোডৰ মায়াত বান্ধ খাই গ'ল। মাজে মধ্যে আহে। কেতিয়াবা ৰাতিটোও থাকি যায়। অসমীয়া পাগল ? মানে কলিকতাত ? কাৰোবাৰ চকুত পৰে জানো তেওঁলোক ? সুৰেন শৰ্মাই ফটা পায়জামা পিন্ধি চকু পিৰিক-পাৰাককৈ কলেজ ষ্ট্ৰিটৰ কিতাপৰ দোকানবোৰৰ সন্মুখত ঘূৰি ফুৰে। কোনেও লক্ষ্য কৰা নাছিলো। কত ৰকমৰ পাগল আছে কলিকতাৰ বাটে ঘাটে ! বীৰেশে এদিনা মেচলৈ লৈ আনিলে।

শর্মাই জমিদাৰৰ ঘৰলৈ গৈ মাজে মধ্যে ভাত খাই আহে। ইয়াৰ পিচত শৰ্মা মাজে-সময়ে মেচলৈ আহে। ভাৰতীয় দর্শন সম্বন্ধে ইংৰাজীত বক্তৃতা দিয়ে। অজিতদাই কথা কম কয়। শ্ৰোতা হিচাপে তেওঁ অৱশ্যে অদ্বিতীয়।

পার্ক ষ্ট্ৰিটৰ ৰেষ্টোৰাত কামকৰা কোকৰাঝাৰৰ ল'ৰা খগেন নাৰ্জাৰী। বনমালীহঁতক দেখিলে হাঁহিত গোটেই মুখখন মেল খাই যায়। পইচা ল'ব নোখোজে অর্থাৎ নিজৰপৰাই দিয়াৰ মতলব। বনমালীহঁতে ভাবি দি নিৰস্ত কৰে।

ঘৰৰ পৰা পলাই আহি চাক'চ পাৰ্টিত কাম কৰি থকা ল'ৰা। তাকো লগ পাইছিলো। শিৱসাগৰৰ ফালৰ ল'ৰা। ত্ৰিশূলৰ খেল দেখুৱায়। বনমালীহঁতক দেখি কি আনন্দ! কি খুৱাব, কি কৰিব, গাত তত নাই। কত ৰকমৰ মানুহ আছে এই কলিকতাত। বনমালীহঁতে জানেও চব। প্ৰত্যেকটো অলি গলি ইহঁতৰ নখ দর্পণত। পিতাকৰ বাকচ ভাঙি দুই হেজাৰ টকা লৈ ঘৰৰপৰা পলাই অমল বোলা ল'ৰাজনে কলিকতা পালেহি। পিতাকে ছবি দি খবৰ কাগজত বিজ্ঞাপন দিলে। পিন্ধনত বগা পেণ্ট আৰু বগা হাফচার্ট। ক'ৰ বগা পেণ্ট ক'ত গৈছে! এতিয়ালৈ বগা হৈ আছেনে? ফটা নীলা লুঙি পিন্ধা, গাত এটা ফটা গেঞ্জি। খালি ভৰি কঁকালত মেৰোৱা ফুলাম গামোচাখন দেখিয়েই নিত্যই ধৰি পেলালে। বৌবাজাৰৰ ফুট-পাথত শুই আছিল। কাণত ধৰি মেচলৈ লৈ আহিল। হুৰাওৰাৰে কান্দোন অমলৰ। কাপোৰ-কানি কিনি দি খুৱাই-ধুৱাই সকলোৱে গৈ টিকট কাটি তাক 'আচাম মেইল'ত উঠাই দি আহিল। শিয়ালদহৰ পাঁচ নম্বৰ প্লেটফৰ্মৰপৰা সদায় ডেৰ্ বজাত 'আচাম মেইল' এৰে। নিত্য, অনিৰুদ্ধ আৰু বনমালীয়ে প্ৰায়েই শিয়ালদহ ষ্টেচনলৈ আহে। লাইনত থিয় হৈ টিকট কাটি মানুহক দৈইনত তুলি দিয়ে। 'আচাম মেইল' গুচি যায়। ক্লান্তভাৱে সিহঁতে মেচলৈ ওভতি আহে। অফিচলৈ যোৱা নহয়; ক্লাচলৈ যোৱাও নহয়।

মানুহে বিভিন্ন কামত কলিকতালৈ আহে। কাম শেষ হয়, আকৌ গুচি যায়। কিন্তু ৪৮ নম্বৰ হেৰিচন ৰোডৰ এই ল'ৰা-কেইজনে যেন এটা আৱৰ্তত পৰি গৈছে। নিজৰ উদ্দেশ্য কি আছিল তাকো পাহৰিছে, নিজৰ লক্ষ্য কি তাকো পাহৰি গৈছে। এনেকৈয়েই বছৰৰ পিছত বছৰ পাৰ হৈ গৈ আছে। স্বাভাৱিকতে লাহে লাহে এই মেচটো এটা অনুষ্ঠানত পৰিণত হয়। মানুহে আপদে-বিপদে এই মেচত আহি উপস্থিত হয়। কাৰোবাৰ কিবা হ'লে মেচত খবৰ দিয়ে। মেচত খবৰ এটা দিব পাৰিলেই অইনৰ দায়িত্ব শেষ।

মেচৰ ইইঁতৰ কাৰো অৱস্থাই ভাল নহয়। ঘৰৰ পৰা অতি অনিয়মিতভাৱে কাৰোবাৰ কেইটামান টকা আহে। কেতিয়াবা তাকো নাহে। নিজেই কিবাকিবি কৰাৰ চেষ্টা কৰে। কোনোবা এজনৰ হাতত পইচা থাকিলেই সকলোৰে নিশ্চিন্ত। থাকেও অতি সাধাৰণভাৱে। কাৰোবাৰ বিচনাৰ চাদৰ ফাটি গৈছে, তেনেকৈয়েই আছে। পোছাক-পাতিৰ অৱস্থাও তেনেকুৱা। উদ্দেশ্যহীন বিশৃঙ্খল জীৱন মই অস্থিৰ হৈ উঠিলো। আচলতে আতঙ্কিত হৈ পৰিলো। মোৰ জীৱনৰ এটা উদ্দেশ্য আছে। লিখা-পঢ়া কৰি জীৱনত প্ৰতিষ্ঠিত হ'ব লাগিব। এইটো কি বাতাৱৰণত পৰিলো? এনে-কুৱাকৈ থাকিলে মোৰ ভবিষ্যৎ নষ্ট। ৪৮ নম্বৰ হেৰিচন ৰোডৰ ন নম্বৰ কোঠাৰ সৰ্বনাশী বাতাৱৰণে মোৰ সত্তাকো লাহে লাহে গ্ৰাস কৰি আহিছে বুলি ময়ো বুজি পালো। লোৱাৰ চাৰ্কুলাৰ ৰোডৰ চেণ্ট জেভিয়াৰ্চ কলেজ হোষ্টেলৰ অসমীয়া ল'ৰা এজনৰ অসুখ হৈছে বুলি খবৰ পালে ময়ো ক'ব নোৱাৰাকৈ ১০ এ নম্বৰ বাছত উঠি হোষ্টেলত ওলাওঁগৈ। মই অস্থিৰ হৈ উঠিলো। তুমাহৰ পিচত শ্ৰীগোপাল মল্লিক লেনৰ স্নাতকোত্তৰ মেচত চিট এটা পাই তালৈ গৈহে মই শান্তিৰে উশাহ ল'ব পৰা হ'লো। বনমালীয়ে লাগি-মিলি চিটটো যোগাৰ কৰি দিলে। যথেষ্ট খা-খবৰ ৰাখে। কাক ক'ত ধৰাধৰি কৰিব লাগে তাকো জানে।

৪৮ নম্বৰ হেৰিচন ৰোডৰ অশুভ আকৰ্ষণৰ পৰা ওলাই আহি মই স্বস্তিৰে উশাহ ল'লো। কথাবোৰ ভাবিলে এতিয়াও মই আতংকিত হৈ উঠো। এই মেচত আৰু কিছুদিন থকা হ'লে মোৰো জীৱনত একো নহ'ল হয়। নিত্যই মাজ বয়সত গুৱাহাটী বিশ্ব- বিদ্যালয়ত তল খাপৰ কেৰাণীৰ কাম কৰে। অজিতদাই বিভিন্ন স্কুলত অস্থায়ীভাৱে কাম কৰি আছে। নীৰেশে হেনো মধু কলিতাৰ লগত কাৰবাৰ কৰে। কাৰবাৰ নে হাতী! কলিতাৰ নিজৰে কাৰবাৰৰ অৱস্থা হেনো বৰ বেয়া এতিয়া।

একমাত্ৰ বনমালী এতিয়াও কলিকতাতেই আছে। সাধাৰণ বিজ্ঞাপন কোম্পানী এটাত বিভিন্ন ধৰণৰ ছোৱালীৰ ছবি আঁকে। বিয়াবাৰু কৰোৱা নাই। কোনোৰকমে নিজৰ পেটটো প্ৰবৰ্তাই আছে।

মই গুৱাহাটীত মোটামুটি ভাল কামেই কৰো। এটা চাকৰিৰ সাক্ষাৎকাৰৰ কাৰণে বোম্বাইলৈ যাব ওলাইছো যোৱা অহাৰ খৰচ দিব, সেই কাৰণেই যোৱা। চাকৰি নহলেও ফুৰা হব। যাওঁ নাযাওঁকৈ ভাবি থাকোঁতে পলম হৈ গ'ল। গুৱাহাটীৰপৰা কলিকতালৈ প্লেনেৰে আহিলো। কলিকতাৰ পৰা ট্ৰেইনত যাম বুলি ভাবিছিলো। টিকট নাপালো। প্লেনৰো টিকট নাই।

নিউমাৰ্কেটত বনমালীক লগ পালো। মোক দেখি দূৰৰ পৰাই মিচিক মাচাককৈ হাঁহি আছে। মই উল্লসিত হৈ স্বয়ংক্ৰিয়া ভাবে প্ৰথমেই ক'লো—"হেৰি মোক আজিকালিৰ ভিতৰতে বোম্বাইৰ এখন টিকট যোগাৰ কৰি দিব প'ৰিব?"

বনমালী তৎক্ষণাৎ গম্ভীৰ হৈ গ'ল।

"নাই, নোৱাৰো।"

মই অপ্ৰস্তুত হৈ পৰিলো। সঁচা কথা। বনমালী নো কি এনে প্ৰতিপত্তিশালী মানুহ। অৱস্থা আৰু বেয়া হৈছে যেন লাগে। পিন্ধনত সাধাৰণ ধুতি বা মিজ। মুখত বয়স আৰু ক্লান্তিৰ ছাপ।

লজ্জিতভাৱে ক'লো—"বেয়া নাপাব দেই। ভাল আপোনাৰ?"

বনমালীয়ে গম্ভীৰভাৱে সুধিলে—"বোম্বাইলৈ কিয়?"

"ইন্টাৰভিউ এটা আছিল।"

"কেতিয়া ?"

"সোমবাৰে ."

"আজি শুকুৰবাৰ দেখোন।"

"তাকেই তো। ক'তো নাপালো। বাদ দিয়ক। নগ'লেও একো কথা নাই। কামটো পালেও যে লম তাৰো ঠিক নাই।"

অস্বস্তিকৰ মুহূৰ্ত পাৰ হৈ গ'ল। বনমালীয়ে একে ধৰণে গম্ভীৰ ভাৱে ক'লে—"তেনেকুৱা হঠাৎকাৰে এইবোৰ কাম কৰিবলৈ হ'লে পাঁচটকা দহ টকা খৰচ কৰিবলগীয়া হব পাৰে। আজি-মোৰ অৱস্থাও ভাল নহয়। নিজৰ জেপৰ পৰা খৰচ কৰাৰ শক্তি নাই। কাম হৈ গ'লে মানুহে পইচা খোৱা বুলি বদনাম দিয়ে। কোনোবাই কাগজতো লিখিছে দেখোন দেখা নাই ?"

মই অতিশয় লজ্জিত হৈ ক'লো "ছিঃ ছিঃ। এইবোৰ কি কথা ? মই আপোনাক নাজানো নেকি কিবা ? আপোনাক লগ নাপালে মোৰ এম্, এ পঢ়াই নহ'ল হয়।"

বনমালীয়ে ক'লে—"বাদ দিয়ক সেইবোৰ কথা। চাওঁ, চেষ্টা কৰি চাওঁ। কেইটামান টকা অতিৰিক্ত খৰচকৰিবলগীয়া হব পাৰে। ক'ত আছে আপুনি ? ক'ত লগ ধৰিম ?"

"আপুনি লগ ধৰিব নালাগে। মই আপোনাৰ মেচত যাম।"

"কোন মেচ ? অ হো, হেৰিচন ৰোডৰ মেচ ? কেতিয়াবাই এৰিলো।"

টিকট পাওঁক বা নাপাওঁক গধূলি বনমালীয়ে খবৰ দিব বুলি আশা কৰিছিলো। ৰাতিপুৱাও নাই। ক্ৰমাৎ অস্বস্তি বাঢ়ি যাবলৈ ধৰিল। মনহি যোৱা বিশ্বাসটো জীয়াই ৰখা টান হৈ পৰিছে। নিজৰ ওপৰত খং উঠিছে। পইচাখিনিৰ কাৰণে ঠিক নহয়। বহুতো বিশ্বাস লাহে লাহে ভাঙি গুৰি হৈ গৈছে। আৰু এটা ধুনীয়া বিশ্বাসকো নো কিয় নিজহাতে চূৰ্ণ কৰিবলৈ গ'লো ?

কেই কাপমান চাহ খালো। হস্তদন্তহৈ বনমালী উপস্থিত। ভংগীত আগৰ সেই উদ্দীপনা।

"নিয়ক, ওলাওঁক। ট্ৰেইনৰ বৰ বেছি সময় নাই। আজি-কালি হাতত কিছু সময় লৈ যোৱা ভাল। বাটত জাম হ'লে মহা জুলুম হব।"

"পালে টিকট?"

"পালো। হিচাপটো দিওঁ। ওলাওকচোন আপুনি। মই টেক্‌চি এখন চাওঁ। দৰকাৰৰ সময়ত টেক্‌চিও নোপোৱা হয় নহয়।"

# অবিস্মৰণীয়

দূৰত্বৰ বৰ্গৰ ব্যস্ত সমানুপাতিক। ঠিকেই। সকলো কথাইতো তেওঁ পাহৰি আছিল। তেওঁ ভালকৈ জানে যে আকৌ তেওঁ সকলো কথা পাহৰি যাব।

ঘট্, ঘট্, ঘটাং ঘট্।

দ্ৰুতবেগৰ গতিত ট্ৰেইনখন গৈ আছে। অকল ভৌগলিকভাৱেই নহয়, মানসিক দিশৰ পৰাও তেওঁ তেওঁৰ জন্মস্থানৰ পৰা আঁতৰি গৈ আছে। ইতিমধ্যে দৃশ্যবোৰ ক্ৰমাৎ অস্পষ্ট হৈ পৰিছে। স্মৃতিৰ ৰহণ বুলাই এতিয়াও অৱশ্যে তেওঁ অস্পষ্ট অংশবোৰ উজ্জ্বল কৰি লব পৰা হৈ আছে। আৰু কিছু দূৰত্ব অতিক্ৰম কৰিলে এই সকলোবোৰ দৃশ্য মচি যাব। পিছে কোনো দৃশ্যই মচি নাযায়। শংকৰ চৌধুৰীয়ে জানে যে অনুকূল পৰিবেশত একো একোটা দৃশ্য আকৌ হঠাতে উজ্জ্বল হৈ উঠে। সকলো দৃশ্যই মনৰ কোনোবা এটা চুকত ধূলি-মাকতিৰ মাজত পোত খাই থাকে। কিন্তু হেৰাই নাযায়।

ইণ্টাৰনেচনাল মেচিনাৰিজৰ প্ৰতিনিধি দল এটাৰ সদস্য হিচাপে আলাপ-আলোচনাৰ কাৰণে আজি বাৰ বছৰৰ মূৰত শংকৰ চৌধুৰী আকৌ ভাৰতবৰ্ষলৈ আহিছে। মাজতে অলপ সময় উলিয়াই দুদিনৰ কাৰণে তেওঁ ঘৰলৈ আহিছিল।

সাময়িকভাৱে শংকৰ চৌধুৰী বৰ চঞ্চল হৈ পৰিছিল। তেওঁ প্ৰায় বহুযুগ আগৰ পুৰণি শংকৰ চৌধুৰীলৈ ৰূপান্তৰিত হৈ পৰিছিল। এজন আবেগ-সৰ্বস্ব ডেকা ল'ৰা।

দমদম বিমান বন্দৰত তেওঁক দেখা পাই জিতেন বৰুৱা মহা খুচি। জিতেনৰ লগত চন্দ্ৰাৰ বিয়া হৈছে বুলি শংকৰ চৌধুৰীয়ে জানে। জিতেনক তেওঁ আগৰ পৰাই চিনি পায়। অতি বুদ্ধিমান আৰু অমায়িক ল'ৰা। বিমান বন্দৰত তেওঁক লগ পাই জিতেন বৰুৱা খুব খুচি। আৰে, কেতিয়া আহিলা, কি খবৰ, ইত্যাদি। খুচি হোৱাৰ আচল কাৰণ হ'ল চন্দ্ৰা। জিতেন বৰুৱা অসমলৈ অত্যাৱশ্যকীয় সামগ্ৰী পঠোৱাৰ কামত ব্যস্ত, যাব নোৱাৰে। ভনীয়েকৰ বিয়াত চন্দ্ৰা অকলে যাব, লগত সাত-আঠ বছৰীয়া ল'ৰাজনৰ শংকৰ চৌধুৰীক পাই বৰুৱাই বৰ ভাল পালে, নিশ্চিন্ত হ'ব পাৰিলে।

শংকৰ চৌধুৰীয়ে সকলো কথাই পাহৰি গৈছিল বুলিয়েই ভাবি আছিল। অপ্ৰত্যাশিতভাৱে হঠাতে চন্দ্ৰাক লগ পাই তেওঁৰ বুকু-খন মুহূৰ্তৰ কাৰণে ধপ্‌ধপাই উঠিল। মুখৰ ভাব যাতে সলনি নহয় তাৰ কাৰণে তেওঁ অলপ চেষ্টা কৰিবলগীয়া হ'ল। আশ্চৰ্য! তেওঁ যেন এজন আৱেগ প্ৰৱণ ডেকা ল'ৰা। অথচ চন্দ্ৰা বেচ সপ্ৰতিভ। বহুত দিনৰ মূৰত আপোন মানুহক লগ পাই তেওঁ স্বাভাৱিক ভাৱে উজ্জ্বল হৈ উঠিল। আৰে, শংকৰদা, ক'ৰপৰা ইত্যাদি।

বিমানত শংকৰ চৌধুৰী মনে মনে আছিল। সূত্ৰৰ ছিন্ন অংশ বিচাৰি উলিয়াবৰ নিষ্ফল চেষ্টা কৰি কোনো লাভ নাই।

"অকলে আহিছা? নয়নতৰাক নানিলা?" অন্যমনস্ক শংকৰ চৌধুৰী চক খাই উঠিল।

"হু?"

"নয়নতৰা ক'ত?"

বিস্মিত হৈ ভুৰু কোঁচাই চৌধুৰীয়ে সুধিলে,

"কোন নয়নতৰা?"

"বাঃ। তোমাৰ লগত বিয়া হৈছে নে হ'ব বুলি ধৰ্মদাই লিখিছিল নহয়। কন্টিনেণ্টত একেলগে ফুৰিবলৈ গৈছিলা বুলিও

লিখিছিল।"

চৌধুৰী মনে মনে ব'ল।

"অকলেই আহিছা ?"

"হুঁ ?"

"অকলেই আহিছা ?"

"নহয়, এটা প্ৰতিনিধি দলৰ লগত আহিছোঁ।" চন্দ্ৰাই বিৰক্তি-সূচক শব্দ এটা কৰিলে।

"সেই কথা সোধা নাই। নয়নতৰা ক'ত ?"

"নয়নতৰা ক'ত মই কেনেকৈ জানিম ?"

"তাইক বিয়া কৰোৱা নাই ?"

"নাই তো।"

"তেনেহ'লে কাক বিয়া কৰালা ? প্ৰমীলা কাল্‌বাক ?"

"নাঃ।"

"তেনেহ'লে ?"

"সময় পালোঁ ক'ত ? কামত ব্যস্ত, গোটেই পৃথিৱীত ঘূৰি ফুৰিব লাগে।"

"আই এম চৰি।"

"কিয় ?"

চৌধুৰীৰ নিজৰ ওপৰতে খং উঠি গ'ল। চন্দ্ৰাই ভাবিব তেওঁক নোপোৱা কাৰণেই মই বিয়া কৰোৱা নাই। কি হাস্যাস্পদ ধাৰণা, কি কেঁচুৱালি। এটা সহজ সূত্ৰ প্ৰয়োগ কৰাৰ কি ছুখলগা প্ৰয়াস!

ঘট্ ঘট্ ঘটাং ঘট্।

শংকৰ চৌধুৰী ট্ৰেইনেৰে দিল্লীলৈ উভতি গৈ আছে। ছুদিন থাকিব বুলি তেওঁ ঘৰলৈ আহিছিল, কিন্তু এদিন পিছতেই তেওঁ উভতি গ'ল। ঘৰত তেওঁৰ ঠাই নাই। তেওঁৰ উপস্থিতিক হিচাপত নধৰাকৈ সকলোৱে ইতিমধ্যে নিজ নিজ জীৱনযাত্ৰা নিৰ্ধাৰিত কৰি লৈছে। তেওঁৰ কাৰণে নতুনকৈ এডোখৰ ঠাই উলিয়াবলৈ গৈ সকলোৱে অহেতুক ব্যস্ত হৈ উঠিল।

দেবেনদাই ক'লে—"দেউতাই সদায় তোৰ কথাকেই কৈ আছিল। আমাৰ বংশৰ একমাত্ৰ উজ্জ্বল ৰত্ন।"

দেবেন চৌধুৰী হ'ল গোবিন্দ চৌধুৰীৰ ডাঙৰ ল'ৰা। গোবিন্দ চৌধুৰী হ'ল শংকৰ চৌধুৰীৰ দেউতাকৰ ৰৰদেউতাকৰ ল'ৰা। অতি প্ৰতাপশালী মানুহ। শংকৰ চৌধুৰীয়ে প্ৰথম শ্ৰেণীৰ প্ৰথম হৈও বিদেশৰ বৃত্তিটো পোৱা নাই বুলি শুনি খঙতে জ্বলি উঠি গোবিন্দ চৌধুৰীয়ে মুখ্যমন্ত্ৰীক গালি পাৰি আহিলে। মুখ্যমন্ত্ৰীয়ে উপায় নাপাই নতুনকৈ আৰু এটা বৃত্তিৰ ব্যৱস্থা কৰি শংকৰ চৌধুৰীক ইউ.কে. লৈ পঠিয়ালে।

সেয়েই শংকৰ চৌধুৰীৰ উন্নতিৰ সূত্ৰপাত। নহ'লে ইমান-দিন কলেজৰ অধ্যাপক হৈয়েই থাকিল হয়। শংকৰ চৌধুৰীয়ে ভালকৈ জানে যে ইয়াৰ কাৰণে তেওঁ চিৰদিন ৰৰদেউতাকৰ ওচৰত কৃতজ্ঞ হৈ থকা উচিত। কৃতজ্ঞ যে নহয় তেনেও নহয়। কিন্তু ৰৰ-দেউতাকৰ কথা চিন্তা কৰিলে তৎক্ষণাৎ এটা দৃশ্যই তেওঁ দেখা পায়। লাজ আৰু অপমানত তেওঁ মৰি পোৱা যেন হয়।

"যা, যা এতিয়া। সকলো সময়তে বিৰক্ত কৰি নাথাকিবি।"

একেবাৰে অপ্ৰত্যাশিত অভ্যৰ্থনা। পিছে ৰৰদেউতাকে নিজেই কৈছিল, "মই শিক্ষামন্ত্ৰীক এখন চিঠি দিম, লৈ যাবি।"

কটনত এটা পদ খালি আছে বুলি জানি তেওঁ নিজেই কৈছিল, "চিঠিখন লৈ যাবিচোন. থি এফ অ'ত নিযুক্তি দিব।"

শ্বিলঙলৈ যাব বুলি ঠিক কৰি আগদিনা শংকৰ চৌধুৰীয়ে চিঠিখন ল'বৰ কাৰণে ৰৰদেউতাকক লগ ধৰিবলৈ গৈছিল।

অত্যন্ত কৰ্কশভাৱে ৰৰদেউতাকে সুধিলে—"কি লাগে তোক?"

চিঠিৰ কথা সোঁৱৰাই দিয়াত তেওঁ জ্বলি উঠিল।

"সময় নাই, অসময় নাই চৌবিশ ঘণ্টা বিৰক্ত। এতিয়া নহব, যা।"

শংকৰ চৌধুৰী হতবুদ্ধি হৈ গ'ল। তেওঁৰ মুখৰ অৱস্থা কেনে কুৱা হৈছিল এতিয়াও তেওঁ উপলব্ধি কৰিব পাৰে। তেওঁৰ ধাৰণা

আছিল যে ববদেউতাকে তেওঁক খুব মৰম কৰে। কি আশা ভংগ, কি দাৰুণ অপমান! শংকৰ চৌধুৰীয়ে নাজানিছিল যে ববদেউতাকে গধূলি অকলে কোঠাত বহি অলপ মদ্যপান কৰিছিল; সেই সময়ছোৱাত সেই কোঠাত কাৰো প্ৰবেশাধিকাৰ নাছিল।

আগদিনা গধূলি শংকৰ চৌধুৰী স্খলিত পদক্ষেপেৰে কোঠাৰ পৰা ওলাই আহিছিল। পলাই আহিছিল বুলিয়েই ক'ব পাৰি। ববদেউতাকৰ ঘৰৰ কোনোবাই দেখে বুলি আশংকা। পিছদিনা ৰাতিপুৱা আন্ধাৰে-পোহৰে ববদেউতাকে নিজে আহি শংকৰ চৌধুৰীক চিঠিখন দি গ'ল। তেওঁ পিছে চিঠিখন ব্যৱহাৰ কৰা নাছিল। অৰ্থহীন ভংগী। তথাপিও তেওঁ যেন কিবা এটা প্ৰমাণ কৰিবলৈ বিচাৰিছিল, আৰু ববদেউতাকৰ চিঠিখন ব্যৱহাৰ নকৰিলেহে সেইটো প্ৰমাণ কৰা হ'ব বুলি তেওঁ ভাবিছিল।

মানুহৰ মনৰ পৰা কোনো দাগেই মচি নাযায়। পিছলৈ শংকৰ চৌধুৰী কেতিয়াও ববদেউতাকৰ আগত সহজ হ'ব পৰা নাছিল। কথা পাতিছে, খা-খবৰ লৈছে; কিন্তু দেখা হ'লেই সিদিনাৰ গধূলিৰ সেই দৃশ্যটো সদায় নতুনকৈ তেওঁৰ চকুৰ আগত ভাহি উঠিছিল। ববদেউতাকে চৌধুৰীৰ মনৰ অৱস্থাৰ কথা কেতিয়াও গম পোৱা নাছিল। গোবিন্দ চৌধুৰী কেতিয়াবাই ঢুকাল, কিন্তু শংকৰ চৌধুৰীৰ মনৰপৰা সিদিনাৰ গধূলিৰ দৃশ্যটো এতিয়াও মচি যোৱা নাই। মৃতক এজনেও নজনাকৈ কৰা তেওঁৰ কাৰ্যৰ প্ৰতি-ক্ৰিয়াৰ হাত সাৰি যাব নোৱাৰে। মৰা মানুহ এজনকো আমি অবিৰাম আঘাত কৰি যাওঁ। কেতিয়াবা গুৰুতৰ অন্যায় এটাৰ কথাও আমি পাহৰি যাওঁ, কিন্তু সামান্য ঘটনা এটাইও আজীৱন আমাক আমনি কৰি থাকে।

ঘট্ ঘট্ ঘটাং ঘট্।

দুৰন্ত গতিত ট্ৰেইন চলি আছে। কুপটোৰ বাকীবোৰৰ টোপনি আহিছে, তেওঁহে শুব পৰা নাই। সন্মুখৰ বাৰ্থত শুই থকা শকত মানুহজনে মুখ মেলি ভয়ানক শব্দ কৰি উশাহ লৈ আছে।

অকল শংকৰ চৌধুৰীৰ টোপনি অহা নাই। ঠিকেই, ঘৰলৈ তুনাই আহিব নোৱাৰি। ক'ত পঢ়িছে? ষ্টেইনবেকৰ ট্ৰাভেলচ্ উইদ চাৰ্লি'ত আছে বোধহয়। সঁচাই নোৱাৰি। পৃথিৱীখন একেঠাইতে স্থিৰ হৈ থকা নাই। আগৰ ঠাইডোখৰ আকৌ বিচাৰি পাবা জানো?

স্মৃতিবোৰৰ ধাৰাবাহিকতা নষ্ট হৈ গৈছে। অচিনাকি নতুন পৰিবেশৰ লগত সংযোগ স্থাপন কৰিব পৰা নাই, অসহায়ভাৱে পাক খাই আছে। শান্ত হৈ শুই থাকিলেও চিত্ৰবোৰ দুৰন্ত গতিৰে শংকৰ চৌধুৰীৰ মানস পটত মিছিল কৰি গৈ আছে। অবিচ্ছিন্ন কিন্তু অসংলগ্ন। কেতিয়াবা এনেকুৱা ভাব হয় যেন আলোক ৰশ্মিবোৰ ঠিকমতে দৃশ্যপটত কেন্দ্ৰীভূত হোৱা নাই, চিত্ৰবোৰ অস্পষ্ট। চিত্ৰ বোৰৰ ধাৰণা কৰা সম্ভৱ কিন্তু খুঁটি-নাটিবোৰ চকুত স্পষ্টকৈ ধৰা নপৰে। কেতিয়াবা আকৌ একো একোটা দৃশ্য ইমান স্পষ্ট হৈ জিলিকি উঠে যে তেওঁ সময়ৰ ব্যৱধান পাহৰি যায়। দৃশ্যটোৰ লগত জড়িত অনুভূতিবোৰো আকৌ এবাৰ নতুনকৈ স্পষ্টভাৱে উপলব্ধি কৰে। এনেকুৱা ক্ষেত্ৰত দৃশ্যটোত কিবা অপূৰ্ণতা থাকিলেও তেওঁ নিজেই তাক পূৰ্ণ কৰি ল'ব পাৰে। যদি জোনবাই লাগে তেনে হ'লে জোনবাইকো তাত বহুৱাই ল'ব পাৰে। কেতিয়াবা গতিশীল দৃশ্য এটাকো কিছু সময়ৰ কাৰণে স্থিৰভাৱে ধৰি ৰাখিব পাৰে। অকল মানসিক অনুভূতিবোৰেই নহয়, দৈহিক অনুভূতিবোৰো ইমান স্পষ্ট হৈ উঠে যে তেওঁ সেই দৃশ্যত আকৌ যেন সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি আছে। সময়ৰ ব্যৱধানৰ ওপৰেদি তেওঁ স্বচ্ছন্দে পিছলি যাব পাৰে। পোন্ধৰ বছৰ আগত তেওঁলোকৰ ফুলনিৰ ৰাতিপুৱাই নিয়ৰত তিতি থকা ৰঙা গোলাপৰ বিস্মৃত গোন্ধ পাই তেওঁ ৰোমাঞ্চিত হৈ উঠে। ফুলৰ গোন্ধ উপলব্ধি কৰি থাকোঁতে দৃশ্যটো মচি যায়। নতুন দিনৰ নতুন এক দৃশ্য ফুটি উঠে।

শংকৰ চৌধুৰীয়ে নিজৰ ওঁঠৰ মাজত তাইৰ ওঁঠৰ কোমলতা স্পষ্টকৈ উপলব্ধি কৰিলে, তাইৰ মুখৰ সামান্য মিঠা মিঠা স্বাদো পোৱা যেন পালে। নিজৰ বুকুত তাইৰ বুকুৰ হেঁচাও তেওঁ নিৰ্ভুল

ভাবে অনুভব কৰিলে

"দিওঁ, দাগ বহুৱাই দিও?"

"দিয়া। খুব ভাল কথা হ'ব।"

"মোৰ কি? মোৰ কিবা চিন থাকিব নেকি?"

"এই, কি কৰা, এৰা।"

চিন্তা কৰিবলগীয়া একো নাই। বিয়া তেওঁলোকৰ হ'বই। চন্দ্ৰাই এম. এ পাছ কৰি ওলালেই হ'ল। সকলো কথাই ইমান নিশ্চিত হৈ থকা যেন লাগে। অতি যত্ন সহকাৰে দাগ কাটি দিয়া আছে। ধীৰে সুস্থিৰে পৰিকল্পনামতে সেই দাগেৰে আগবাঢ়ি গ'লেই হ'ল। নিজৰ হুমুনিয়াহৰ শব্দ শুনি শংকৰ চৌধুৰী চক খাই উঠিল।

ট্ৰেইনখন একেধৰণে গৈ আছে।

ঘট্ ঘট্ ঘটাং ঘট।

চিত্ৰবোৰো দুৰন্ত গতিৰে পাৰ হৈ গৈ আছে। এখনৰ ওপৰত অইন এখন অধ্যাৰোপিত হৈ পৰিছে। এই বিশৃঙ্খল দ'মৰ পৰা কোনো এখন চিত্ৰকেই স্পষ্টভাৱে চিনি উলিয়াব নোৱাৰি। লাহে লাহে আকৌ এখন চিত্ৰ ফট্‌ফটীয়া হৈ উঠিল।

অনুভূতিৰ তীব্ৰতা ইমান উগ্ৰ যে তাৰ যেন এটা ভৌতিক অস্তিত্ব আছে। চৰকাৰী বৃত্তি লৈ দুই বছৰৰ কাৰণে বিলাতৰ পৰা ঘূৰি অহাটো একো কথাই নহয়। পিছে গৈ পায়েই শংকৰ চৌধুৰী পগলাৰ দৰে হৈ পৰিল। তেওঁৰ তেজৰ প্ৰতিটো কণিকা চন্দ্ৰাৰ সান্নিধ্যৰ কাৰণে আকুল হৈ উঠিল। পোহৰ নাই, বতাহ নাই। ইয়াত মই থাকিব নোৱাৰো, কোনোপধ্যেই নোৱাৰো। মৰি যাম, উশাহ বন্ধ হৈ মৰি যাম। শংকৰ চৌধুৰী বিকাৰগ্ৰস্তৰ দৰে হৈ পৰিল। প্ৰতিখন চিঠি এটা করুণ আৰ্তনাদ। অসম্ভৱ এক পৰিস্থিতিৰ পৰা উদ্ধাৰ কৰি অনাৰ কাৰণে কাতৰ প্ৰাৰ্থনা। আচল যুক্তিৰ বাহিৰে বহুতো কাল্পনিক যুক্তি। চৌধুৰীৰ ককায়েক গম্ভীৰ কুপ্ৰকৃতিৰ বিবেচক মানুহ। এনেকুৱা চিঠি পাই তেওঁ অস্থিৰ হৈ

পৰিল। সাতদিনৰ মূৰত সপ্তম চিঠিখন পাই তেওঁ পেহীয়েকৰ ল'ৰা সুনীলক লগ ধৰিলে। সুনীল অলপতে এডিনবাৰ্গৰ পৰা এম্ আৰ চি পি ডিগ্ৰী লৈ আহিছে। চিঠিবোৰ পঢ়ি সুনীলে হাঁহিয়েই অস্থিৰ।

"তোমাৰো যে কাণ্ড! একো চিন্তা নকৰিবা। গৈ পায়েই সকলোৰে এনেকুৱা অৱস্থা হয়। ময়ো কান্দিছো, সঁচাসঁচিকৈ চকু-পানী টুকি কান্দিছো। কেইদিনমান পিছতেই ঠিক হৈ যাব। পিছত ওভটাই অনাই টান হ'ব। কিমানক দেখিলোঁ।'

ককায়েকে চিঠি লিখিলে। তাত থাকিব নোৱাৰিলে নিশ্চয় উভতি আহিব। চৰকাৰৰ পইচাৰে গৈছে যেতিয়া, কিছুমান নিয়ম কানুনৰ মাজেৰে আগবাঢ়িব লাগিব। অহাৰ খৰচ চৰকাৰে নিশ্চয় নিদিয়ে। পইচা-পাতিৰ ব্যৱস্থা কৰিব লাগিব। পিছে ব্যৱস্থা এটা হ'বই। লাগিলে বৌয়েকৰ অলংকাৰখিনিকেই বিক্ৰী কৰি দিয়া যাব। ক'ত কেনেকৈ আগবাঢ়িব লাগে, কেনেকৈ টকা পঠিয়াব লাগে তেওঁ এইবোৰ একোৱেই নাজানে। এইবোৰ ঠিক ঠাক কৰোঁতে সময় লাগিব। "কিছুদিন কোনোৰকমে ধৈৰ্য ধৰি থাক। একো চিন্তা নাই, সকলো ব্যৱস্থা হ'ব।"

দিন পাৰ হৈ মাহ হ'ল, মাহ গৈ বছৰ হ'ল। উভতি অহাৰ কথা তল পৰি গ'ল। নতুন সম্বন্ধ গঢ়ি উঠিল। নতুন আশা-আকাঙ্খা, নতুন দৃষ্টিভঙ্গী।

নয়নতৰা চৰাভাই, প্ৰমীলা কাল্‌ৰা, উজ্জ্বল প্ৰাণোচ্ছল সপোন-কুঁৱৰী। ধ্যান-ধাৰণাৰ নতুন বিন্যাস, অনুভূতিৰ নতুন উদভ্ৰান্তি। জীৱনৰ দিগন্ত ক্ৰমাৎ বিস্তৃত হৈ পৰিল। এই সীমাহীন বিস্তীৰ্ণ প্ৰান্তৰত লাজকুৰীয়া ছোৱালী এজনীৰ ভীৰু প্ৰেম লাজতে কৰ'বাত লুকাই পৰিল।

চাৰি বছৰমানৰ মূৰত জিতেনৰ লগত চন্দ্ৰাৰ বিয়া হৈ গ'ল বুলি খবৰ পাই যুক্তিৰে ঘটনাটো বিশ্লেষণ কৰি চোৱাৰ আগতে শংকৰ চৌধুৰীৰ বুকুখন টনটনাই উঠিছিল। যুক্তিৰে বিচাৰ কৰি

তেওঁ ৰবং মুক্তিৰ আস্বাদ পোৱাৰ চেষ্টা কৰিলে। ঘৰলৈ উভতি যোৱাৰ তেওঁৰ আৰু কোনো বাধ্য-বাধকতা নাই। তেওঁ মুক্ত, সম্পূৰ্ণভাৱে মুক্ত। কিন্তু কি সীমাহীন নিসঙ্গতা এই মুক্তিৰ অন্তৰালত।

"এ বাবুজী, এ বাবুজী।"

শংকৰ চৌধুৰীয়ে চকু মেলি চালে যে সমুখৰ বাৰ্থত শুই থকা শকত মানুহজনে তেওঁৰ গাত ধৰি জোঁকাৰি আছে।

"উঠকচোন, ভালকৈ শুৱক। চিঞৰি আছে কিয়? ভালকৈ শুৱক।"

আন্ধাৰ ভেদ কৰি ট্ৰেইনখন একেধৰণে গৈ আছে। ঘট্ ঘট্ ঘটাং ঘট্।

শংকৰ চৌধুৰী চকুহাল মোহাৰি উঠি পোন হৈ বহিল। এটা অভাৱ-বোধে ক্ষণিকৰ কাৰণে তেওঁৰ মনটোক আচ্ছন্ন কৰি ধৰিলে। তেওঁৰ হুমুনিয়াহ ওলাই আহিল। শংকৰৰ কাৰণে নহয়, চন্দ্ৰাৰ কাৰণেও নহয়। কোনো এক গল্পৰ নায়ক-নায়িকাৰ কাৰণে সাময়িকভাৱে উপলব্ধি কৰা এক নৈৰ্ব্যক্তিক অনুভূতি। গল্পৰ ঘটনা যেনেকৈ তেওঁ পাহৰি যায়, এইবোৰ কথাও তেওঁ পাহৰি যাব। মাৰ্শ্টিনেচনাল কোম্পানীৰ কৰ্মব্যস্ত বিষয়া হিচাপে তেওঁ গোটেই পৃথিৱী ঘূৰি ফুৰিব। টোকিঅ' বা নিউইয়ৰ্কৰ কোনোবা হোটেলৰ কোনোবা এক কোঠাত অকলশৰীয়াভাৱে থাকি ৰাতি সপোনত তেওঁ কেতিয়াবা হঠাতে কান্দি উঠিলেও উঠিব পাৰে। হ'লেও সপোনৰ কথা তেতিয়া দিঠকতো তেওঁৰ মনত পৰিব জানো?

# জিতেনক বিচাৰি

মোৰ ল'ৰালি কালটো আছিল নিচেই স্বল্পস্থায়ী। ল'ৰালি কালৰ কথা ভালকৈ উপলব্ধি কৰাৰ আগতেই মই এজন গম্ভীৰ প্ৰকৃতিৰ দায়িত্বশীল মানুহলৈ ৰূপান্তৰিত হৈ পৰিলো। জিতেন শৰ্মাই এম. ভি পৰীক্ষা পাচ কৰি ক্লাচ ফাইভত আমাৰ ক্লাচত নাম লগালে। এনেয়ে গাৱঁৰ ল'ৰা, তাৰোপৰি এম, ভি স্কুলত পঢ়ি আহিছে। গতিকে অইন ল'ৰাতকৈ তেওঁ বয়সত যথেষ্ট ডাঙৰ আছিল। সেই কাৰণেই বোধহয় তেওঁ অত্যন্ত লাজকুৰীয়া আৰু আত্মসচেতন আছিল। অংক, সাহিত্য ইত্যাদি বিষয়ত তেওঁ আমাতকৈ বহুত বেচি জানিছিল কিন্তু ইংৰাজী আখৰো ভালকৈ লিখিব নোৱাৰিছিল। জনাৰ চেষ্টা আৰু আগ্ৰহ দুয়োটাই আছিল। মই তেওঁক জোকোৱা নাছিলো কাৰণেই বোধহয় মানুহে নেদেখাকৈ মোক তেওঁ কিবাকিবি সুধি লৈছিল। এই হ'ল জিতেন শৰ্মাৰ পৰিচয়; মোৰ ল'ৰালি কালৰ ঘনিষ্ঠ বন্ধু।

মেট্ৰিক পৰীক্ষা দিয়াৰ পিচত তেওঁক লগ পোৱা নাই। কোঁচবিহাৰ কলেজত পঢ়িছে বুলি শুনিছিলো, তাৰ পিচত আৰু ক'ব নোৱাৰো। একেলগে পঢ়া বহুতকে লগ পোৱা নাই। আব্দুল বাৰী, ৰমা কলিতা, শৰৎ মজুমদাৰ। কোনে কোন ফালে ছিটিকি গৈছে, কি কৰিছে, মৰিছে নে জীয়াই আছে, একোৱেই কব নোৱাৰো।

মোৰ ল'ৰালি কালটো আছিল নিচেই স্বল্পস্থায়ী। সেই কাৰণেই বোধ হয় এই বয়সত ল'ৰালি কালৰ স্মৃতি বৰকৈ মনত পৰি থাকে। সিদিনা মহদাই ক'লে জিতেন বোলে ইয়াতেই আছে। ইয়াতে মানে তামোলবাৰীত। নিজে ঘৰ সাজি তাতেই আছে। নাই, মহদাই

জিতেনৰ ঘৰৰ অৱস্থান ক'ত নাজানে। অইন খবৰো নাজানে। চিটি বাচত কেই মিনিটমানৰ কাৰণে লগ পাইছিল।

প্ৰধান ৰাজআলিত নামিলো। ভিতৰৰ ফালে চিটি বাচ নাযায়। ইয়াতো যে ইমান মানুহে ঘৰ-দুৱাৰ বান্ধি আছে বাহিৰৰ পৰা ধৰিব নোৱাৰি। বিস্তৃত অঞ্চল। অকাই পকাই যোৱা অসংখ্য বাট। ওখোৰা-মোখোৰা আৰু বৰ ঠেক।

তামোল-পানৰ দোকানৰ সমুখত থিয় হৈ শকত-আৱত মানুহ এজনে মুৰ জোকাৰি কথা পাতি আছিল। মই ওচৰ চাপি অহাত মোৰ গাত পিক পেলাবলৈ চেষ্টা কৰিলে। অলপৰ কাৰণে মোৰ গাত পেলাব নোৱাৰিলে। তেওঁৰ মুখত বিৰক্তিৰ চিন প্ৰকাশ পালে।

দোকানীবোৰে বহুত কথা জানে। মই দোকানীজনক সুধিলো— "হেৰি জিতেন শৰ্মাক চিনি পায় ?"

"পাওঁ।"

"ক'ত থাকে ?"

"কব নোৱাৰো।"

"চিনি পায় বুলি ক'লে দেখোন।"

দোকানীজনো বিৰক্ত হৈ উঠিল।

"চিনি পাওঁ কাৰণেই পাওঁ বুলি কৈছো। সদায় ৰাতিপুৱা বাকীকৈ মোৰ দোকানৰ পৰা এক পেকেট কেপষ্টেন চিগাৰেট লয়।"

"ক'ত থাকে তেওঁ ?"

"ক'ত থাকে কেনেকৈ কম ?"

এইবেলি দোকানীয়ে বিৰক্তিৰ লগত খঙো প্ৰকাশ কৰিলে। মই ল'ৰালৰিকৈ আঁতৰি গ'লো।

নিৰীহ চেহেৰাৰ বুঢ়া মানুহ এজনক জিতেনৰ খবৰ সুধিলো। মানুহজনে সহায় কৰিব বুলি ভাব হ'ল। তেওঁ মোক পুংখানুপুংখৰূপে জিতেনৰ কথা সুধিবলৈ ল'লে। কি কৰে, কিমান বয়স, ক'ত বিয়া কৰাইছে, ল'ৰা-ছোৱালী কি ? মই সঠিক উত্তৰ দিব নোৱাৰি অস্বস্তিবোধ কৰিবলৈ ধৰিলো। বুজিলো তেওঁ বিৰক্তিবোধ কৰিছে। পোন্ধৰ

মিনিটমান ধৰি মোক নানা ধৰণে জেৰা কৰি তেওঁ শেষত ক'লে— "নাই, মই জিতেন শৰ্মা বুলি কাকো চিনি নাপাওঁ। বন্ধু ? কেনেকুৱা বন্ধু হে ? একোকে নাজানে।"

মই চক্ৰবেহুত সোমোৱা যেন পালো।

"হেৰি।"

ইয়াৰ পিচত লগ পোৱা মানুহজনক সহানুভূতিশীল যেন লাগিল। এই গৰমৰ দিনতো তেওঁ গাত এখন এৰী চাদৰ মেৰাই আছে। মোৰ মাত শুনি তেওঁ সহাস্য মুখে মোৰ ফালে চালে।

"জিতেন শৰ্মাক চিনি পায় ?"

"দেখাত কেনেকুৱা কওঁকচোন।"

চল্লিশ বছৰ যিজন মানুহক দেখা নাই তেওঁৰ চেহেৰাৰ বৰ্ণনা দিয়া সহজ নহয়। ইতিমধ্যে তেওঁৰ মস্ত পেট ওলাব পাৰে, তেওঁ সম্পূৰ্ণ ভাৱে তপাও হব পাৰে। পিচে স্কুলত থাকোঁতেই জিতেনৰ এককোঁচা গোঁফ্ আছিল।

"গোঁফ আছে। বেচ···।"

"গেলামালৰ দোকান আছে, নহয় ?"

থাকিব পাৰে। অৱসৰ লোৱাৰ পিচত দোকান দিবও পাৰে। পেনচনৰ টকাৰে হয়তো চলিব নোৱাৰে।

"আহক।"

মানুহজনে মোক লৈ অহা বাটেৰে আকৌ উভতি যাবলৈ ধৰিলে।

"দোকানীজনৰ নামটো নাজানো। আমি মহাজন বুলি মাতো। সাংঘাতিক মানুহ। যক্ষৰাজ।" হঠাতে তেও নিজাক সংযত কৰিলে। কেৰাহিকৈ মোৰ ফালে চাই ক'লে "মানে বেয়া নহয় মানুহজন। যিহে দিনকাল।"

বিৰাট মানুহ, অদ্ভুত ধৰণে শকত। খালি-গা, লেভেৰা ধুতি এখন পাক মাৰি পিন্ধা। পিচে গোঁফ কোঁচা চাবলগীয়া।

"এইয়া, মহাজন, এওঁ আপোনাক বিচাৰি আছে। স্কুলত কোলে

একেলগে পঢ়িছিল ।”

এইজন জিতেন শৰ্মা ? ইমান ৰূপান্তৰ ? পিছে হবওতো পাৰে । জিতেন শৰ্মা চিৰকাল লাজকুৰীয়া ল’ৰাজন হৈ থাকিব নে ? তেওঁক লগ পোৱাৰ আগ্ৰহ কমি আহিল ।

মহাজনে ৰক্তচক্ষু মেলি চালে ।

“কিয় ? বাকী লাগে নেকি ? সেইবোৰ নহব । একেলগে পঢ়িছে বুলি মূৰটো কিনি থৈছে নেকি ?” মই সসংকোচে সুধিলো, “তুমি জিতেন নেকি ?

“জিতেনে হওঁ বা বীৰেনে হওঁ । বাকী-চাকী নহব । সিদিনা ধৰ্ম পণ্ডিতেও বাকী বিচাৰি আহিছিল । কিয় ? নে সকতে মোক পঢ়াশালিত পঢ়ুৱাইছিল । কি মৰম ! দ্বিতীয় মানৰ পৰা তৃতীয় মানত উঠিবলৈ নিদিলে ।”

জিতেন নহয় । জিতেনে প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষা পাচ কৰিছে ।

লগৰ মানুহজন হতাশ নহ’ল । মোৰ হাতত ধৰি টানি আশ্বস্ত কৰিলে ।

“আহক । এওঁহে গোঁফ্ থকা মানুহ নেকি ? আহক মোৰ লগত । গোঁফ্ থকা মানুহ কিমান লাগে আপোনাক ? সদানন্দ উকিলৰো গোফ্ আছে । ওচৰতে ঘৰ, আহক ।”

“সদানন্দ উকিলক নালাগে । মই জিতেন শৰ্মাকহে বিচাৰিছো ।”

“গোঁফ্ থকা মানুহ লাগে বুলি ক’লে দেখোন ।”

“জিতেন শৰ্মাৰো গোঁফ্ আছিল । অৱশ্যে ইতিমধ্যে তেওঁ গোঁফ্ খুৰাই পেলাবও পাৰে ।”

“এইবোৰ কি টালি-বাজি কৰি আছেহে ?”

মানুহজনে অত্যন্ত বিৰক্ত ভাবে মোক এৰি থৈ গুচি গ’ল

আন্ধাৰ হৈ আহিছে । জিতেনক বিচাৰি পোৱাৰ আশা ত্যাগ কৰি মই উভতি যোৱাৰ কথা ভাবিলো কিন্তু অসংখ্য আলিবাটৰ মাজত উৱাদিহ নোপোৱা হ’লো ।

হঠাতে মই বৈ গ'লো। ধুনীয়া ঘৰটোৰ সমুখত ধাতুৰ ফলকত স্পষ্টকৈ লিখা আছে "জিতেন শৰ্মা।" পাইজামা পিন্ধা বয়সীয়াল মানুহ এজন ঘৰৰ বাৰান্দাত বেতৰ চকীত বহি আছে। জিতেন শৰ্মা।

"চিনি পাইছা?"

মানুহজনে অনিশ্চিত ভাবে মোৰ ফালে চালে

"কলেজিয়েটত একে লগে পঢ়িছিলো।"

"অ'ৰে আহা, আহা।"

"চিনি পাইছা?"

"কিয় নাপাম?"

"কোৱাচোন কোন?'

"পৰীক্ষা দিব লাগিব নেকি? বাদ দিয়া,

আহা, আহা।"

ওচৰ চাপি নগৈ আমি চক্ৰাকাৰে পৰস্পৰক প্ৰদক্ষিণ কৰিবলৈ আৰম্ভ কৰিলোঁ। মই উঠিব খুজিলো। তেওঁ সজোৰে প্ৰতিবাদ কৰিলে।

"পগলা নেকি? চাহ একাপ নোখোৱাকৈ কেনেকৈ যাবা।"

তেওঁ ভিতৰলৈ সোমাই গ'ল। নাৰী কণ্ঠৰ তীব্ৰ প্ৰতিবাদ কাণত পৰিল।

"নহব। লাগ বুলিলেই মই চাহ কৰি দিব নোৱাৰো।"

মই আকৌ উঠিব বিচাৰিলো। জিতেনে উঠিবলৈ নিদিলে। খঙত তেওঁৰ মুখখন ৰঙা পৰি গৈছে। মোৰো খং উঠিছে, অৱশ্যে নিজৰ ওপৰত। চল্লিশ বছৰৰ মূৰত জিতেনক লগ পোৱাৰ সাৰ্থকতা কি?

তেওঁৰ পৰিবাৰে চাহ আৰু বিস্কুট লৈ ওলাই আহিল। বয়সীয়াল ভদ্ৰমহিলা। মূৰৰ সমুখৰ চুলিখিনি গোটেই পকি গৈছে। তেওঁৰ ভাব ভংগী দেখি বুজি পালো যে এই বয়সতো অপৰিচিত মানুহৰ আগত ওলাবলৈ তেওঁ সংকোচ বোধ কৰে। ক্ষিপ্ৰভাবে জিভাৰে

ওঁঠ তুখন চেলেকি ক'লে, "তেখেতকো এদিন লৈ আহিবচোন।"

মই আকৌ বাটলৈ ওলাই আহিলো। এৰী চাদৰ গাত লৈ থকা মানুহজনে মোক থাপ মাৰি ধৰিলে।

"পাইছোঁ আপোনাৰ জিতেন শৰ্মাক। আহক।"

মই ক্লান্তি বোধ কৰিবলৈ ধৰিছোঁ।

"আজি থাকক। ৰাতি হৈ গ'ল। অইন এদিন আহিম।"

"আহকচোন, ওচৰতেই। সেইয়া খেৰৰ ঘৰটোৱেই।"

প্ৰয়োজন নাই। জিতেন শৰ্মাক মই লগ পাইছোঁ। যি জন জিতেন শৰ্মাৰ লগত মই স্কুলত পঢ়িছিলোঁ এওঁ সেইজন নহবও পাৰে। সেই লৈ কথা নাই। আচল জিতেন শৰ্মাক লগ পালেও লাভ নাই। জিতেন শৰ্মাক মই পুনৰুজ্জীৱিত কৰি তুলিব নোৱাৰো। কৃত্ৰিম এটা অনুভূতিক বিচাৰি মিছাকৈ মই ইমান সময় ঘূৰি ফুৰিলোঁ।

# বান

পানী অত্যাৱশ্যকীয় হ'লেও মানুহে পানীত বাস কৰিব নোৱাৰে। মাছে পাৰে ভেকুলীয়ে পাৰে, পানীজোক কেঁকোৰাইও পাৰে। মানুহে নোৱাৰে।

জমিদাৰ বীৰেশ্বৰ চৌধুৰীৰ পূৰ্বপুৰুষ বুদ্ধিমান মানুহ আছিল। আগতেই ভাল ঠাইত ওখ মাটিখিনি লৈ বিৰাট চৌহদৰ সৈতে ঘৰ সাজি থৈ গৈছে। পকী ঘৰ। শক্তি আৰু স্থায়িত্বৰ প্ৰতীক। গাৱঁৰ সকলো ঠাই পানীত তল গ'লেও বীৰেশ্বৰ চৌধুৰীৰ চৌহদত পানী সোমাব নোৱাৰে। ধুনীয়া এটা দ্বীপ। নিৰাপদ আৰু নিৰ্ভৰশীল।

সৰুতে বীৰেশ্বৰ চৌধুৰীয়ে সতৃষ্ণ নয়নে গাৱঁৰ ফালে চাই থাকিছিল। মনত বৰ দুখ। আমাৰ ঘৰতনো পানী নহয় কিয়? গাৱঁৰ ল'ৰা-ছোৱালীবোৰৰ কি মজা। ঢপলং ঢপলংকৈ পানীৰে খোজকাঢ়ি যায়। কলৰ ভুৰত উঠি মজা কৰি ঘূৰি ফুৰে। ৰাতি জোৰ লৈ ঘৰৰ গোতালতে মাছ মাৰে। পানীৰ মাজত কঁপি থকা অস্বাভাৱিক দীঘল দীঘল পোহৰৰ প্ৰতিফলনবোৰ চাই চাই নিজকে অত্যন্ত বঞ্চিত বুলি বোধ হয়। গাৱঁৰ ল'ৰাবোৰৰ সৌভাগ্য দেখি বীৰেশ্বৰ চৌধুৰীৰ হিংসা হয়।

সেইবোৰ হ'ল সৰুকালৰ কথা। অপৰিণতবুদ্ধি বালকৰ কথা। এতিয়া পৰিণতবুদ্ধি বীৰেশ্বৰ চৌধুৰীয়ে নিজৰ ভাগ্যক ধন্যবাদ দিয়ে।

পানী নহ'লে মানুহ চলিব নোৱাৰে। সেইবুলি মানুহ পানীত থাকিব নোৱাৰে। ভেকুলীয়ে পাৰে। কুম্ভীৰ আৰু বেঙীমুৱাইও

পাৰে। পানীত থকা জীৱ বেলেগ। অকল প্ৰয়োজন বুলি নহয়, প্ৰাকৃতিক সৌন্দৰ্য্যত পানীৰ বিশিষ্ট ভূমিকা আছে। সমুদ্ৰ, হ্ৰদ আৰু নিজৰা চাই ভাল লাগে। জোনৰ পোহৰত ঢৌ উঠি থকা সীমাহীন পানীৰ সমতল পিঠিৰ মাজেৰে আধাকৰাকৈ ওলাই থকা ঘৰ আৰু গছৰ প্ৰতিবিম্ব দেখিও ভাল লাগে।

ক্ৰমবিকাশৰ ধাৰাবাহিকতাত জলচৰৰ পৰা প্ৰাণীবোৰ উভচৰ হ'ল। তাৰ পিচতহে স্থলচৰ। বিৱৰ্তন ধাৰাৰ শ্ৰেষ্ঠ পৰিণতি হ'ল মানুহ।

মানুহ পানীতো থাকিব নোৱাৰে, বোকাতো থাকিব নোৱাৰে। সেইকাৰণে ওখকৈ ঘৰ বান্ধিয়েই মানুহ ক্ষান্ত হৈ নাথাকিল। সেই ঘৰৰ ভিতৰতো চাং সাজি ল'লে, তক্তাপোচ পাতি ল'লে। তাৰ ওপৰত শুকান বিছনা। ইমান কৰিও মনত শান্তি নাই। কিজানি ক'ৰবাত অলপ আৰ্দ্ৰতা থাকি যায়। লেপ তুলি ৰ'দত মেলি দি শুকাই লয়। এই হ'ল সভ্যতা। ক্ৰমবিকাশ আৰু উন্নতিৰ পৰিচায়ক।

বানপানী আহে, বানপানী যায়। বীৰেশ্বৰ চৌধুৰীয়ে ঘৰত থাকিলে একো গম নাপায়। বানপানী তেওঁৰ কাৰণে এটা দৃশ্য। চাবলৈ হ'লে খিড়িকীৰে চাব লাগে; নহ'লে ঘৰৰ পৰা ওলাই আহি বাহিৰত থিয় হব লাগে। অনন্ত সমুদ্ৰৰ মাজত বিৰাট চৌহদৰ সৈতে নিজৰ ঘৰটোক এটা সুৰক্ষিত দ্বীপৰ দৰে বোধ হয়। মনটো ফৰকাল লাগে। তেওঁ নৰম মাটিত থিয় দি থকা নাই। তেওঁৰ ভৰিৰ তলত আছে টান মাটি। তেওঁৰ অনুভূতি আৰু চিন্তাবোৰো গোটা গোটা, বলিষ্ঠ। সুস্পষ্ট সীমাৰেখাৰে আবৃত। পানীত তিতি নৰম আৰু তুলতুলীয়া গেলেপা লগা দ'ম এটা নহয়। ভৰিৰ তলত তেওঁৰ কঠিন মৃত্তিকা।

শুকান বস্তু কাক কয় আলিমুদ্দিনে একপ্ৰকাৰ পাহৰি গৈছে। পানী, পানী, পানী। চোতালত পানী, ঘৰৰ ভিতৰতো পানী। দেহতো তিতিছেই, মনো তিতি গৈছে। ঘৰত পানী, পথাৰত পানী, মনতো পানী। সকলো গেলি পচি গৈছে, চিন্তাবোৰো গেলি পচি বিৱপি গৈছে।

আৰু বোকা। মানুহৰ লগে লগে সকলো ঠাইতে গৈ আছে। এৰাই যোৱাৰ উপায় নাই। পৃথিৱীখনেই জেলুকীয়া, লেতু-সেতু ঘোলা আৰু পঙ্কময়। য'তেই ভৰি দিয়া যায় তাতেই ভৰিখন পোত যায়। বুৰবুৰকৈ বুৰবুৰণি উঠে। প্ৰত্যেকটো খোজ দিয়াৰ লগে লগে বোকাই চাৰিওপিনৰ পৰা হেঁচামাৰি ওপৰেদি বিয়পি গৈ ভৰিখনক যেন গিলি খোৱাৰ চেষ্টা কৰে। জোৰকৈ ভৰিখন একৰাই আনিব লাগে। শোহা মৰাৰ দৰে শব্দ হয়। খোজে প্ৰতি অথন্তৰ। প্ৰথমতে প্ৰত্যেক পদক্ষেপতে ভৰিৰ লগতে চটাচটাকৈ ঘৰৰ মজিয়াৰ মাটি উঠি আহে। ভৰিৰ আকাৰ দ্বিগুণ হৈ যায়। আচৰিত হৈ অলপ সময় চাই থাকিবৰ মন যায়। এইটো হ'ল প্ৰথম অৱস্থাৰ কথা। পিছত ঘৰৰ ভিতৰত পানী সোমালে ঘৰৰ মজিয়াও তুলতুলীয়া নৰম হয়। য'দ উঠিলে চাৰিওপিনে বুৰবুৰণি উঠে। অলপকৈ ডুবি থকা ঠাইৰ পানী গৰম হৈ যায়। ভৰি দিলে চেংচেঙাই যায়।

পোক, সাপ, বেং। কিমান চাবা? ক'লা ক'লা পোকবোৰে বুলেটৰ দৰে তীব্ৰ গতিৰে জলপৃষ্ঠৰ ওপৰেদি ঘূৰা-ঘূৰি কৰে, বৃত্তাকাৰে পাক খায়। আৰু কেঁচু। অসংখ্য বোন্দা কেঁচু। ক'লা ক'লা বিৰাট আকাৰৰ। ঘৰৰ মজিয়াত ভৰি পাতিবৰ ঠাই নাই। ভৰি লাগিলে কিলবিল কৰি উঠে। গা বিজবিজাই যায়।

যত্ন সহকাৰে নিয়াৰিকৈ কামখিনি শেষ কৰি আলিমুদ্দিনে প্ৰশংস দৃষ্টিৰে নিজে কৰা কামখিনি চালে। তক্তাপোচৰ ওপৰত টিৰ ধাপ এটা বান্ধি তাৰে ওপৰত টিন এছটা পাতি তিনি ডোখৰ টোৰ টুকুৰাৰে চৌকা এটা সজাই দিছে। বচ্। যিমান ইচ্ছা ান্ধা ভাত। পানীয়ে কি কৰে? কিন্তু তেওঁৰ আত্মতুষ্টি ক্ষণস্থায়ী। ৰিবাৰে সুধিলে "ভাত ৰান্ধে কিহেৰে? খৰি ক'ত?"

যেন কাৰোবাৰ এটা ইঙ্গিতত পূব ফালৰ গোটেই বেৰখনৰ াটিখিনি একেলগে জপজপকৈ খহি পৰিল। ল'ৰাজনে চিঞৰি উঠিল। ানন্দ প্ৰকাশ কৰা বুলি ভুল কৰি আলিমুদ্দিনে ঠাচ্ কৰে তাক

এটা চৰ সোধাই দিলে। আলিমুদ্দিনৰ পৰিবাৰৰ প্ৰচণ্ড খং উঠিলেও খং প্ৰকাশ নকৰিলে। কেতিয়া মনে মনে থাকিব লাগে আৰু কেতিয়া খং প্ৰকাশ কৰিব লাগে তেওঁ জানে। ভাত ৰান্ধিবৰ কাৰণে জুই জ্বলাব নোৱাৰিলেও চকুদুটা তেওঁৰ মুহূৰ্তৰ কাৰণে জুইৰ দৰে জ্বলি উঠিল।

এক ডোখৰ শুকান খৰি নাই। খৰি খেৰ তিতি ঢেপ্‌ঢেপীয়া হৈ আছে। ভাত যে ৰান্ধিব, চাউল ক'ত? ইহঁতে ঘৰতে ধান বানি খায়। ধান যিখিনি ঘৰত আছে সিখিনিও তিতি টেপ্-টেপীয়া হৈ আছে। ধান শুকুৱাবৰ ঠাই নাই। শুকুৱালেও নো কি? ঢেঁকী তিনি হাত পানীৰ তলত। নেচন্যাল হাইওৱেৰ কাষত থকা মানুহৰ জীয়ৰী বোৱাৰীয়ে ৰ'দ দিলে বাটত মেলি দি ধান শুকুৱায়। ওলোটাই পালটাই দিয়ে। একেবাৰে গাৰ কাষত আহি হৰ্ণ বজাই দিয়াত অনভ্যস্ত ভঙ্গীত জাপ মাৰি উঠে। ট্ৰাকৰ ড্ৰাই-ভাৰ আৰু হেল্পিমেনে মজা পাই হাঁহে। তিৰোতাবোৰে আধা খং আৰু আধা লাজ মিহলাই মুখ ঘূৰাই জানাস্তিকে গালি পাৰে— "মৰা, হতচিৰীযোৱা।"

খণ্ডতে পাক মাৰি ওলাই যাবলৈ গৈ ঘিণতে আলিমুদ্দিনে জাপমাৰি পিছুৱাই আহিল। খোৱাবোৱা যেনতেন। আলিমুদ্দিনৰ পৰিবাৰৰ হৈছে আৰু এক জ্বালা। তেওঁৰ লাজ অলপ বেছি। পাইখানা পেচাব চেপি নো মানুহে কিমান দিন থাকিব পাৰে?

অলপ অচৰপ গোন্ধ হলে কথা নাছিল। এইবোৰ থাকেই। গোবৰৰ গোন্ধ, ধান সিজোৱা গোন্ধ। পানীত জহ দিয়া মৰাপাটবো গোন্ধ ওলায়। আগতে যেনতেন। পানী শুকাবলৈ ল'লে যিটো গোন্ধ ওলায় তাক সহ্য কৰা ইহঁতৰ কাৰণেও টান। গোবৰে বিষ্ঠাই একাকাৰ। ঘাঁহবন পচি দুৰ্গন্ধ ওলায়। চাৰিওফালে মৰা সাপ, বেং কেঁচু সিচৰিত হৈ থাকে।

অৱশ্যে এইবোৰ একো কথাৰ কথা নহয়। বানপানী বছৰি আহে। ইহঁতেও কষ্ট ভোগ কৰে। কিন্তু উপায় কি? এয়েই জীৱন।

পিছে এইবেলি চিন্তা হৈছে বেলেগ কাৰণে। গাওঁৰ পশ্চিম-কালে মথাউৰিৰ অৱস্থা বেয়া। কেতিয়া ছিঙে ঠিক নাই। আলি-মুদ্দিনে নিজ চকুৰে চাই আহিছে। মথাউৰিৰ কথা সিহঁতে বুজি নাপায়। বৈজ্ঞানিকৰ কথা, ইন্‌জিনিয়াৰৰ কথা। ডাঙৰ মানুহৰ ডাঙৰ কথা। ডাঙৰ মানুহৰ লগত আলোচনা কৰি ডাঙৰ বিষয়াই ঠিক কৰা কথা। কোনোবা ঠাই এডোখৰ উন্নতি মানে আলিমুদ্দিনৰ উন্নতি বুলি কোনে কৈছে? এইবোৰ হ'ল আৰু ডাঙৰ কথা। সাধাৰণ মানুহে বুজি পোৱা কথা নহয়। নিয়ামত বুঢ়াৰ চেলাউৰি পকি গৈছে। গাওঁৰ মানুহে কয় বুঢ়াই পানীৰ নাড়ী নক্ষত্র জানে। গাওঁৰ মানুহে বহুত কথা জানে বুলি ভাবে। ভাৰতৰ প্ৰধান মন্ত্ৰীৰ নাম সুধিলে কব পাৰিব নিয়ামত বুঢ়াই? ভাৰতৰ কথা বাদ। অসমৰ মুখ্যমন্ত্ৰীৰ নাম কব পাৰিব? মুখ্যমন্ত্ৰী বস্তুটো নো কি? মণ্ডল নে দাৰোগা নে কিবা এবিধ যন্ত্ৰ? এইয়েতো হ'ল নিয়ামত বুঢ়াৰ জ্ঞান, এই হ'ল তাৰ বুদ্ধি। এই বুদ্ধি লৈ বুঢ়াই মথাউৰি বন্ধাৰ প্ৰক্ৰিয়াৰ সমালোচনা কৰে।

বালিৰ বান্ধ নিদি কিহৰ দিব? সোণৰ? ইমান বিৰাট মথা-উৰিৰ দুয়োটা কালে টাফিং কৰা মুখৰ কথা? কাম কি হৈছে জানিবলৈ হ'লে টকা কিমান খৰচ হৈছে তাৰ হিচাপ লোৱা। টকাৰ হিচাপ ললেই কামৰ হিচাপ স্বয়ংক্ৰিয়ভাৱে তৎক্ষণাৎ ওলাই পৰিব। এইটোৱেই হ'ল সহজ উপায়।

কাম হৈছে। পৰ্বত প্ৰমাণ মথাউৰি বন্ধা হৈছে। দৃষ্টিশক্তি যাৰ আছে সিয়েই দেখিব। সাৰ্থক সৃষ্টি। চীনৰ প্ৰাচীৰৰ নবতম সংস্কৰণ। চীনৰ প্ৰাচীৰৰ ওপৰেদি হেনো ছজন মানুহে ঘোঁৰাত উঠি শাৰী বান্ধি যাব পাৰে। ঘোঁৰা আনা, ঘোঁৰাত উঠিব পৰা মানুহ আনা। মথাউৰিৰ ওপৰেদিও যাব পাৰে নে নাই চোৱা। এনেকুৱা মথাউৰি ছিঙিলে কি কৰা যাব?

গাওঁৰ অশিক্ষিত মানুহে কোনো বৈজ্ঞানিক ব্যৱস্থাক সহজ ভাবে গ্ৰহণ কৰিব নোৱাৰে। চলি থকা ব্যৱস্থাটোৱেই ভাল। নতুন

কিবা কৰিলে তাৰ দোষ উলিয়াব। নিয়ামত বুঢ়াই কয়,—,

"আগতে নৈৰ গোটেই পাৰ বাগৰি গাওঁত পানী সোমাইছিল। দুই দিনতে আকৌ ওলাই গৈছিল। এতিয়া পানীৰ ওলাই যোৱাৰ বাট নাই। কিবাকৈ এবাৰ সোমালে ওলাই যাবৰ নাম নাই।"

নিয়ামত বুঢ়াৰ মুখত ভাল কথা নাই। খালি অমঙ্গলীয়া কথা। বুঢ়াই কৈ আছে:

"ইবাৰ পানীৰ গঢ়গতি মই ভাল দেখা নাই। কি হয় কব নোৱাৰিছো।"

এইবেলি মথাউৰিৰ অৱস্থা বেয়া। মন্ত্রমুগ্ধৰ দৰে আলিমুদ্দিনে আকৌ সিফালে নৈৰ অৱস্থা চাবলৈ গ'ল। বাটত মনটো উচ্‌পিচাই আছে। পৰিবাৰক কোবাবৰ নহ'ল। বাৰু, ঘূৰি আহি কোবাব পৰা যাব। চেলু কিবা এটা উলিয়াই ল'লেই হ'ল।

নৈয়ে ফেনে-ফোটোকাৰে ক্রুদ্ধ আক্রোশত মথাউৰিত খুন্দা মাৰি আছে। যেন এটা প্রত্যাহ্বানৰ জবাব দিবলৈ ওলাইছে। মান ইজ্জতৰ কথা। কদ্ধ আক্রোশত ফুলি আছে, গৰজি আছে। অবিৰাম, অনন্তৰ। শ্রান্তি ক্লান্তি নাই। এবাৰ কাঁয়দা কৰিব পাৰিলে অলপতে নেৰে। গৰু-ছাগলী, ল'ৰা-ছোৱালীক উটুৱাই লৈ যাব। গছ-গছনি উঘালি নিব।

বীৰেশ্বৰ চৌধুৰীৰ নিজৰ কাৰণে চিন্তা নাই। তেওঁৰ সিফালে পানী নাহে। তেওঁৰ চৌহদত পানী সোমাব নোৱাৰে। পানী ওপৰৰ পৰা তললৈ বৈ আহে। প্রাথমিক বিজ্ঞানৰ কথা। তেওঁৰ ঘৰত পানী সোমাব লাগিলে গোটেই অসম ডুব যাব লাগিব। তেতিয়া চৌধুৰীৰো আপত্তি কৰিবৰ উপায় নাই। পিছে তেওঁ নিশ্চিন্ত যে বানপানী তেওঁৰ ঘৰত নোসোমায়। দুৰ্ভেদ্য দুর্গ।

আৰে, আৰে, আৰে। কি কাৰ্য্য? মানুহ আৰু মানুহ। পিলপিলকৈ সকলোৱে তেওঁৰ ঘৰৰ পিনে আহি আছে। ল'ৰা, ছোৱালী, বুঢ়া। চটৰ বস্তা আৰু কাপোৰৰ টোপোলা; টিনৰ চুটকেচ আৰু পিতলৰ কলহ্, বাল্টি আৰু কেৰাহী, টাৰি আৰু পাচি,

ভগা ছাতি আৰু হোকা এইবোৰ কি কথা? একপাল অৰ্দ্ধনগ্ন মানুহে তেওঁৰ দুৰ্ভেদ্য দুৰ্গ আক্ৰমণ কৰিবলৈ আহিছে? আতঙ্কত চৌধুৰীৰ চকুদুটা ঠেলি বাহিৰ হৈ আহিব খুজিলে। শত্ৰুৰ গতি ৰুদ্ধ কৰিবই লাগিব। আতঙ্কত তেওঁ চিঞৰি উঠিলে।

"কি সৰ্বনাশ কাণ্ড! এই হৰনাথ, কি চাই আছা? বন্দুক আনা।"

তেওঁৰ পৰিবাৰ ব্যস্ত হৈ উঠিলে।

"পগলা হ'লা নেকি? মথাউৰি ছিগি গাওঁ ডুব গৈছে। আশ্ৰয় বিচাৰি মানুহে এইপিনে ওখ ঠাইখিনিলৈ আহিছে। অস্থিৰ হৈছা কিয়?"

ভালকৈ বাহিৰৰ ফালে চাই চৌধুৰীয়ে অসন্তোষ প্ৰকাশ কৰিলে।

"সোধা পোছা নাই, পিল্ পিলকৈ এনেভাৱে মানুহে চৌহদত সোমাই আহিলেই হ'ল নে?"

পিছে তেওঁৰ একো কৰিবৰ উপায় নাই। গাওঁৰ মানুহৰ অনুমতি নোলোৱাকৈ নৈৰ পানী যেনেকৈ গাওঁত সোমাইছে, মানুহেও তেনেকৈ তেওঁৰ অনুমতি নোলোৱাকৈ তেওঁৰ চৌহদত সোমাইছে।

মানুহ আহিয়েই আছে। আৰু, আৰু, একোটা একোটা দলত গোট খাই সিহঁত চৌধুৰীৰ ঘৰৰ চাৰিওপিনে সিচৰিত হৈ থাকিল।

ভালভাৱে অৰ্থাৎ চৌহদ লেতেৰা নকৰাকৈ থাকিবলৈ সকীয়াই দিবৰ উদ্দেশ্যে চৌধুৰী ওলাই গ'ল। কিন্তু বেকুবৰ দৰে কাকো একো নোকোৱাকৈ দ্ৰুতবেগে আকৌ ঘৰত সোমাই আহিল।

আগৰে পৰা কোনো সংকেত নিদিয়াকৈ হঠাতে আলিমুদ্দিনৰ পৰিবাৰে চিঞৰি কান্দি উঠিল।

"মুজীব অ'। মোৰ বাপ অ'। মোক এৰি থৈ ক'ত গলি অ'? নৈয়ে তোক এৰি মোক কিয় নিনিলে অ'!"

বীৰেশ্বৰ চৌধুৰী উৰ্ধশ্বাসে আকৌ ঘৰত সোমাই আহিল।

বাতি হ'ল। আন্ধাৰ হ'ল। কিছু সময়ৰ মূৰত জোনো উঠিল। মানুহবোৰক বীৰেশ্বৰ চৌধুৰীয়ে স্পষ্টকৈ দেখা নাপালে। এক পাল অজ্ঞাত জন্তুৰে তেওঁৰ অবৰুদ্ধ হৈ থকা যেন বোধ হ'ল। ইহঁতৰ চালচলন, স্বভাৱ প্ৰকৃতি সকলো তেওঁৰ অজ্ঞাত। পানী আৰু বোকাৰ মাজৰ পৰা উঠি অহা এক পাল প্ৰাগৈতিহাসিক জন্তু। অস্পষ্ট পোহৰত এই জন্তুবোৰৰ চেহেৰা পাতি কেনেকুৱা তাকো ভালকৈ ধৰিব নোৱাৰি।

মুকলি আকাশৰ তলত কি কৰি আছে এই জন্তুবোৰে? খাইছে? মলমূত্ৰ ত্যাগ কৰিছে? যৌন সঙ্গমত লিপ্ত হৈ আছে। অস্পষ্ট পোহৰত চৌধুৰীয়ে সঠিক ভাৱে একোৱেই ধৰিব নোৱাৰিলে। তেওঁৰ ধাৰণাটো ক্ৰমাৎ বদ্ধমূল হৈ যাবলৈ ধৰিলে। একপাল জন্তুৱে চাৰিওফালৰ পৰা তেওঁক অৱৰোধ কৰি আছে। মাজৰাতি ঘৰৰ ভিতৰত থিয় হৈ অজ্ঞাত আতঙ্কত বীৰেশ্বৰ চৌধুৰীয়ে কঁপিবলৈ আৰম্ভ কৰিলে।

# কোনো ক্ষোভ নাই

আৰে নহয় হে। বয়স লৈ কি কথা? যিকোনো মানুহৰে এনেকুৱা হব পাৰে। ডেকা ল'ৰা এজনেও পিছল খাই পৰিব নোৱাৰে জানো? তেনেহলে? বলেন, হবেন, ইহঁত সুৰমায়া থিয়েটাৰ চাবলৈ ওলাইছিল। ময়ো গলো। বহুতদিন ভাল থিয়েটাৰ এখন চোৱা নাই। বেচ লাগিল। বৰ ভাল লাগিল।

ৰাতি পথাৰৰ মাজেৰে উভতি আহোঁতে নলা এটা পাৰ হব লগা হ'ল। বলেনহঁতে জাপ মাৰি মাৰি পাৰ হ'ল। মোক কলে—

"ককা, নলাত পানী নাই। নামক আপুনি, নামিয়েই পাৰ হওঁক।"

কিয় হে? কিয় লাগিছে নামিবলৈ? দুই হাত বহল নলাটো মই জাপ মাৰি পাৰ হব নোৱাৰা হৈছো নে? ইমান অথৰ হলো নে?

মাৰিলো এটা জাপ। বলেনহঁতক দেখুৱাবৰ কাৰণে ভালকৈয়ে মাৰিলো জাপটো। নলা পাৰ হৈ তিনিহাতমান দূৰতেই পৰিলো। কিন্তু কপাল বেয়া। কল-পটুৱা নে কি এটা পচি গেলি আছিল। পৰিবি তো পৰ তাতেই পৰিল এখন ভৰি। চিলিককৈ পিছল খাই পৰিলো। কঁকালত দুখ পালো, মূৰতো এটা খুন্দা খালো।

বলেনহঁতে টানি তুলিলে। কলে—"দুখ পালে নেকি, ককা?"

"নাই পোৱা?"

নাই পোৱা বুলি কলে কি হব। থিয় হবলৈয়ে টান পাইছো। বলেনহঁতে ধৰিমিলি ঘৰত থৈ গ'ল। কাকো একো নকৈ মনেমনে শুই থাকিলো। কঁকালৰ বিষটো ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে।

আয়োজেকৃচ আছিল। তাকেই অলপ মালিচ কৰিলো। একো নহ'ল। বিষটো বাঢ়িহে গ'ল। অনিচ্ছাস্বত্বেও কেঁকাবলৈ আৰম্ভ কৰিলো।

বাতিপুৱা ডাঙৰ বোৱাৰীয়ে সুধিলে—"কি হ'ল ?" ল'ৰাহঁতেও আছিল। একেটাই প্ৰশ্ন—"কি হ'ল ?" কিনো কওঁ ? পিছে কব লাগিল। বলেনহঁতেও কলে। ডাঙৰ ল'ৰাজনে কলে—"কঁকাল-চকাল ভাঙি এই বুঢ়া বয়সত কি এটা জঞ্জাল। যাচোন বাপধন, বৰুৱা ডাক্তৰক মাতি আন গৈ। মহা জুলুম। ডাক্তৰৰ আগতনো মানুহে কি বুলি কয় ? বুঢ়া মানুহ এজনে জাপ মাৰিব লাগিছিল নো কিয় ? কিমানদিন যে দুৰ্ভোগ আছে কোনে জানে ?"

মই নো কেনেকৈ বুজাওঁ। দুই হাত বহল নলা এটা জাপ মাৰি পাৰ হোৱাটো মোৰ কাৰণে একোৱে নহয়। জাপ মৰাৰ কাৰণে পৰা নাই, পিছল খাইহে পৰিছো। জাপ আৰু পিছলৰ প্ৰভেদ বুজাও কেনেকৈ ? বুজালেও বুজিব জানো ? এই হ'ল বিপদ। পিছল খাই যি কোনো মানুহে পৰিব পাৰে। জাপ নামাৰিলেও পৰিব পাৰে। বাতি থিয়েটাৰ নোচোৱাকৈয়ো পৰিব পাৰে।

ডাক্তৰে চাই-চিতি বিশেষ একো হোৱা নাই বুলি কলে। ডাঙৰবোৰৰ উৎকণ্ঠা কমি খং আৰু বিৰক্তি বাঢ়িল। মোক চাবলৈ অহা মানুহেও বেচ এটা মজাৰ ঘটনা চাবলৈহে যেন আহিবলৈ ধৰিলে। অখিল ৰাজখোৱাই আগতে জানিও সক বোৱাৰীজনীক গহীনাই সুধিলে—"কিনো হৈছিল ? কেনেকৈনো কঁকালত দুখ পালে ?" বোৱাৰীজনীয়ে ফিচিংকৈ হাঁহি পেলালে।

বাৰু, মইনো কি কৰো ? ঘৰটোৰ ভিতৰতে হাতভৰি গোটাই গহীন হৈ বহি থাকিলেহে হৈছে। মোৰ খেল-ধেমালিত চখ, গান-বাজনাত চখ, অলপ গল্প-আড্ডাত চখ ! প্ৰত্যেকটো কথাতে ঘৰৰ সকলোৰে ঘোৰ আপত্তি। বোৱাৰীহঁতে কোৱাকুই কৰে—"আই থকা হলে ঠিকেই থাকিল হয়। ইমানটো উদ্ভণালি কৰি ফুৰিব নোৱাৰিলে হয়।"

পিছে অন্যায়টো মই কি কৰিছো, একো বুজি নাপাওঁ। অকাম কুকাম একো কৰা নাই, মদ ভাং খাই ফুৰা নাই। মোৰ দোষটো ক'ত ?

ঘৰৰ নাতি নাতিনী কেইটাই আজি কিমান দিনে ভাল মাছ এডোখৰ মুখত দিয়া নাই। খাবলৈ বহি সকলোৱে মুখত ভোৰ-ভোৰায়। কামত একো নাই। চাবেংখোলাত মাছৰ মহল। চৈধ্য মাইল মাত্র বাট। আন্ধাৰে পোহৰে চাইকেলখন লৈ ওলাই গলো। ন মান বজাত প্রকাণ্ড বৌমাছ এটা আনি চোতালত পেলাই দিলো। নাতি নাতিনী কেইটাই ফূৰ্তিত কিৰিলি মাৰি উঠিল। ডাঙৰ বিলাকৰ মুখবোৰ গম্ভীৰ হ'ল। দেখ্ খিব নোৱাৰো। কৈঁচাহঁত। 'বুঢ়া মানুহে নো চাইকেল মাৰি কিয় ইমান দূৰ যাব লাগিছিল ? ডাঙৰ মাছ নাখালে নো কি হয় ? ইমান নো কিহৰ খক ?" বেটা-হঁত। ল'ৰা-ছোৱালী কেইটাৰ মুখৰ ফালে নাচায় কিয় ? তহঁতৰ কি ? খোৱা-বোৱা তামাচা-ফূর্তি, এইবোৰৰ আনন্দ উপভোগ কৰাৰ শক্তি আছে নেকি কিবা তহঁতৰ ? গোমোঠা মুখ কৰি বৌমাছ মুখত দিয়াও যি কথা ঘাঁহ খোৱাও সেই কথা। পিছে বৌমাছ আৰু ঘাঁহৰ তফাৎ তহঁতে কিবা বুজি পায় জানো ?

থম্-থম্কৈ ঘৰত বহি থাকিলেহে ভাল। নহয় ? মই নোৱাৰো। তহঁতে ভালে পায় বা বেয়াই পায়। ঘৰটোত একো নকৰাকৈ বহি থাকিবলৈ হলে মোৰ উশাহ বন্ধ হৈ যাব। আগতেই ভাল আছিল দিয়ক। পঞ্চাশ বছৰৰ পিছত বানপ্রস্থ লব লাগিছিল। সৰ ভাল কথা আছিল। ঘৰৰ লগত সম্বন্ধ নাই। জঙ্গলৰ মাজত কেইজনমান বানপ্রস্থ লোৱা মানুহে একে লগ হৈ পাহাৰ বগাই ফুৰক কিম্বা হৰিণা পছুকে খেদি ফুৰক; কোনেও চাবলৈও নাযায়, একো মাতিবলৈও নাযায়। যি খুচি কৰি থাকক।

বাৰু, মইনো ইহঁতৰ কি কৰিছো ? কিনো পকা ধানত মৈ দিছো ? ফুটবল খেল চাবলৈ গৈছিলো। স্কুলৰ লগত মহামায়া ক্লাবৰ ফাইনেল খেল। স্কুলৰ টিমত মোৰ ডাঙৰ নাতিল'ৰা ধনেও খেলে।

নাযায় চাবলৈ? মাজু লৰাজনে বোলে খেলপথাৰত মোৰ উত্তোলি দেখি লাজতে গুচি আহিল। কিহৰ উত্তোলি, বোলো কিহৰ উত্তাওালি? চিঞৰ-বাখৰ কৰি ধনক অলপ উছাহ নিদিম? সিদিনা-লৈকে ফুটবল খেলি থকা মানুহ মই। লাগিলে এতিয়াও খেলিব পাৰো। ধনে যিটো গোল দিলে সেইটো গোল দিয়া সহজ কথা আছিল জানো? সি এনেকুৱা এটা গোল দিয়াত মোৰ ফূৰ্তি নহব? ছাতিটো ওলোটাই মূৰৰ ওপৰত দাঙি দুটা জাপ দিলোৱেই বা, কিনো অগৰ লাগিল? তহঁতে কি বুজি পাবি? ফূৰ্তি কৰাৰ শক্তি কিবা আছে নেকি? আচলতে মনৰ যন্ত্ৰটোৱে বিকল হৈ গৈছে। আনক ফূৰ্তি কৰা দেখিলেও তহঁত আচৰিত হৈ যাৱ। সুখ-দুখ কোনোটোৱেই গভীৰভাৱে উপলব্ধি কৰাৰ শক্তি তহঁতৰ নাই। নিৰ্দিষ্ট জোখৰ বেচি একোকে গ্ৰহণ কৰিব নোৱাৰ। সেয়েহে তহঁতে জুখি জুখি হাঁহ, জুখি জুখি কথা কৱ, জুখি জুখি মৰম কৰ, চকুপানীও জুখি জুখি টোক? এইটোৱেই হেনো সভ্য সমাজৰ নিয়ম। নালাগে বোপাই। মই নোৱাৰো। মনত ফূৰ্তি লাগিলে হো-হোৱাই হাঁহিম, দুখ পালে হুৱাও-ৱাওৱে কান্দিম। তহঁতে ভালেই পাৱ বা বেয়াই পাৱ।

"বুঢ়াটোৰ তেল চোৱা, কেনেকৈ জপিয়াই ফুৰে।" মই জপিয়ালো, কাৰ কি হ'ল? "বুঢ়া কালত ৰাওৰ খাক, ডেকা হবলৈ কালুবিলু।" মানে মই ডেকাবোৰৰ লগত তাচ খেলো বেডমিণ্টন খেলো, এই লৈ বিদ্ৰূপ।

বয়স হৈছে। নাই হোৱা বুলিতো কোৱা নাই। কৈছো জানো? তিনিকুৰি পাৰ হ'ল। তে? কি কৰিব লাগিব? বিছনাত পৰি কেঁকাই-গেঁথাই থাকিব লাগিব নেকি? সেইটো কৰি থাকিলে সকলোৱে সন্তুষ্ট। নোৱাৰো। তেনেকৈ মই লোকক সন্তুষ্ট কৰিব নোৱাৰো।

ডেকাবোৰৰ লগত মুফুৰি কি কৰো? যোগেন শইকীয়া মোতকৈ পাঁচ বছৰে সৰু। অথচ বুঢ়া সাজি বহি আছে। লগ পালেই কঁকালৰ বিষ, চকুৰ অসুখ, বুকুৰ টিপিং টিপিং, তাকে লৈ সাতকাণ্ড

ৰামায়ণ গাব। কোনে এইবোৰ পেনপেননি-ঘেনঘেননি শুনি থাকে? অসহ্য!

ভৈৰৱ হাজৰিকাৰ লগত অলপ সময় বহিলেই মুৰটো মোৰ গৰম হৈ যায়। নিজৰ ল'ৰা-ছোৱালী বোৱাৰী নাতি, সকলোৰে নিন্দা। বোৱাৰীয়ে নাতিপুৱা সাত বজাৰ আগতে টোপনিৰ পৰা নুঠে। চাহ খাওতে আঠ বাজি যায়। মুখ ধুই বোন্দাপৰ দি চাহ টোপাৰ কাৰণে ৰখি থাকিব লাগে। কিয় হে? কিয় ৰখি থাকিব লাগে? হাত নাই তোমাৰ। ৰখি থাকিব নোৱাৰা যদি চাহ কাপ নিজে ক'ৰি খাব নোৱাৰা? উঠক সিহঁতে যেতিয়া সিহঁতৰ সুবিধা। সাতে বাজক বা আঠে বাজক, তোমাৰ কি? কেঁচুৱাৰ মাক। কেঁচুৱাৰ দিগদাৰিত ৰাতি কিজানি টোপনি নহয়। ৰাতিপুৱা উঠোতে অলপ দেৰী হবই।

তেওঁৰ লৰাহঁতে হেনো মাটিবাৰী নলয়। ইয়ে ইমান খালে সিয়ে সিমান খালে, তেওঁ নিজে চকু নিদিলে কোনোফালে একো নহয়। ঘৰৰো প্ৰত্যেকটো কথাত তেওঁৰ চকু দিব লাগে। সময়ত স্কুলৰ ল'ৰা-ছোৱালীৰ ভাত-পানী হ'ল নে নাই, বজাৰৰ বস্তু অনা হ'ল নে নাই, ৰাতি বাচন-বৰ্তন বাহিৰত কিবা পৰি থাকিল নেকি, দুৱাৰ-খিড়িকীবোৰ মাৰা হ'ল নে নাই, চাৰিওপিনে চকু দিব লাগে। আৰে বাদ দিয়া! ল'ৰা ছোৱালী ডাঙৰ হৈছে। তুমি নো কিয় সকলো কথাতে লাগি ফুৰা? সিহঁতে যেনেকুৱাকৈ চলে চলক। মাজতে তুমি নো কিয় ধকমকি লগোৱা? নিজৰো অশান্তি সিহঁতৰো অশান্তি। ভাল নালাগে। এইবোৰ কথা শুনি থাকিবলৈ মোৰ অলপো ভাল নালাগে। চাইছো। ল'ৰা-ছোৱালী যেতিয়া সৰু আছিল আমি চাইছো। এতিয়া সিহঁতে যেনেকৈ চলি ভাল পায় তেনেকৈ চলিবলৈ দিয়া। আমি কিবা অজৰ-অমৰ হৈ সদায় সিহঁতৰ সংসাৰ তুলি-তালি থাকিম নে?

ৰাধিকা মহন্তই—তো মুখখন শাচি হেন কৰি বহি থাকে। কাৰ ঘৰৰ বোৱাৰীয়ে তেওঁক আগত দেখি মূৰত ওৰণি লোৱা

নাই, কাৰ ল'ৰাই তেওঁ বাৰান্দাত বহি থাকোঁতেও চিগাৰেট হুপি হুপি আগফালৰ বাটেদি হন্ হন্ কৰি গুচি গ'ল সেই লৈ অভিযোগ। আগৰ দিনত ল'ৰা-ছোৱালীবোৰ এনেকুৱা নাছিল। বেচ, ভাল কথা। আজিকালিৰ ল'ৰা-ছোৱালীবোৰ বেয়া হ'ল, ডাঙৰক নমনা হ'ল। হেৰা, সেই লৈ তোমাৰ কি? আনৰ কথা লৈ নিজৰ অশান্তি বঢ়াই ললে আনৰ কি? নিজৰ মনটোকহে পোকে খাব। মোৰ এইবোৰ কথা ভাল নালাগে। অশান্তি বঢ়াই লব খুজিলে যিমান ইচ্ছা বঢাই লব পাৰি। ক্ষতিটো কাৰ?

বুঢ়াবিলাকৰ লগং বহি পৰচৰ্চ্চা নকৰি গধূলি সময় ব্ৰীজ খেলো কাৰণে বাকীবোৰৰ মোৰ ওপৰত খঙ্। কৰা খঙ্। মোৰ কি?

বাৰু, মইনো দুনিয়াৰ মানুহৰ কি কৰিছো? চাৰিওপিনৰ পৰা মোক নো অগৰ কৰি পেলাবৰ কাৰণে সকলোৱে উঠিপৰি লাগিছে কিয়? ইয়াৰ অৰ্থ কি? পিচে মোক হলে বলে নোৱাৰিছে। মানুহৰ কথাক মই থোৰাই কেয়াৰ কৰো।

সকলো ঠাইতে একে কথা। চহৰত গৈছিলো। চিটি বাচত ভিৰ। বাচ ৰখাবই নোখোজে। বাচষ্টেণ্ডত এনেকৈ বৈ থাকিব লাগিলে হৈছে। এখন বাচ অহাৰ লগে লগে হেন্দেলত ধৰি জাপ মাৰি উঠিলো। বাচৰ সকলোৱে কি খঙ! ভোৰভোৰাই উঠিল। বুঢ়া মানুহ এজনে এনেকৈ জপিয়াই উঠিব পায় নে? পিছে ক'তা? বুঢ়া মানুহ বুলি উঠাই লবৰ কাৰণে কাৰো দেখোন খেয়াল নাই, বহিবলৈ দিয়াৰ কথা বাদেই দিলো। বাচ-ৰ্হেণ্ডত ভেৰা লাগি থিয় দি থাকিলেহে হব। ভাল বুদ্ধি!

কিছুদূৰ গৈ বাচখন অলপ খালি হ'ল। বহিবলৈ পালো। মাজতে ছোৱালী এজনী কেঁচুৱা কোলাং লৈ উঠিল। কোনো এজনেও উঠি ঠাই এৰি নিদিলে। কেঁচুৱা কোলাত লৈ বাচৰ জোকাৰণিত বেচেৰীৰ কি কষ্ট! নিৰ্বিকাৰ ভাৱে চাই থাকিব পাৰি নে? কোনেও মুঠা দেখি মইয়েই উঠিলো। ছোৱালীজনীক কলো "বহা, ইয়াতে বহা" তাতেও মানুহৰ খঙ্। কত ৰকমৰ টীকা

টিপ্পনী। "বুঢ়াৰ চিন্তালবি চোৱা।" হেৰা, যি খুচি কোৱা। মই লোকৰ কথাত কাণ দিয়া মানুহ নহওঁ। যিখিনি কৰা দৰকাৰ বুলি ভাবো, কৰিমেই।

ভালে আছো। বেচ ভালে আছো। তিনিকুৰি বছৰ পাৰ হ'ল বুলি ভিতৰি ভিতৰি মৰাৰ ভয়ত পেপুৱা লাগি লোকৰ অশান্তি কৰি ফুৰো। যেতিয়া মৰিম, মৰিম! যিমানদিন জীয়াই আছো. জীয়াই থাকিম। অলপতে চাইকেল মাৰি বলেনহঁতৰ লগত গৈ ওচৰৰ চহৰখনত চাৰ্কাচ চাই আহিলো। ধনেও যাম বুলি ওলাইছিল। মাঁকে যাব নিদিলে। ইমানদূৰ চাইকেল মাৰি যোৱাৰ কোনো দৰকাৰ নাই। ইমান কচৰৎ কৰি চাৰ্কাচ নাচালেও হব। মোলো —নহব কিয়? কিটো নহলে নহয়? ঘৰত বহি মুখ গোমোঠা কৰি বহি থাকিলেও হব। তিৰিশ বছৰ নহওঁতে হাঁহিবলৈ পাহৰি যাবি বাছাহঁত। হাঁহিবলৈ গলে ওঁঠ ফাটি তেজ ওলাব, চাবি। ঘৰৰ কাৰো ওপৰত মই কৰ্তৃত্ব খটুৱাব নাযাওঁ। ল'ৰাহঁতে লিখা-পঢ়া শিকিছে, ডাঙৰ হৈছে। সিহঁতে যেনেকৈ চলি ভাল পায়. চলিব। দিহা-পৰামৰ্শ কিবা সুধিলে সমিধান দিম। বেয়া কিবা দেখিলে কম। শুনিলে শুনিব নুশুনিলে নাই। মাতব্বৰি কৰিবলৈ যাম কিয়? নিজৰ পাঠা-ছাগলী সিহঁতে নেজৰ ফালে কাটক বা মূৰৰ ফালেই কাটক। চাব নোৱাৰিলে নিজৰ চকু ঘূৰাই লম। বচ্ লেঠা খতম্।

মোৰ কিবা গাত শক্তি নাই, নে পইচাৰ কাৰণে ল'ৰাহঁতৰ মুখৰ ফালে চাই থাকিব লাগে? ফাকুৱাৰ দিনা মই ৰঙ খেলি আহিলো। খেলিম—তো। তহঁতে কি? তহঁতৰ হেনো মানুহৰ আগত মুখ দেখুৱাব নোৱাৰা হৈছে। কিয় হে? তহঁতৰ মুখত ছাই সানি দিছো নে কিবা? লাজ লাগে যদি মোক পিতা বুলি পৰিচয় নিদিবি। সেইবুলি মোক ঘৰত বন্ধ কৰি থৈ মাৰি পেলাব নোৱাৰিবি। যিদিনা মৰিম, ভালকৈয়ে মৰিম; একদম শেষ। অইনে কোৱাৰ দৰে—"মৰিলে শান্তি পাওঁ; ভগবানে মোক মাৰি

নলয় কিয়?” —এইবোৰ এসোপা মিছা মাত মাতি যেন্‌যেনাই-পেনপেনাই মানুহক আমনি দিবলৈ নাযাওঁ। হেৰ, ভণ্ডইত; মৰাৰ যদি ইমানে হেঁপাহ, এৰী কাপোৰেৰে ভালকৈ কাণ-মূৰ ঢাকি ছুয়োবেলা ঘড়ি চাই চাই মকৰধ্বজ খাই থকা কিয় হে?

মই ৰাজনীতিতো নাই; সমাজনীতিতো নাই। কাৰো কথাতেই নাই। মানুহৰ পাচত লাগি ফুৰিবলৈ ভালো নাপাওঁ। সময়ো নাই। বহি বহি অমুকৰ ছোৱালী বেয়া হ'ল, তমুকৰ ল'ৰা অধঃপাতে গ'ল, এইবোৰ আলোচনা কৰাৰ সময় নাই। তাতোকৈ বাৰীৰ আলু খেতিত মাটি চপাই দিলে কিছু কামৰ কাম হব।

বেচ আছো, ভালেই আছো। দুপৰীয়া ভাত পানী খাই ঘৰতে বহি বহি আমনি লাগিল। বৰশী লৈ লাওখোৱা বিলত মাছ ধৰিবলৈ ওলালো। বাছু মাছ পালো তিনিটা। এটা এক কিলোতকৈ বেচি হব কিজানি। উভতি আহোঁতে ষ্টেচনৰ কাষৰ বাটেৰে আহি আছো। কাষৰ পাজৰৰ গাওঁৰ মানুহৰ ট্ৰেনৰে যাব লাগিলে আমাৰ ষ্টেচনটোতেই আহি উঠিব লাগে। ষ্টেচনৰ পৰা আৰম্ভ কৰি ৰেল লাইনৰ কাষে কাষে বহু দূৰলৈ লোহাৰ তাৰৰ বেৰ। হঠাতে চক্ খাই ৰৈ গলো। ৰেল লাইনৰ মাজত তিনি বছৰীয়ামান ল'ৰা এটাই শিলগুটি বুটলি আপোনমনে খেলি আছে। কাষৰ গাওঁৰ পৰা মাক-পিতাকে বহুতো আগতেই ষ্টেচনত আহি পালে বোধহয়। প্লেটফৰ্মত ক'ৰবাত শুলে কিজানি। এই টলকতে ল'ৰাই এইখিনি পালেহি। কি যে হব? অলপো দায়িত্ববোধ নাই। দুৰৰ পৰা আহিছে বোধহয় ভাগৰ লাগিছে নিশ্চয়।

হঠাতে ভবিৰ পৰা মূৰলৈকে মই জিকাৰ খাই উঠিলো। উজানৰ পৰা হুম্‌হুমাই ট্ৰেন এখন আহি আছে। ল'ৰাৰ কোনো ভ্ৰূক্ষেপ নাই। চিঞৰ-বাখৰ কৰি একো লাভ নাই। ল'ৰাৰ মূৰ দাঙি ইকালে সিকালে চাবৰ সময় নাই। উপায় নাই। বুকু সমান ওখ বেৰ। জাপ মাৰি বেৰ পাৰ হওঁতে সোঁ-ভৰি খনত বেয়াকৈ দুখ পালো। তেতিয়া আৰু সিফালে মন-কাণ দিয়াৰ সময় নাই। চোঁতকৈ

ল'ৰাটোক সিফালে আঁতৰাই দিয়াৰ লগে লগে ভৰিখন কিবা বেয়াকৈ পাক খাই পৰি গলো। পিছৰ খিনি আৰু কব নোৱাৰো। মানে নিজৰ অভিজ্ঞতাৰ পৰা কব নোৱাৰো। পিছত হাচ্‌পাতালত লোকৰ পৰাহে জানিলো। ল'ৰাটোৰ একো হোৱা নাই। মোৰ সোঁ-ভৰিখন আঁঠুৰ তলৰ পৰা কাটি পেলাব লাগিল। ডাক্তৰক সুধিছো। নকল ভৰি লগাই চাইকেল চলাই ফুৰাত একো অসুবিধা নহয়। আৰু নো কি লাগিছে? এতিয়া আৰু নিজে কিবা ফুটবল খেলিব যাম নে? মেৰাথন দৌড়ৰ ফেৰ মাৰিব যামনে? কেইদিনমান অভ্যাস কৰিলেই নকল ভৰি লৈ বাকী সকলো কামকে কৰিব পাৰিম। তেনেহলে নো চিন্তা কিহৰ?

মাক-বাপেকে সদায় আহে। ল'ৰাটোক লৈ আহে। তজবজীয়া ল'ৰা। দেখি বৰ ভাল লাগে। মাক-বাপেকে মোৰ ভৰিখনৰ কাৰণে আক্ষেপ কৰে, উহ্‌-আহ্‌ কৰে। সিহঁতক ভাবি দি মনে মনে থাকিবলৈ কওঁ। মনে মনে কওঁ—"হেৰ, মোৰ বুঢ়া কটা ভৰিখনৰ মূল্য বেচি নে তহঁতৰ ফুলহেন ফুটফুটীয়া ল'ৰাটোৰ মূল্য বেচি? সামগ্ৰিক ভাৱে নাচাৱ কিয়? আচলতে এইটো লাভৰ কথা নে লোকচানৰ কথা? কথাযাৰ বুজু কিয়? নে বুজিও চালাকি মাৰিব আহিছ?"

মুখত এইবোৰ কথা নকওঁ। কলে লাজ পাব। ল'ৰাটোৰ সৈতে মাক আৰু বাপেকক দেখিলে কিন্তু বৰ ভাল লাগে। সম্পূৰ্ণ এখন চিত্ৰ। কোনো বিসঙ্গতি নাই। খুব ভাল লাগে। ছবিখন যে ফালি চিৰিঙি যোৱা নাই সেই দেখি বৰ ভাল লাগে। বাপেকক কথা দিছো। "নিশ্চয় যাম। ভৰিখন লগাই চাইকেল চলাই ফুৰিব পৰা হলেই যাম। তোমালোকৰ ঘৰত গৈ সোণটোক চিলা উৰুৱা শিকাই দিম।"

ভৈৰৱ হাজৰিকাই কিবা কামত চহৰত আহিছিল। হাচ্‌পাতালত মোক দেখা কৰিছে। ভালে কৰিছে। গাওঁৰ মানুহ, খা-খবৰ লব, উত্তম কথা। কলে—"পিছে কিটো হ'ল? শেষ বয়সত খোঁৰা হৈ

তোমাৰ দেখোন দুৰ্গতিৰ সীমা নোহোৱা হ'ল।"

মই তেওঁৰ ভুল ধাৰণা শুধৰাই দিবলৈ কলো - "আৰে, নহয়। নকল ভৰি এখন লগাই ললে একো অসুবিধা নহব। আজিকালি এইবোৰৰ বহুত উন্নতি হৈছে। ডাক্তৰেও কৈছে। বকুৱা ডাক্তৰজন বৰ ভাল মানুহ। তেৱেঁই চব ঠিকঠাক কৰি দিয়াব।"

হাজৰিকাই ভেকাহি মাৰি কলে—"এহ্ থোৱা হে। থৈ দিয়া তোমাৰ ডাক্তৰৰ কথা।"

গাওঁৰ ল'ৰা-ছোৱালীৰ কুকীৰ্তিৰ নতুন খবৰ কিছুমান দিলে। কাণ দুখন আছে যেতিয়া শুনিবই লাগিব।

হঠাতে তেওঁ মোক সুধিলে 'ক্ষতিপূৰণ কিমান পাবা?"

আচৰিত হৈ সুধিলো -"কিহৰ ক্ষতিপূৰণ?"

অলপ ৰৈ তেওঁ আকৌ কলে—"পিছে, মইয়ো কওঁ চৌধুৰী। তুমি এজন বুঢ়া মানুহ। তোমাক নো কিহে পাইছিল? এইবোৰ বীৰত্ব বাহাদুৰি দেখুৱাই ফুৰাৰ তোমাৰ জানো বয়স আছে? বয়সৰ লগে লগে মানুহ সংযত হব লাগে। সঁচা কথা কলে বেয়া পাবা। কিন্তু এতিয়া এই শেষ বয়সত দুৰ্ভোগ ভুগিব কোনে?"

হঠাতে মোৰ বৰ ক্লান্তি লগা যেন পালো। মুখখন ঘূৰাই চকু দুটা বন্ধ কৰি দিলো। চকু বন্ধ কৰাৰ লগে লগে ল'ৰাটোৰ হাস্যোদ্দীপ্ত মুখখন মানস দৃষ্টিৰ সন্মুখত উজ্জল হৈ উঠিল। বৰ ভাল লাগিল। তৃপ্তিৰে মনটো ভৰি গ'ল।

# বৌবৰ

"আঠ অনা।"

"এক টকা।"

"আঠ অনা।"

"এক টকা।"

"এক টকা।"

বাকীবোৰে হুলস্থুল কৰি উঠিল। ব্লাইণ্ড আঠ অনা, চিন এক টকা। অৰ্থাৎ তাচপাত নেদেখিলে আঠ অনা আৰু দেখিলে এক টকা। ইয়াৰ বেছি ধৰিব নোৱাৰি। এইটো হ'ল সৰ্বসন্মতিক্ৰমে স্থিৰ কৰা অনুশাসন। নহ'লে হেনো জুৱাৰ আড্ডা হ'ব।

সত্যেনে অলস ভঙ্গীৰে তাচ তিনিপাত উঠাই লৈ নিৰ্বিকাৰ ভাৱে ক'লে, "এক টকা।"

মদনে গধূলিৰ পৰা হাৰি আছে। এইবেলি পাইছে দুটা গোলাম। বৰ বেছি আগবঢ়া উচিত নহ'ব।

"শো।" অৰ্থাৎ দেখুওৱা।

সত্যেনে অত্যন্ত ধীৰভাৱে এখন এখনকৈ তাচ পেলাই দিলে। হৰ্তনৰ মেম, ইস্কাবনৰ তিনি আৰু শেষত ইস্কাবনৰ মেম।

"ধেৎতেৰি।"

মদনে তাৰ তাচ তিনিপাত দলি মাৰি পেলাই দিলে।

সত্যেনে পইচাখিনি গোটাই গাৰ ফালে টানি ল'লে। মদনে পেণ্টৰ পকেট আৰু বুক পকেটত হাত দি চালে। পইচা নাই। সত্যেনক ক'লে, "পাঁচটা টকা ধাৰলৈ দিয়াচোন।"

সত্যেনে তৎক্ষণাৎ আপত্তি জনালে, "নহব। ফ্লাচ খেলত ধা আৰু বাকী নহব। পইচা আছে যদি খেলা, নহ'লে বাদ দিয়া।

বিতৃষ্ণাত মদনৰ মনটো তিক্ত হৈ গ'ল। হাত ঘড়ীটো চালে ৰাতি বহুতো হৈছে। বিৰক্তভাৱে ঘৰৰ ফালে খোজ ল'লে।

"চালা শুৱাৰকা বাচ্চা।"

বাটত আপোন মনে সত্যেনক কেইবাৰমান গালি পাৰি মনটো অলপ পাতল কৰাৰ চেষ্টা কৰিলে। অজস্ৰ টকা এই সত্যেনৰ কিন্তু অইনৰ কাৰণে এটা পইচা খৰচ কৰিবলৈ হ'লে মৰি যাব পাৰে। সত্যেনৰ পিতাকৰ নানা ধৰণৰ কাৰবাৰ। প্ৰেছ এটাৰ তত্বাৱধানত আছে সত্যেন। আগফালে প্ৰেছ, পিচফালে তিনি কোঠালিৰ আটকধুনীয়া ঘৰ এটাতে থাকে। কাম-কাজ চায় মেনেজাৰে। তেওঁ মাজে মধ্যে প্ৰেছলৈ গৈ ইয়াক তাক অলপ ডাবি ধমকি দি আহে। সত্যেন বন্ধু-বান্ধৱ, আড্ডা লৈ ব্যস্ত। উচ্চপদস্থ বিষয়া, ৰাজনৈতিক কৰ্মী, সাহিত্যিক, ল'ৰাৰ ডিভিজন এছিষ্টেণ্ট, বেকাৰ সকলো ধৰণৰ মানুহ আছে তেওঁৰ বন্ধু গোষ্ঠীৰ ভিতৰত। বুঢ়া মানুহো আছে, কলেজত পঢ়া ডেকা ল'ৰাও আছে। কেতিয়া কাৰ লগত খাতিৰ জমি উঠে আৰু কিমান দিন এই খাতিৰ বজাই থাকে কোনো পাত্তা নাই। মদন ডি. টি, অ' অফিচৰ কেৰাণী। পৰাগ বৰুৱা গাড়ীৰ দালাল। পৰাগ বৰুৱাৰ জৰিয়তেই সত্যেনৰ লগত খাতিৰ। স্ফূৰ্তিবাজ ল'ৰা। দুদিনতেই অন্তৰঙ্গ হৈ উঠিল।

ঘৰৰ ফালে খোজ কাঢ়ি গৈ গৈ মদনৰ মনটো বিৰক্তিত ভৰি গ'ল। এটা ভয়ঙ্কৰ প্ৰতিবোধৰ মাজেৰে তেওঁ আগবাঢ়ি গৈ থাকিল। বিধবা মাকে ভাত লৈ বহি আছে ভনীয়েক তিনিজনীয়েও খোৱা নাই। অতিৰিক্ত। মনটো অধিকতৰ বিৰক্তিৰে ভৰি গ'ল।

"নিৰ্বোধ ক'ৰবাৰ।"

দাঁত কামুৰি তিনিবাৰমান কথাষাৰ উচ্চাৰণ কৰিলে। খঙতে গোটেই গাটো জ্বলি যোৱা যেন বোধ হ'ল। মাকৰ ওপৰত খং, ভনীয়েকৰ ওপৰত খং, সত্যেনৰ ওপৰত খং, নিজৰ ওপৰতো খং।

কি জীৱন ! এনেকৈয়ে চলিব লাগিব । দিনৰ পিছত দিন, তাৰো পিছত দিন । উদ্ধাৰৰ কোনো বাট নাই ।

ডাঙৰজনী ভনীয়েক মালতীয়ে দুৱাৰ খুলি দিলে । অনাহাৰক্লিষ্ট কক্ষ চেহেৰা । চকুৰ কাষবোৰ ক'লা । দেখিলেই খং উঠি যায় । মদনে তীক্ষ্ণ দৃষ্টিৰে তাইৰ ফালে চালে । সুধিলে, "কোনোৱা আহিছিল নেকি মোক বিচাৰি ?"

"নাই অহা ।"

ভাত আগ্ৰাৰ চেহেৰা দেখি বিতৃষ্ণাত মদনৰ ভোক পিয়াহ নাইকিয়া হ'ল । তেওঁ জানে যে আটাইতকৈ ভাল বস্তুখিনি তেওঁ কেই দিয়া হৈছে । অহেতুক আক্ৰোশত ভাতৰ কাহীখন দলি মাৰি দিবৰ মন গ'ল । ভাতৰ পাতত বহি একেটা কথাই আকৌ এবাৰ মাককো সুধিলে, "কোনোবা আহিছিল নেকি মোক বিচাৰি ?"

"অ' । পৰমানন্দই তোৰ খবৰ কৰিছিল ।"

"কিয় ?"

"একো কোৱা নাই তো ।"

"চালা শুৱাৰকা বাচ্চা !" দাঁত কামুৰি মদনে মনে মনে গালি পাৰিলে । "গাভৰু ছোৱালী থকা ঘৰত মজা লুটিবৰ তাল ।"

এয়া, মালতীয়ে কোনো অহা নাই বুলি কৈছিল কিয় ? কিয় ? ধৰিব নেকি তাইক ? আধা খোৱাকৈ মদনে গম গমকৈ নিজৰ কোঠালিলৈ সোমাই গ'ল ।

আঠুৱাখন কেইবা ঠাইতো ফাটি গৈছে । ফটা কাপোৰেৰে তাপলি লগাই দিছে । টান মাৰি ফালি দিবৰ মন গ'ল । এই খণ্ডৰ অৰ্থ নাই । তেওঁ জানে বাকীবোৰৰ কাৰো আঠুৱাই নাই । আঠুৱা কিয়, মূৰত লবলৈ ভাল গাৰু পৰ্য্যন্ত নাই । সামান্য পইচাত নিকৃষ্টতম খাদ্যৰ ব্যৱস্থা কৰাৰ পিচত অইন কোনো কথাত এটা পইচা খৰচ কৰাৰ উপায় নাই । ভনীয়েক কেইজনীৰ তেলৰ অভাৱত মূৰৰ চুলি কণচুৱা, অনাহাৰক্লিষ্ট কক্ষ চেহাৰা । চকুত লুব্ধ বুভুক্ষ দৃষ্টি । ডাঙৰজনীয়ে পাঁচ বছৰ আগতে মেট্ৰিক পৰীক্ষা দি ফেল

কৰিছে। বাকী দুজনীৰ তাকো নহ'ল। বিয়া বাকৰ চেষ্টা কৰি লাভ নাই। ৰূপ-গুণ সেই পৰ্য্যন্ত। লিখা নাই, পঢ়া নাই, টকা নাই, পইচা নাই। পৰমানন্দই নিঃসঙ্কোচে প্ৰেম কৰিবলৈ আগবাঢ়ি আছে। যৌৱনে বিচাৰে স্বীকৃতি, বিচাৰে মুগ্ধ দৃষ্টিৰ অৰ্চনা। বিচাৰে দেৱী নে মানৱী সেই ভ্ৰম কৰাব মোহময় অনুভূতি। পৰমানন্দই সিহঁতৰ এই দুৰ্বলতাৰ সুযোগ লবলৈ বিচাৰে।

মদনৰ মুখটো গৰম হৈ উঠে। পৰমানন্দৰ ওপৰত উঠা খংটোৱে আৰু বিস্তাৰ লাভ কৰে। পৰমানন্দৰ ইমান সাহস হয় কেনেকৈ? প্ৰেম? ভাও ধৰি লাভ নাই। পৰমানন্দৰ এই ঘনিষ্ঠ হবৰ চেষ্টাত আছে দৰিদ্ৰৰ প্ৰতি সহজাত অশ্ৰদ্ধা আৰু সচ্চৰিত্ৰতা সম্বন্ধে নিশ্চিত বিশ্বাস। মদনে তেওঁৰ ভনীয়েক কেইজনীৰ যৌন শুচিতা ৰক্ষা সম্বন্ধে উগ্ৰভাৱে সজাগ।

নিজে ঘৰত থাকি সিহঁতৰ ওপৰত লক্ষ্য ৰাখিম বুলি ভাৱে, কিন্তু নোৱাৰে। বাহিৰৰ প্ৰতি তেওঁৰ নিজৰ আকৰ্ষণ অধিকতৰ প্ৰবল। হাঁহি ফূৰ্তি, আড্ডা, জুৱা। এই তো জীৱন। উত্তেজনৰ চাকনৈয়া, বিস্মৃতিৰ মধুৰ সম্মোহন। কোন তেওঁৰ মাক, কোন তেওঁৰ ভনীয়েক? ক'ত থাকে তেওঁলোকে, কি কৰি চালে? কোনে পৰোৱা কৰে? কেতিয়াবা মদনে দল বান্ধি পিক্‌নিক খাবলৈ গৈ খা-খবৰ নিদিয়াকৈ তিনি দিন ঘৰলৈ নাহে ঘৰ পায়েই আকৌ সন্দেহাকুল হৈ উঠে। সম্ভৱ অসম্ভৱ অজস্ৰ কল্পনাই তেওঁক অস্থিৰ কৰি তোলে। সকলোৰে ওপৰতে তেওঁৰ আক্ৰোশ। নিজৰ ওপৰতো।

বিচনাত শুই শান্তি নাই। পৰমানন্দ আৰু মালতী। পিচে এইটো হ'ল এটা প্ৰতীক মাত্ৰ। বিশেষ প্ৰক্ৰিয়াত পৰমানন্দ ৰূপান্তৰিত হয় মদনলৈ আৰু মালতী ৰূপান্তৰিত হয় । নাই প্ৰতিকৃতি স্থিৰ হৈ নাথাকে। কনকলতা আৰু কণমাই, ৰেবা, ৰেখা, মন্দিৰা, চিনাকি অচিনাকি অসংখ্য গাভৰুৰ অন্তহীন সমদল। নাৰী আৰু পুৰুষ। চিন্তাই এটা মাত্ৰ বিন্দুক কেন্দ্ৰ কৰি ঘূৰি থাকে।

মদনৰ মুখটো ৰাঙলি কৰে। কিন্তু বৃত্তৰ পৰিধিৰ পৰা কোনো

ধ্যেই আঁতৰি যাব নোৱাৰে। সকলো চিন্তা, সকলো ধাৰণা, কলো কল্পনা এটামাত্ৰ বিন্দুত কেন্দ্ৰীভূত হৈ পাক খাই থাকে। ত্তিৰ কোন পথ নাই। কোনো উপায় নাই সুস্থ আৰু সফল ৰিণতিৰ ফালে আগবাঢ়ি যাবলৈ। মদন অস্থিৰ হৈ উঠে। এই াৱৰ্তৰ পৰা মুক্তি লাগে।

কাম-কাজ, উন্নতি-অৱনতি, একোৰেই একো মূল্য নাই, অৰ্থ াই। পিয়াহত তেওঁৰ ওঠ-কণ্ঠ শুকাই যায়। মৰুভূমিৰ মাজত াপাসাৰ্ত্ত মানুহৰ দৰে এটোপ পানীৰ কাৰণে তেওঁ ছটফট কৰি ঠে। অইন সকলো কথাই তুচ্ছ হৈ পৰে। এগিলাচ ক্লেদাক্ত ানীৰ কাৰণে তেওঁ নিজৰ আত্মাকো বিক্ৰী কৰিবলৈ প্ৰস্তুত। নকলতা আৰু কণমাই, ৰেবা, ৰেখা, মন্দিৰা, অজস্ৰ গাভৰুৰ অন্ত- ন সমদল তেওঁৰ চকুৰ আগেদি বৃত্তৰ কেন্দ্ৰত গোট খায়গৈ। ওঁ ঘূৰি থাকে, ঘূৰি থাকে। হাত বঢ়াই কোনো এজনীকো নোৱাৰে। তেওঁ কেন্দ্ৰৰ ফালে আগবাঢ়িবলৈ আপ্ৰাণ শক্তি য়োগ কৰে। ফলত পৰিধিতহে তেওঁৰ গতিবেগ ক্ৰমাৎ বাঢ়ি গৈ কে। তেওঁৰ দৃষ্টিৰ স্বচ্ছতা নাইকিয়া হৈ আহে। সকলো ছোৱালীৰ ছুল ভঙ্গীবোৰ মিহলি হৈ একাকাৰ হৈ যায়। আপ্ৰাণ চেষ্টাত ৰৰ ভাৰসাম্য ঠিক ৰাখিবলৈ গৈ তেওঁ ধূলিতে বাগৰি পৰে।

দেহৰ উত্তেজনা কমি আহিলেও মনৰ উত্তেজনাৰ অলপো উপশম য়। অৱসাদ, বিতৃষ্ণা আৰু আত্মধিক্কাৰত দেহৰ প্ৰতিটো ৰক্তবিন্দু ক্ত হৈ উঠে। অৱসন্ন দেহত টোপনি আহে কিন্তু সেই টোপনিয়ে ক নিদিয়ে শান্তি, স্নিগ্ধতা আৰু শুচিতাৰ মধুৰ আবেগ। মদনে ৰুক সাংসাৰিক কথা পাতিবৰ সুবিধা নিদিয়ে। তেওঁ মাকক াই ফুৰে, পলাই ফুৰে। সজ্ঞানে অৱশ্যে নহবও পাৰে। ৰাতি- াই মাকক দুৱাৰ মুখত থিয় হৈ থকা দেখি মদনৰ ভুৰু কোঁচ খাই ণ। অভাৱ আৰু অভিযোগ। মাকে ক'লে, "এই সপ্তাহৰ ট্ৰালৰ বস্তুখিনি আনিব লাগিছিল।"

'অনাই লবা।"

"কোনে আনিব ? যোৱা সপ্তাহত ৰঘুৰ ল'ৰা মানিকক ধৰি-মেলি পঠিয়ালো। চেনিখিনি বিক্ৰী কৰি দি মোক চেনি পোৱা নাই বুলি ক'লে। শীতলৰ দোকানৰ পৰা এটা টকা দি এপোৱা চেনি অনাই কোনোৰকমে এই কেইদিন তোক চাহখিনি দিলো।"

মদন মনে মনে থাকিল। মাকে অলপ ইতস্ততঃ কৰি আকৌ ক'লে, "তোৰ যদি সময় আছে তেনেহলে ডিপোৰ পৰা কেৰাচিন তেলখিনিকে লৈ নাহ কিয় ? শীতলৰ দোকানত এবটল তেলত বাৰ অনা পইচা লয়। দিয়েও কমকৈ নেকি।"

মাকে আপোন মনে কৈ গ'ল, "মানিকো আজিকালি টেঙৰ হ'ল। মাতিলেও নাহে। বজাৰ কৰিবলৈ দিলে পইচা ঘূৰাই নিদিয়ে। বাজাৰ বেয়া বস্তুখিনি লৈ আহে। হিচাপ খুজিলে গেৰগেৰাই উঠে।"

মদনে লাহেকৈ মাকৰ কাষেদি বাহিৰলৈ ওলাই গ'ল।

মদনে মাহৰ প্ৰথমতে বিৰক্তভাৱে মাকৰ হাতত টকা কেইটামান দি থালাচ। তেওঁৰ দায়িত্ব এইখিনিতেই শেষ। হিচাপ কৰি নিয়াৰিকৈ চলালে তাৰেই কিছু পৰিমাণে ভালকৈ চলিব পাৰি। কিন্তু চলায় কোনে ? মদন ঘৰত নাথাকেই। ঘৰত যিখিনি সময় থাকে মেজাজৰ ওপৰত থাকে। বাহিৰত হ'লে খুব ভাল। স্ফূৰ্তিবাজ, ৰঙিয়াল। বন্ধু-বান্ধৱো বহুত মানুহৰ লগত খাতিৰো জমাব পাৰে তৎক্ষণাৎ।

ভাত খোৱাৰ সময়ত মাকে কওঁ নকওঁ কৰি কৈ পেলালে, "ইহঁতৰো কাপোৰকানিবোৰ ফাটিছিটি গৈছে। মানুহ এজন আহিলে আগত ওলোৱাই টান হৈ পৰিছে।"

মদনে গজগজাই উঠিল, "কোন মানুহ আহে ? কাৰ আগত ওলাব লাগে ?"

কি কথাৰ কি উত্তৰ। মাকে বাধ্য হৈ মনে মনে থাকিল।

আজিকালি সত্যেনৰ তাত ক্লাচৰ আড্ডা নবহে। তেওঁৰ পাত্তা

পোৱাই টান। খগেনৰ লগত বেলেগ কিবা তালত ঘূৰি ফুৰে।

নন্দন হোটেলৰ ওপৰত তলাত হাউচিৰ আড্ডা বহে। মদনেও তাতেই লম্ভিছে।

"নাম্বাৰ ফাইভ কিচ্, ইয়ৰ ওৱাইফ্।"

মদনে ব্যগ্ৰভাৱে নম্বৰটো বিচাৰে। ৰাতি বাৰ কেতিয়া বাজে গমেই নাপায়!

অফিচৰ পৰা মদনে পোনে পোনে ঘৰলৈ নাহে। সিদিনা আহিছিল কোটটো লবৰ কাৰণে। ৰাতি বৰ ঠাণ্ডা লাগে। দেখিলে মালতীয়ে সিফালৰ বাটেদি কৰ'বালৈ ওলাই গ'ল। পোছাক-পাতি মোটামুটি ভালেই। সস্তীয়া ঘোৰ নীলা শাড়ী এখন পিন্ধিছে। ক'লা ব্লাউজ এটা, কিন্তু পিঠিখন গোটেই উদং। অনাহাৰক্লিষ্ট চেহেৰা। অত্যন্ত দৃষ্টিকটু।

ঘৰত ভৰি দিয়েই মাকৰ কৈফিয়ৎ তলব কৰিলে, "মালতী নো সেইফালে ক'লৈ ওলাই গ'ল?"

মাকেও প্ৰথমতে অলপ থক মক্ খাই গ'ল। প্ৰতিৰক্ষাৰ ভঙ্গীৰে ক'লে, "ক'ত আৰু যাব? নাৰী সমিতিত কাম শিকে। পইচাও অলপ কিবা পায়। তালৈকে গ'ল।"

'কোন নাৰী সমিতি? কি কাম?"

"কি কাম আৰু? ছুৱেটাৰ গোঁঠা হাতৰ কাম, এইবোৰ। আৰু কি!"

"হুঃ। হাতৰ কাম? ফাকি দিবলৈ ঠাই নাই?"

মাকৰ হঠাতে খং উঠি গ'ল।

"কিহৰ ফাকি? ফাকি কিহৰ? সকলো ভাল ভাল ঘৰৰ ছোৱালীয়ে কাম কৰে তাত। বৰুৱাৰ ভতিজা ছোৱালী, বৰপূজাৰীৰ ভনীয়েক, সকলোৰে যায় দেখোন তালৈ।"

"হু.। ক'লেই হ'ল। ক'ত নো আছে এই নাৰী সমিতিটো?"

"নৰ্মদা মাষ্টৰণীৰ ঘৰত। বাবোৱাৰীৰ কাষত। ইমান নো কিয় লাগিছে তোক?"

"ইমান কিয় লাগিছে ? খবৰ নালাগিব ? গাভক ছোৱালী এজনীয়ে ক'ত যায়, কি কৰে খবৰ নালাগিব ? আজিয়েই গৈছো মই। কোন নাৰী সমিতি, কি কাম, সকলো কথাৰ খবৰ কৰি আহিম।"

মুখটো অসহ্য ধৰণে গৰম হৈ উঠিল। নাৰী সমিতিত হাতৰ কাম শিকে। পইচাও পায়। ফাকি দিবলৈ ঠাই নাই। ক্রুদ্ধভাবে তেওঁ ঘৰৰ পৰা ওলাই গ'ল।

সত্যেনৰ হেৰল্ড গাড়ীখন তাৰ কাষত ৰৈ গ'ল। গাড়ীত খগেনো আছে।

সত্যেনে সুধিলে, "এইফালে ক'ত গৈছিলা ?"

"এই এঘৰ মানুহৰ তালৈ। অলপ কাম আছিল।"

"কি কাম ?" সত্যেনে চকুৰে অর্থপূর্ণ ইঙ্গিত কৰিলে।

মদনে তেওঁৰ বন্ধু-বান্ধৱক কেতিয়াও নিজৰ ঘৰলৈ লৈ নাহে। আচলতে সি কোনখিনিত থাকে তাকো স্পষ্টভাৱে নকয়।

মদনে সুধিলে, "তোমালোকৰ এইফালে কি মতলব ?"

খগেনে ফুচ্ ফুচাই মদনৰ কাণে কাণে কথাখিনি ক'লে।

"ধেৎ। মিছা কথা।"

"মিছা কথাহে কলো তেনে হ'লে !"

"কিয় মিছাকৈ জোকাইছা ? কোৱা না, সঁচা ?"

"মিছা কথা কোৱাৰ দৰকাৰ কি ?"

সত্যেনে গহীনাই মাত দিলে, "সঁচা নে মিছা প্রমাণ চাবা নেকি ? ভাগ ল'লে কিন্তু ভাগৰ পইচাও দিব লাগিব।"

"কিমান ?"

"এশ টকাৰ তিনি ভাগৰ এভাগ। বাক তুমি ত্রিশ টকা দিলেই হব।"

মদনে খগেনক ক'লে, "নামা ! মই পিচফালে বহো।"

সত্যেনে হাক দিলে : "ইমানবোৰ মানুহৰ দল বান্ধি যোৱা ঠিক নহব। তুমি খোজ কাঢ়িয়েই যোৱাচোন। এঘণ্টামান পিচত

মোৰ তালৈ আহিবা।"

সত্যেন পইচা সম্বন্ধে খুব হুচিয়াৰ। গাড়ী চলোৱাৰ আগতে হাতখন পাতি দিলে।

"টকা কেইটা দিয়া।"

আগদিনা দৰ্মহা পাইছিল, মদনে তিনিখন দহ টকীয়া নোট বাহিৰ কৰি সত্যেনৰ হাতত দিলে।

সত্যেনে ভিতৰৰ কোঠালিটোৰ পৰা ওলাই আহি চকী এখনত বহি কাষৰ ফালে নোচোৱাকৈ কিতাপ এখন টানি ল'লে। এটা আখৰো নপঢ়াকৈ কিতাপৰ পাতবোৰ লুটিয়াবলৈ ধৰিলে। মদনে অধৈৰ্য্য হৈ দাঁতেৰে নখ কামুৰি ইফালে সিফালে অস্থিৰ হৈ চাবলৈ ধৰিলে। এইটো কোন? সত্যেন। পিচ মুহূৰ্ত্ততে সত্যেনৰ উপস্থিতি সম্পূৰ্ণৰূপে পাহৰি যায়। দৃষ্টি আকৌ ঘূৰি আহে। এইটো কোন? সত্যেন।

খগেন দেখোন নোলায়হে নোলায়। কিমান সময় গ'ল? দহ মিনিট নে দহ ঘণ্টা? এইটো কোন? সত্যেন। তাৰ ফালে এনেকুৱাকৈ চাইছে কিয়? কি বুলি ভাবিছে তাক? আৰু এই খগেন! তামাচা আৰম্ভ কৰিছে নেকি তাৰ লগত? মজা চাইছে নেকি? যাম নেকি জোৰ কৰি সোমাই? দিম নেকি তাক গোৰ এটা মাৰি বাহিৰ কৰি? "চালা, শুৱাৰকা বাচ্চা।" উত্তেজনাত মদন থিয় হৈ উঠিল। খগেনেও দুৱাৰ খুলি ওলাই আহি আকৌ দুৱাৰখন জপাই দিলে।

দুই ইঞ্চি মান ফাঁক থাকি গ'ল। আলোকৰশ্মি সৰল ৰেখাত গতি কৰে। দুই ইঞ্চি ফাঁকেৰে ভিতৰৰ বস্তুবোৰখিনি চকুত পৰে।

মুখখন ভালকৈ চকুত নপৰে। তলমূৰকৈ বিচনাৰ কাষত ক্লান্ত-ভাৱে ছোৱালীজনী বহি আছে। পিন্ধনত অসম্বৃত সস্তীয়া ঘোৰ নীলা চিন্টৰ শাড়ী এখন। পিঠি উদং ক'লা ব্লাউজ এটা। অনাহাৰক্লিষ্ট ক্ষীণ চেহেৰা। বহাৰ ভঙ্গীটো অত্যন্ত অসহায়। শৰীৰৰ ৰেখাত ক'তো নাই অলপো উচ্ছৃঙ্খলতাৰ চিন, অলপো ঔদ্ধত্যৰ প্ৰকাশ।

চেহেৰাটো সঁচাই বৰ শান্ত, ঘৰুৱা ঘৰুৱা। বহাৰ ভঙ্গীটো বৰ ক্লান্ত, বৰ বিপন্ন, অত্যন্ত অসহায়।

নহয়। এইজনী মালতী হ-ব-ই নোৱাৰে। মদন বিজুলী-সঞ্চাৰে দুৱাৰমুখৰ পৰা ঘূৰি আহিল। সত্যেন আৰু খগেন দুয়ো আচৰিত হৈ তাৰ ফালে চালে।

"কি হ'ল?"

"গাটো হঠাতে বৰ বেয়া লাগিছে।"

"অপদাৰ্থ ক'ৰবাৰ। যা, একো নহয়। ভয় কৰিবলগা একো নাই।"

মদন বিনা-বাক্যব্যয়ে ঘৰৰ পৰা ওলাই গ'ল। অন্ধকাৰ। একো নেদেখি। খৰক-বৰককৈ কোনোৰকমে ঘৰ পালেহি।

মাক উদ্বিগ্ন হৈ আছিল। মদন অহাৰ লগে লগে তেওঁ অভিযোগ কৰিলে।

"ইমান ৰাতি হ'ল। মালতী এতিয়াও উভতি অহা নাই। দেখিছনে কাণ্ড?"

মদনে একো নামাতি নিজৰ কোঠালিৰ ফালে আগবাঢ়ি গ'ল। মাকৰ কথাত আকৌ উৎকণ্ঠা প্ৰকাশ পালে:

"গাভৰু ছোৱালী এজনী ইমান ৰাতিলৈ কিয় বাহিৰত থাকিব লাগিছে? ইমান ৰাতিলৈ নো কিহৰ কাম? খবৰ লৈছিলি নেকি তই?—নাৰী সমিতিত?"

মদনে থিয় হৈ থাকিবলৈ টান পাইছে। ক্লান্তভাৱে ক'লে "ইমান অস্থিৰ হৈছা কিয়? আহিব।"

# সাৰ্থকতা

"আমি কোন চনত মেট্রিক পাচ কৰিছো?"

"কিয়, মনত নাই? ১৯৩৬ চনত।"

"বাৰু, আমাৰ স্কুলৰ হেডমাষ্টৰৰ নাম কি আছিল?"

"ৰুদ্ৰ বৰুৱা। পগলাৰ দৰে এইবোৰ কি সুধিছা?"

"পগলাৰ দৰে নহয়। তোমাৰ স্মৃতিশক্তি ঠিক আছে নে নাই, মগজুয়ে ঠিকমতে কাম কৰিছে নে নাই তাকেই পৰীক্ষা কৰি চালো।"

"কিয় পৰীক্ষা কৰিবলগীয়া হ'ল?"

"ইমান আপত্তি কৰি আছা কিয় তেনেহলে? ক'ত পাৰিম, একো মনত নাই, এইবোৰ কথা কিয় কোৱা?"

বিজয় দাসে মোক তেওঁৰ স্কুলত মাজে সময়ে গৈ অংক শিকোৱাৰ কথা কৈ আছে। মই তেওঁৰ কথাত মান্তি হব পৰা নাই। অভ্যাস নাই। একো মনতো নাই।

"একো কৰাৰ নাই বুলি সদায় আপত্তি কৰি থকা কাৰণে কৈছো। দুই এদিন গৈ দেখুৱাই দিলে শিক্ষকবোৰৰো ক্লিয়াৰ হব, ল'ৰাবোৰেও উৎসাহ পাব।"

"বাৰু ভাবি চাওঁচোন।"

বিজয় দাসৰ ফালে চাই মোৰ মনত সপ্ৰশংস শ্ৰদ্ধাৰ ভাব জাগি উঠে। চুলি পকিছে, দাঁত সৰিছে কিন্তু মানুহজনক বুঢ়া বুলি ভাবিবৰ মন নাযায়। এই বয়সতো কি অদম্য উৎসাহ, কি কৰ্মক্ষমতা! অৱসৰ লোৱাৰ পিছত অকলে স্কুলখন গঢ়ি তুলিছে।

আমাৰ দেশত বাইজৰ কাম বুলিলে ফাকি। ভাল মানুহে জঞ্জালৰ মাজত সোমাব নোখোজে। সাধাৰণতে ধুৰন্ধৰ মানুহবোৰেহে দায় দায়িত্ব লবলৈ আগবাঢ়ি আহে। আৰ্থিক লাভৰ আশা অথবা সামাজিক আৰু ৰাজনৈতিক প্ৰতিষ্ঠা লাভৰ ভেটি বিচাৰি লোৱা-টোৱেই হ'ল আচল উদ্দেশ্য। প্ৰায় সকলোবোৰ অনুষ্ঠানত (শিক্ষা-নুষ্ঠানবোৰকে ধৰি) দলাদলি, অৰিয়া-অৰি। ভাল মানুহে এইবোৰৰ পৰা আঁতৰি থাকিবলৈ বিচাৰে।

বিজয় দাসে বুঢ়া বয়সত অকলে স্কুলখন গঢ়ি তুলিছে। আগৰ কাৰ্যনিৰ্বাহকে দান-বৰঙণি তুলি ক'ত কেনেকৈ কি খৰচ-পাতি কৰিছে কোৱা টান। দৃশ্যমান বিশেষ একো নিদৰ্শন নাই। খেৰৰ চালি এখনৰ তলত ক্লাচ হয়, বৰষুণ দিলে স্কুল বন্ধ। বহু বছৰ ধৰি অৱশ্যে কাঠৰ জঁকা এটা থিয় হৈ আছে। কিন্তু চাল বেৰ একো নাই।

এক বছৰৰ ভিতৰতে বিজয় দাসে স্কুলখনৰ চেহেৰাই সলনি কৰি দিলে। প্ৰথমতে তেওঁ স্কুলৰ কথাৰ মাজত সোমাব খোজা নাছিল। চুবুৰিৰ ডেকা ল'ৰাবোৰে নেৰা-নেপেৰাকৈ ধৰাত শেষ পৰ্যন্ত অনিচ্ছাসত্বেও তেওঁ মান্তি হ'ল। পিছে যাৰ যি স্বভাৱ। কিছু-মানে যি কামকে নকৰক কিয় আন্তৰিকভাবে কৰে। পালমৰা বিধৰ কাম কৰিবই নোৱাৰে। বিজয় দাসেও স্কুলৰ কামত লাগিল যে লাগিলেই। দিন নাই ৰাতি নাই, স্কুলখন লৈয়েই ব্যস্ত। এইজন বিষয়াক লগ ধৰা, সেইজনৰ সহানুভূতি উদ্ৰেক কৰা, কোনোবা এজনক ওপৰত তুলি টকা আদায় কৰা, ৰান্ধনিক উৰ্চটাই দি জোল খোৱা, দিনেৰাতি একমাত্ৰ এই চেষ্টা। ক'ৰবাত করুণ ৰসৰ প্ৰয়োগ, ক'ৰবাত রুদ্ৰ ৰসৰ, য'ত যি প্ৰয়োজন। চিমেণ্ট লাগে, লোহা লাগে, কাঠ লাগে, ইটা লাগে। আজিকালি পইচা থাকিলেও বস্তু গোটোৱা টান। দাসইঁতৰ হাতত পইচাও নাই।

পিছে হ'ল, এক বছৰৰ ভিতৰতে স্কুলঘৰ থিয় হ'ল। যেন আলাদীনৰ প্ৰদীপৰ যাদুৰ খেল। সুই সপ্ৰশংস শ্ৰদ্ধাৰ দৃষ্টিৰে বিজয়

দাসৰ কাণে চাওঁ।

"কিহে, ক'ত যোৱা ?"

"ব্রিক ফিল্ডৰ মালিক আদোৱানী আহিছে বুলি খবৰ পালো। যাওঁ, তেওঁক এবাৰ লগ ধৰি আহো।"

গধুলি আকৌ দাসক লগ পালো। খুব ফূৰ্তি।

"দিলে আদোৱানীয়ে তোমাক সস্তাত ইটা।"

অনাবিল আনন্দত বিজয় দাসৰ মুখখন উজ্জ্বল হৈ উঠিল।

"কি কৈছা ? সস্তা মানে ? একেবাৰে ফ্রি।"

"ফ্রি ?"

"অকল ফ্রিয়েই নহয়, নিজৰ ট্রাকেৰে ইটা পেলাই দি যাব।"

খুব খুচি। অকল খুচিয়েই নহয়, স্বয়ংক্রিয়ভাবে যেন তেওঁৰ মুখৰ পৰা এক ধৰণৰ পোহৰ বিচ্ছুৰিত হৈ আছে। দেৱতাৰ মূৰৰ চাৰিওপিনে যে জ্যোতিমণ্ডল আঁকি দিয়া হয়, বোধহয় এইটোৱেই তাৰ কাৰণ।

(১)

অৱসৰ লোৱাৰ পিছত মোৰ একো ভাল নলগা হৈছে। কেৱল বৌদ্ধিক অনুশীলনে মানুহ এজনক ধৰি ৰাখিব নোৱাৰে। মনত ক্রমাৎ নানা ধৰণৰ সন্দেহৰ উদয় হয়। যৌৱনৰ ভবেগত যি ফাটবোৰ অনায়াসে পাৰ হৈ গৈছিলো বৃদ্ধ বয়সত সেই ফাটবোৰৰ ওচৰ পাই থমকি ৰৈ যাব লাগে। সকলোৱে আশা কৰে যে বুঢ়া বয়সত মানুহে ধৰ্মৰ কিতাপ পঢ়িব। ধৰ্ম যেন দাঁত নোহোৱা মানুহৰ হিলৈকাৰী পথ্য। পিছে ধৰ্মৰ কিতাপ পঢ়িও মন নভৰে।

কথাবোৰ বিশ্বাসেৰে গ্রহণ কৰিব লাগে। এইটো গোটেই জীৱনৰ শিক্ষা দীক্ষাৰ পৰিপন্থী। যুক্তিবাদী মনৰ ওপৰত সঁচায় নৰ হেঁচা পৰে। সকলো তত্ত্বৰ পৰিৱৰ্তন হয়, মহা মহা বৈজ্ঞানিকে আৱিষ্কাৰ কৰা মতবাদ এদিন ভুল বুলি প্রমাণিত হয়। কিন্তু সহস্র বছৰ আগতে প্রচাৰ কৰা ধৰ্মৰ তত্ত্ব আজিও সঁচা হৈ আছে নে ? পৃথিৱীৰ বিৱৰ্তনৰ লগত এইটো খাপ নাখায়। সৃষ্টিৰ গূঢ় তত্ত্ব

নিশ্চয় কিবা আছে, কিবা এক অদৃশ্য শক্তি কিন্তু সবল বিশ্বাসেৰে সকলো কথা মানি লোৱা টান—দেৱ-দেৱী, ইহকাল-পৰকাল, স্বৰ্গ-নৰক। শাস্ত্র পাঠ কৰিবলৈ গৈ মনত খেলিমেলিহে লাগে। অতি বিমূৰ্ত ধাৰণাৰ লগত মিহলি হৈ আছে তুচ্ছ ক্রিয়াকাণ্ডৰ নির্দেশ।

অলপ আগতে যুক্তিবাদী মনৰ কথা কৈছো। পিছে আমাৰ যুক্তিবোৰ নো কিমান যুক্তিপূর্ণ? কিছুমান স্বতঃসিদ্ধক মানি লৈ ধুনীয়া যুক্তি প্রয়োগ কৰি আমি এটা সিদ্ধান্তলৈ আহো। স্বতঃসিদ্ধবোৰ সলনি হৈ গলে যুক্তিপূর্ণ ভাবেই আমি বেলেগ এটা সিদ্ধান্তলৈ আহিম। এই স্বতঃসিদ্ধবোৰ নো কি? অভিজ্ঞতা আৰু পর্যবেক্ষণৰ ফলত বিভিন্ন যুগত বিভিন্ন পৰিবেশত মানুহৰ মনত স্বভাৱিকভাৱে সৃষ্টি হোৱা কিছুমান বিশ্বাসৰ ৰূপান্তৰ। নাই, কেৱল বৌদ্ধিক অনুশীলনে মানুহৰ মন ভৰাব নোৱাৰে।

(৩)

বিজয় দাস বৰ সন্তুষ্ট।

"হ'ল দিয়া, ল'ৰাই বহি ক্লাচ কৰিব পৰা হ'ল। আজি স্কুল-ঘৰটোত এচ্‌বেচটচ শ্বিট লগোৱা শেষ হ'ল।"

"আজিকালি যি বস্তুৰ দাম। কম টকাতো লগা নাই। ইমান টকা ক'ত পালা?"

"বদ্রীদাসে এচ্‌বেচটচ শ্বিট বাকীত দিলে, তাতে আকৌ কম দামত। পইচা যোগাৰ কৰিব নোৱাৰিলে দাম নিদিলেও হব বুলি কৈছে।"

বিজয় দাসে তৃপ্তিৰ হাঁহি হাঁহিলে।

"ভাল কামৰ কাৰণে লাগিলে মানুহে টকা পইচা দিয়েহে। টকাখিনি যদি সঁচায় ভাল কামত লাগে, নষ্ট নহয়, তেনেহলে মানুহে দিয়াত আপত্তি নকৰে।"

এইটো বিজয় দাসৰ বিশ্বাস। তর্ক কৰি বা যুক্তি দেখুৱাই লাভ নাই।

পিছদিনা আবেলি খোজকাঢ়ি বিজয় দাসৰ ঘৰৰ ফালে গলো।

দাস বাৰান্দাত বহি আছে, যেন সমাধিমগ্ন।

"কিহে, ইমান কি চিন্তা কৰি আছা?"

"আজি সঁচায় মই বৰ অভিভূত হৈ আছো।"

আগদিনা স্কুলঘৰত এচ্‌বেচটচ্ শ্বিট লগোৱা শেষ হৈছে। মিস্ত্ৰীৰ পইচাখিনি দিব লাগিব। দিন হাজিৰা কৰি খোৱা মানুহ, নিদিলে নহব। দাসৰ হাতত পইচা নাই। কি কৰা যায়, কাৰ হাতত গৈ ধাৰ খুজিলে পোৱা যাব এইবোৰ চিন্তা কৰি তেওঁ অন্যমনস্ক ভাবে বাটেৰে খোজকাঢ়ি গৈ আছিল।

"অলপ ৰবচোন বৰ।"

মানুহ এজনে যে দাসকেই মাতি আছে তেওঁ ধৰিব পৰা নাই।

"ৰবচোন বৰ, আপোনাৰ ঘৰৰ ফালেই গৈ আছিলো।"

দাসে দেখিলে যে বাটৰ সিফালে ৰিক্সাত মানুহ এজন বহি আছে আৰু এজনে ৰাস্তা পাৰ হৈ তেওঁৰ ফালে লৰৰি আহি আছে। ৰিক্সাত বহি থকা মানুহজনৰ লগত পৰিচয় নাথাকিলেও দাসে তেওঁক চিনি পায়। কিবা দুৰ্ঘটনাৰ ফলত তেওঁৰ দুয়োখন ভৰি অৱশ হৈ গৈছে। খোজকঢ়াতো দূৰৰ কথা, থিয় হবও নোৱাৰে।

ৰিক্সাৰ পৰা নামি যিজন মানুহে দাসক মাতিবলৈ আগবাঢ়ি আহিছিল তেওঁ মানুহজনৰ ভগ্নীপতি। দাস ওচৰ চাপি যোৱাত ৰিক্সাত বহি থকা মানুহজনে দুয়ো হাত যোৰ কৰি তেওঁক নমস্কাৰ জনালে।

"আপোনাৰ ফালৈ গৈ আছিলো।"

"কিয়, কওঁকচোন।"

"আপোনাৰ স্কুলৰ কাৰণে অলপ পইচা দিব খুজিছিলো। ভিনিহি, মোনাটো খোলাচোন।"

লগৰ মানুহজনে বেগ এটা খুলি পইচাখিনি উলিয়ালে। দুখন পঞ্চাশ টকীয়া নোট। দাসৰ মনটো ভাল লাগিল। তাৰমানে কমেও পঞ্চাশ টকা দিব। মিস্ত্ৰীৰ ব্যৱস্থা এটা হব। ৰিক্সাত বহি থকা মানুহজন বিৰক্ত হৈ উঠিল।

"এইটো নহয়হে, ডাঙৰটো খোলা।"

মোনাত শটকীয়া নোট। তাৰপৰা গণি গণি দহখন নোট লৈ তেওঁ দাসৰ হাতত দিলে।

মই দাসক সুধিলো. "মানুহজনৰ ঘৰৰ অৱস্থা খুব ভাল নেকি?"

দাসে গম্ভীৰ ভাবে কলে, "মুঠেই নহয়। অতি সাধাৰণ অৱস্থা। খবৰ লৈ গম পালো যে তেওঁ অফিচ এটাত ড্ৰাফ্‌টচ-মেনৰ কাম কৰে। ৰিক্সাৱালাই দাণ্ডি আনি ৰিক্সাত তুলি তেওঁক অফিচলৈ লৈ যায়। তাৰ পৰা দাণ্ডি লৈ চকী এখনত বহুৱাই দিয়ে। অফিচ ছুটী হলে আকৌ দাণ্ডি লৈ ৰিক্সাত তুলি ঘৰত থৈ যায়।"

"আচৰিত।"

দাসে কলে, "আটাইতকৈ দুখলগা কথা কি জানা? বেমাৰটো লাহে লাহে ওপৰৰ ফালে গৈ আছে। তেওঁ নিজেও এইকথা জানে। তথাপিও সেও মনা নাই। তেওঁ অকল স্বাৱলম্বীয়েই নহয়, নিজৰ সামাজিক দায়িত্ব সম্বন্ধেও সচেতন। মই আজি সঁচায় বৰ অভিভূত হৈ আছো। চকামকাকৈ বিহাৰি কিবা এটা দেখা যেন লাগিছে। পিছে কি ঠিক ধৰিব পৰা নাই।"

দুয়ো মনে মনে বহি ৰলো। অলপ সময় পিছত বিজয় দাসে কলে, "পিছে তুমি আহিবা নেকি?"

"ক'ত?"

"তুই এদিন আহি দেখুৱাই দিলে বৰ ভাল হয়হে। অংকৰ পাঠ্যক্ৰম আজিকালি একেবাৰে সলনি হৈছে। তুমি কেতিয়াবা আহি দেখুৱাই দিলে শিক্ষকবোৰৰো উপকাৰ হব, ল'ৰাবোৰেও উৎসাহ পাব।"

"চাওঁচোন।"

# আস্থা

মানুহে কোৱাকুই কৰে যে অৱসৰ লোৱাৰ পিছত বুঢ়াজনৰ মূৰৰ গণ্ডগোল হৈছে। এনেকুৱা বহুতৰে হয় পিছে : বুঢ়াৰো হৈছে। পগলা নহয় নো কি? সম্পূৰ্ণ উন্মাদ। নহলে এই বয়সত কোনো-বাই তালগছ ৰোৱেনে? এজোপা দুজোপা নহয়; শাৰী শাৰী। পুখুৰীৰ দক্ষিণফালে শাৰী পাতি তালগছ লগাইছে। মানুহে কয় যে তালগছ লগাই এক পুৰুষতে ফল পাব নোৱাৰি। পিতাকে গছ লগালে পুতেকৰ দিনতহে গছত ফল লাগিব পাৰে।

অৱসৰ লৈ অচ্যুত চৌধুৰীয়ে চহৰৰ উপকণ্ঠত ঘৰ সাজি থাকিবলৈ লৈছে। সম্পূৰ্ণ অকলশৰীয়া মানুহ। পৰিবাৰৰ মৃত্যু হৈছে, ল'ৰা-বোৰে বাহিৰত কাম কৰে। ল'ৰাবোৰে যে কোনোবাদিনা আহি তেওঁৰ এই ঘৰত থাকিব তাৰ কোনো আশা নাই। তেনেহলে? কিয় এইবোৰ কষ্ট? কাৰ কাৰণে? কেইদিন জীয়াই থাকিব এই বুঢ়াজন? অকল তালগছবোৰ নে? চৌহদৰ চাৰিওফালে চেগুন, দেৱদাৰু এইবোৰ গছ লগাই আছে। এইবোৰ গছ এজোপা ডাঙৰ হওঁতে কিমান বছৰ লাগে? পগলাৰ কাণ্ড। কিমান দিন আছে এই বুঢ়াজন? তাৰ পিছত? বুঢ়াই চকু মুদিলে চৌহদ দেখোন হাবিত পৰিণত হ'ব।

খেতি-বাতিৰ চখ থাকিলে বেঙেনা ৰোৱা, মূলা, বন্ধাকবি, পালেং ৰোৱা, নতুবা ফুল কেইজোপামানকে ৰোৱা। কামত লাগিব।

অচ্যুত চৌধুৰীৰ কাণ্ড-কাৰখানা লক্ষ্য কৰি মানুহে বিৰক্ত হয়, অস্বস্তি বোধ কৰে। এইয়া তাকো কি আৰম্ভ কৰিছে? আকৌ

মূৰত কিটো পোকে কামুৰিছে? সমুখৰ পদুলিৰ দুয়ো কাষে 'পাম' গছ লগোৱা আৰম্ভ কৰিছে। পগলা, সম্পূৰ্ণ উন্মাদ।

অচ্যুত চৌধুৰী অকলে বাৰান্দাত আৰামীচকী এখনত বহি আছে। পৃথিৱীৰ কাৰো লগত তেওঁৰ কোনো সংঘাত নাই। একোৱেই তেওঁৰ মানসিক শান্তি নষ্ট কৰিব নোৱাৰে। তেওঁৰ এটা চিগাৰেট হুপিবৰ মন গ'ল। জুইশলাৰ বাহটো জোকাৰি চালে কাঠি এটাও নাই। আগদিনা এক ডজন দিয়াচলাই অনাইছে। শোৱা কোঠাৰ মেজত আছে। কামকৰা ল'ৰা খগেনক মাতিলে। কোনো উত্তৰ নাই। নিশ্চয় ক'ৰবালৈ ওলাই গৈছে। খগেনৰ যিখিনি কাম, একেবাৰে সময়মতে কৰা কাম। কোনো ৰকমে লৰালৰিকৈ নিয়মৰ কামখিনি কৰি সি ক'ৰবাত ওলাই যায়। এই সময়ত খগেনক বিচাৰিলে কোনে পায়? তুবাৰমান-মাতি চৌধুৰী মনে মনে থাকিল। নিজে উঠি গৈ দিয়াচলাই অনাৰ ইচ্ছা নগ'ল। যিখন ধুনীয়া কল্পনাৰ জাল গুঠি লৈছে উঠাৰ লগে লগে সেই জালখন যেন ছিঙি যাব। আকৌ তেওঁ সপোনত ডুব গ'ল। পুখুৰীৰ দক্ষিণফালে শাৰী শাৰী তাল গছ; সমান আকাৰৰ, সমান দূৰত্বত। বতাহত প্ৰতিজোপা গছৰ পাতবোৰ থৰথৰকৈ কঁপি আছে। বতাহে যেন কঁপোৱা নাই। প্ৰতিজোপা গছে যেন আনন্দত স্ব-ইচ্ছাই নিজেই কঁপাই আছে। পঁচিশ ত্ৰিশ বছৰ পিছৰ এটা দৃশ্য এতিয়াই তেওঁ স্পষ্ট দেখা পালে। চৌধুৰীৰ মনতো এটা আনন্দৰ শিহৰণ উঠিল।

চৌধুৰীৰ কাৰো প্ৰতি কোনো অভিযোগ নাই। প্ৰথম প্ৰথম নিজকে বৰ অকলশৰীয়া বোধ হৈছিল। এই নিঃসংগতাই তেওঁক আৰু অতিষ্ঠ কৰি নোতোলে। লাহে লাহে তেওঁৰ মানসিক সত্তাৰ ৰূপান্তৰ ঘটিছে। নিজে নজনাকৈ অস্পষ্টভাৱে তেওঁ অনুভৱ কৰে যে গোটেই পৃথিৱীখনৰেই তেওঁ এটা অংশ। তুচ্ছ হলেও লাগতিয়াল অংশ। তেওঁ যে অকল মনুষ্য সমাজৰেই অংশ তেনে নহয়, গোটেই পৰিবেশৰেই তেওঁ এটা চিৰন্তন অংশ। তেওঁৰ পৰি-

বেশৰ সিকোনো অনুভূতিয়ে তেওঁ নজনাকৈ তেওঁৰ মনতো এটা ক্ষীণ প্ৰতিক্ৰিয়া সৃষ্টি কৰে। সুদূৰ ভৱিষ্যতে কঁপি থকা তালগছৰ পাত বোৰে এতিয়াতেই তেওঁৰ মনত এটা আনন্দৰ শিহৰণ সঞ্চাৰ কৰিছে। অচ্যুত চৌধুৰীৰ মুখত হাঁহি ফুটি উঠিল। হাতত থকা চিগাৰেটটো আকৌ তেওঁ ওঁঠেৰে চেপি ধৰি জুইশলাৰ বাঁহটো জোকাৰি চালে। এটাও কাঠি নাই। নিজে উঠি গৈ দিয়াচলাই অনাৰ ইচ্ছা নগ'ল। খগেনক মাতিলে

"খগেন।"

"দেউতা।"

"ক'লৈ গৈছিলি অ'?"

"নাই যোৱা ক'তো। ইয়াতেই আছো।"

তৰ্ক কৰি লাভ নাই।

(১)

অচ্যুত চৌধুৰী ঘৰৰ পৰা খুব কমেই ওলায়। গছবোৰৰ পৰিচৰ্যাত দিনটো ব্যস্ত হৈ থাকে। আজৰি পৰত বাৰান্দাৰ আৰামী চকীত বহি থাকে। এই সময়ছোৱাত তেওঁ নিজৰ লগতেই কথা পাতে। নিজৰ ওচৰতেই সমস্যাৰ সমাধান বিচাৰে। একপাল উন্মত্ত মানুহে বিহাৰৰ হৰিজন গাঁও এখন চাৰিওপিনৰ পৰা বেৰি ধৰি ল'ৰা-বুঢ়া সকলোকে পুৰি মাৰিলে। পলাবলৈ চেষ্টা কৰা মানুহগোৰকো পছু খেদাদি খেদি খেদি মাৰিলে। অচ্যুত চৌধুৰীয়ে জুইৰ প্ৰচণ্ড উত্তাপ অনুভৱ কৰিলে, শৰীৰত তীক্ষ্ণ অস্ত্ৰৰ আঘাত উপলব্ধি কৰিলে। আতংকৰ ক'লা ডাৱৰে চাৰিওপিনৰ পৰা তেওঁক আৱৰি ধৰিলে। মানুহ ক্ৰমাৎ আগবাঢ়ি গৈ আছে তেওঁৰ এই বিশ্বাস খামোচ মাৰি ধৰি থাকিবলৈ তেওঁ টান পাবলৈ ধৰিলে। বাতিপুৱাৰ পৰাই মনটো বেয়া হৈ আছিল। সাধাৰণতে তেওঁ ঘৰৰ পৰা নোলায়। আজি বাতিপুৱা ওলাই গৈ তিনিআলিৰ ওচৰত বুঢ়া বিহাৰী ফেৰীৱালাজনক আকুলভাৱে কান্দি থকা দেখি তেওঁ বৰ অস্থিৰ হৈ পৰিল। ফেৰীৱালাজনৰ পৰা বাদাম খাই এজাক

ল'ৰাই পইচাৰ হিচাপ লৈ তাৰ লগত কাজিয়া আৰম্ভ কৰি দিলে। তাৰ আইনাৰ বাকচটো গুৰিয়াই ভাঙিলে আৰু বাকচটো বন্ধুৱাই থোৱা কাঠৰ ধপাটো পিচদিয়া বাটত কোবাই কোবাই টুকুৰাটুকুৰ কৰিলে। বুঢ়াজনে প্ৰতিকাৰহীন এই অন্যায়ৰ বিৰুদ্ধে আকুলভাৱে কান্দি নিষ্ফল প্ৰতিবাদ জনাবলৈ ধৰিলে।

(৩)

অচ্যুত চৌধুৰী বাৰান্দাতে আৰামীচকীত বহি আছে। মনৰ অস্থিৰতা কিছু পৰিমানে কমি আহিছে। তেওঁ এটা সামগ্ৰীক দৃষ্টি-ভংগী লোৱাৰ চেষ্টা কৰি আছে। দুই এটা বিচ্যুতিয়ে তেওঁৰ বিশ্বাসক টলাব নোৱাৰে। পৃথিৱীখন এতিয়াও নিখুঁত হোৱা নাই নহয়। ক্ৰমাৎ সেই অৱস্থালৈ গৈহে আছে। তেওঁ নিঃশংক চিত্তে এই ৰাতিখন অকলে বাৰান্দাত বহি আছে। দূৰত গণ্ডগোল শুনিও তো তেওঁ এইবুলি আতংকিত হৈ উঠা নাই যে একপাল উন্মত্ত মানুহে তেওঁৰ ঘৰ জ্বলাই তেওঁক হত্যা কৰিবলৈ আহি আছে। গাঁৱৰ ডেকা ল'ৰাবোৰে এনেয়ে কিবা হুলস্থুল কৰি আছে। ৰাতি তেওঁৰ ঘৰৰ সমুখেদি গাড়ী এখন গলে ডকাইত আহিল বুলি তেওঁতো ভয়ত জাপ মাৰি নুঠে।

নাই, হতাশ হবৰ কাৰণ নাই। গোষ্ঠীগত অন্ধ স্মৃতিৰ ঠাইত মানুহৰ মনত ঘাইকৈ ব্যক্তিগত আৰু সামাজিক চেতনাই লাহে লাহে অধিকতৰ ঠাই অধিকাৰ কৰি আছে। ভয়ানক সাম্প্ৰদায়িক হত্যা-কাণ্ডৰ সময়ত তেওঁ ছাত্ৰ হিচাপে কলিকতাত আছিল। নিজে কোনো মুছলমান মানুহক হত্যা কৰাৰ প্ৰশ্নই নুঠে, বৰং তেওঁক ৰক্ষা কৰাৰ কাৰণে তেওঁ আপ্ৰাণ চেষ্টা কৰিলে হয়। কিন্তু হিন্দু বেচি মৰিল নে মুছলমান বেচি মৰিল এই তথ্য জনাৰ তেওঁৰ ঔৎসুক্য নাছিল জানো? কিহৰ এই হিচাপ মিলোৱাৰ চেষ্টা? নাই, লাজ পোৱাৰ একো নাই। বৰং মানুহৰ ক্ৰমিক অগ্ৰগতিৰ ইয়ো এক নিদৰ্শন। আজি তেওঁৰ মনত এই হিচাপ মিলোৱাৰ চেষ্টা অৰ্থহীন।

(৪)

ৰাতিপুৱা খগেনৰ চিঞৰ শুনি চৌধুৰী ধৰমৰকৈ সাৰ পাই উঠিলে।

"দেউতা, কি সৰ্বনাশ কৰিছে, চাওকহি চাওক।"

যুক্তিহীন বিবেকহীন ধ্বংসলীলা। কোনোবাই চৌহদৰ সকলোবোৰ গছপুলি উঘালি পেলাইছে। অকল উঘালি পেলোৱাই নহয়, কাটি ছিঙি সম্পূৰ্ণভাৱে নষ্ট কৰি পেলাইছে। কঠিন আক্ৰোশত উদ্দেশ্যহীন নিষ্ঠুৰতাৰ প্ৰকাশ। অচ্যুত চৌধুৰীয়ে স্তব্ধ হৈ চাই ৰ'ল।

গধূলি চৌধুৰী বিষণ্ণ মনেৰে বাৰান্দাত আৰামী চকীত বহি আছে। খগেনেও আজি পলাই ফুৰা নাই। সিও ওচৰতে বিমৰ্ষভাৱে মাটিত বহি আছে। ফটফটীয়া জোনৰ পোহৰ। চৌধুৰীৰ বিষণ্ণ চকুৰ দৃষ্টি পুখুৰীৰ দক্ষিণফালে গ'ল। শাৰী শাৰী তাল গছ। পাতবোৰ আনন্দত থৰথৰকৈ কঁপি আছে। জোনৰ পোহৰত পাতবোৰ তিৰ্‌বিৰাই আছে।

"খগেন অ'।"

"দেউতা।"

"পুখুৰীৰ পাৰৰ ঠাইখিনি ঠিক কৰিবিচোন।"

'কিয়?"

"তাল গছ লগাব লাগিব।"

"কি লাভ? আকৌ নষ্ট কৰিব।"

"নকৰে। কৰিলে আকৌ লগাম।"

# ছিন্ন যোগসূত্র

"কায়ৰে? এই বুঢ়াটো কায়?"

ধীৰুদাই অলপ দূৰতে থৈ কঁকালত হাত দি মোৰ ফালে কৌতুকোজ্জ্বল দৃষ্টিৰে চাই আছে।

"বুঢ়া হয় গেলু দোখান ৰে। কেনে, কি হৈছে? ছাওয়াটো কায়? তোৰ বৰ বেটা?"

"নহয়, সৰুজন।"

"বাপ্ ৰে, কি লম্বা হৈছে! চুপাৰ ফচফেট্ খোৱাইস নাকি? কি বাও, মোক চিনিস? কেমন কৰি চিন্‌বে? এটি আইসা এলা একেবাৰে বাদেই দিছেন।"

ধীৰুদাৰ মুখত অকৃত্রিম আনন্দৰ হাঁহি। ধীৰুদাৰ লগত মইয়ো হাঁহিলো। মনত গোট খাই থকা মেঘবোৰ আঁতৰি গ'ল। পৃথিবী-খন উজ্জ্বল হৈ উঠিল। এইয়া মোৰ আপোন মানুহ, মোক আঁকো-ৱালি লোৱাৰ কাৰণে ৰৈ আছে।

আজিকালি গাৱঁৰ ঘৰলৈ যোৱা নহয়েই। মাৰ মৃত্যুৰ পিছৰ পৰা যোৱাৰ আগ্রহও কমি আহিছে। নোযোৱাৰ সপক্ষে এতিয়া নানাধৰণৰ যুক্তি বিচাৰি পোৱা হৈছোঁ। এই একেবোৰ কাৰণ যে আগতেও নাছিল তেনে নহয়।

বায়ুদূত হোৱা বুলি শুনি যোৱাৰ কথা মনত উদয় হ'ল। যোৱাৰ কাৰণে বায়ুদূত নহয়, বায়ুদূতৰ কাৰণেহে যোৱা। এই কথা। সপ্তাহত দুই দিন বিমান যায়। গাৱঁৰ ঘৰৰ পৰা চাৰিমাইলমান দূৰত বিমান বন্দৰ।

পৰিবাৰক সুধিলো—"যাবা নেকি ?"

"ব'লক, মইতো ভৰি দাঙিয়েই আছো।"

বিমানত মুঠতে চাৰিজন যাত্ৰী। মই, পৰিবাৰ আৰু সৰু ল'ৰাজন। বাহিৰা মানুহ এজন—বোধহয় কোনোবা কোম্পানীৰ বিক্ৰয় প্ৰতিনিধি। আকাশত আধা ঘণ্টামান আছিলো। পিছে ইফালৰ ঘৰৰ পৰা ওলাই গাৱঁৰ ঘৰ পাওঁতে মুঠতে সময় লাগিল চাৰি ঘণ্টামান। একচ্প্ৰেচ বাচত গ'লে আজিকালি পাঁচঘণ্টামানহে লাগে। কাঁতিক সাহাৰ বাচত গ'লে হেনো সময় আৰু কম লাগে। বাচৰ ভাৰা প্লেনৰ ভাৰাৰ এক চতুৰ্থাংশ। তথাপিও ৰাতিপুৱাই গৈ গাৱঁৰ ঘৰৰ সকলোকে চমক লগাই দিয়াৰ ইচ্ছা।

আমাৰ গাওঁখনক সৰু চহৰ বুলিও কব পাৰি। ইতিমধ্যে মানুহৰ সংখ্যা অসম্ভৱ ধৰণে বাঢ়ি গৈছে। কোনেও মোক চিনি নাপায়, মইয়ো কাকো চিনি নাপাওঁ। নিজৰ গাওঁতে মই যেন এক অনাহূত আলহী। আমাৰ ঘৰৰ ওচৰতেই চন্দ্ৰৰ ঘৰ। সদায় বাৰান্দাত বহি থাকে সি। ইবাৰ দেখোন তাক দেখা নাই।

"চন্দ্ৰৰ খবৰ কি ?"

"নাই, ঢুকাইছে।"

"হৰি ?"

"নাই।"

"কেতু ?"

"নাই।"

চিনাকি মানুহৰ খবৰ লবলৈ ভয় লগা হ'ল। মই নিজকে অকলশৰীয়া বোধ কৰিলোঁ।

পিছদিনা মই ঘৰৰ পৰা নোলালো। ক'ত যাম ? মই এজন বাহিৰাগত মানুহ। নিজৰ গাৱঁতেই এক অনাহূত আলহী।

দুই দিন পিছত ল'ৰাজনক লৈ বজাৰৰ ফালে গ'লো। গোটেই বজাৰত এখনো চিনাকি মুখ নাই। মনটো বৰ বেয়া লাগি গ'ল।

"কায়ৰে ? এই বুঢ়াটো কায় ?"

ধীকদাৰ চকু দুটা কৌতকত নাচি আছে। ধীকদাই ক'লে যে পুৰণি স্থানীয় মানুহবোৰৰ অৱস্থা বৰ ভাল নহয়।

"কিবা এটা শাও লাগিছে। বিমলদাৰ অৱস্থাৰ কথাকেই ধৰচোন। এই প্ৰতাপী মানুহজন পক্ষাঘাত হৈ বিছনাত পৰি আছে।"

"হয় নেকি?"

বিমলদাই মোক বৰ মৰম কৰিছিল। খবৰ লবলৈ গ'লো। বোৱাৰী ধৰণৰ ছোৱালী একজনীক বাৰান্দাত দেখি সুধিলো, "বিমলদা আছে?"

অবাস্তৰ প্ৰশ্ন। ইতিমধ্যে ধীকদাই কৈছে যে বিমলদাৰ পক্ষাঘাত হৈছে।

ছোৱালীজনীয়ে ক'লে, "তেওঁৰ অসুখ, দেখা কৰিব নোৱাৰিব।"

কি কৰিম? উভতি যাম?

'তেওঁক কোৱাচোন গৈ গুৱাহাটীৰ পৰা ভদ্ৰ আহিছে।"

নাই, নামটো কোৱাতো চিনি পোৱা নাই। অনিচ্ছুক ভাবে ভিতৰলৈ সোমাই গ'ল। অলপ পিছতে ওলাই আহি মোক ভিতৰলৈ মাতি লৈ গ'ল।

বিমলদা বিছনাত বহি আছে, আনন্দত চকুহাল উজ্জ্বল। এনেয়ে দেখাত চেহেৰা পাতি ভালেই আছে। পিছে আঘাতটো আহিল অইন পিনৰ পৰা। মোক দেখি উত্তেজিত হৈ হাতমুখ জোকাৰি বিমলদাই অনৰ্গল কথা কৈ যাব ধৰিলে। মই এক বৰ্ণও বুজি নাপালো। অসহায় ভাবে মই তেওঁৰ মুখৰ ফালে চাই ৰ'লো। ওচৰলৈ আহি ছোৱালীজনীয়ে তাৰে কিছুখিনি অনুবাদ কৰি দিলে। মই বৰ অস্বস্তি বোধ কৰিবলৈ ধৰিলোঁ। কথা ক'বলৈ ভয় লগা হ'ল। কিবা ক'লেই তেখেঁতে দুগুণ উৎসাহত উত্তৰ দিবলৈ যাব আৰু মইয়ো অসহায় ভাবে তেওঁৰ মুখৰ ফালে চাই থাকিম। কিন্তু উপায় নাই। বিমলদাই আপোন মনে কথা কৈ গৈ আছে। বোধহয় পুৰণি কথাবোৰ মনত পৰিছে। কথাৰ মাজতে মাজে মাজে প্ৰাণ খুলি হাঁহি আছে। মই তেওঁৰ কথাৰ ভাগ লব নোৱাৰি

মনে মনে বহি ৰ'লো। সম্পূৰ্ণ বহিৰাগত।

ডেকা বয়সত আমি মন্ত্ৰমুগ্ধৰ দৰে বিমলদাৰ কথা শুনিছিলো। ধুনীয়া উপমা দি ৰস লগাই কথা কৈছিল তেওঁ। পিছে কোনো দিনাই কাৰো বিৰুদ্ধে তেওঁ একো কোৱা নাছিল। পিতাৰ মৃত্যুৰ পিছত আমাৰ আৰ্থিক অৱস্থা বৰ বেয়া হৈছিল। তেতিয়া বহুদিন বহুতো উৎসাহ বাণী শুনাই তেওঁ মোক হতাশ হবলৈ হাক দিছিল। এই আষাৰ কথা তেওঁ প্ৰায়েই মোক কৈছিল, "তা ব'লে ভাবনা কৰা চল্‌বে না।"

হঠাতে বিমলদা উত্তেজিত হৈ উঠিল। মোক চাহ-জলপান দিয়াৰ কি হ'ল? মই চাহ খাই থাকোঁতে হঠাতে কিবা কৈ বিমলদাই হাঁহিবলৈ ধৰিলে। মহাস্ফূৰ্তি। মুখেৰে লেলাউটি ওলাই নিজৰ গাত পৰিল। একো বুজাকৈ সন্তৰ্পনে মইয়ো অলপ হাঁহি বোৱাৰী-য়েকৰ ফালে চালো। এইবেলি তেওঁ পিছে কথাখিনি অনুবাদ কৰি নিদিলে, মুখ টিপি হাঁহিলে মাত্ৰ। বোধহয় মোৰ সৰুকালৰ কিবা হাস্যকৰ ঘটনাৰ বিৱৰণ।

মই উঠিলো। বিমলদাইও ধৰমৰকৈ বিছনাৰ পৰা নমাৰ চেষ্টা কৰিলে। ত্ৰস্ত হৈ মই তেওঁক নিৰস্ত কৰিলোঁ।

মনটো বেয়া হৈ গ'ল। মোক দেখি আনন্দত অস্থিৰ হৈ তেওঁ ইমান কথা ক'লে, মই হলে এক বৰ্ণও বুজি নাপালো।

# পিতা-পুত্র আৰু বোৱাৰী

দীৰ্ঘ দিন অসুখত ভুগি ৰঘুনাথ গোস্বামী ঢুকাল। যোৱা কেই-বছৰমান ধৰি তেওঁ শাৰীৰিক আৰু মানসিকভাৱে পংগু হৈয়েই আছিল। চহৰৰ মানুহেও তেওঁৰ কথা সম্পূৰ্ণভাৱে পাহৰি গৈছিল। তেওঁৰ মৃত্যু ঘটাত হঠাতে সকলোৱে আকৌ তেওঁৰ সম্বন্ধে সচেতন হৈ উঠিল।

"বৰ ডাঙৰ পণ্ডিত এজন গ'ল।" পিছে শেষৰ ফালে তেওঁ পণ্ডিত হৈ থকা নাছিল। তেওঁৰ মগজুৱে কাম নকৰা হৈছিল। জড়পিণ্ডৰ দৰে জীয়াই থাকি থাকি মানুহৰ সহানুভূতিৰ পৰাও তেওঁ বঞ্চিত হৈ পৰিছিল।

মই মাজে সময়ে তেওঁৰ খা-খবৰ ল'বলৈ গৈছিলোঁ। সময়ে ৰঘুনাথ গোস্বামীৰ শৰীৰত বাৰুকৈ আঁচোৰ মাৰি গৈছে। তেওঁৰ মুখমণ্ডল যেন গাড়ী এখনৰ বিধ্বস্ত উইণ্ড স্ক্ৰীণ। আঘাত লাগি সহস্ৰ খণ্ডত ভাঙি গৈছে কিন্তু কিবাকৈ নপৰাকৈ লাগি ধৰি আছে। চকুৰ তলত যেন দুটা পানী ভৰোৱা প্লাষ্টিকৰ টোপোলা। মূৰত চুলি নাই, কাণ দুখন অস্বাভাৱিক ধৰণে ডাঙৰ।

তেওঁ যে মোক চিনি পাইছিল সেই সম্বন্ধেও মই নিশ্চিত নহওঁ। মই ডাঙৰ ডাঙৰকৈ মোৰ নামটো কৈছিলোঁ কিন্তু মোৰ নামটো শুনিও তেওঁৰ মুখৰ ভাবৰ কোনো পৰিৱৰ্তন হোৱা নাছিল। সেই একে ধৰণৰ শূন্য দৃষ্টিৰে তেওঁ দূৰৰ ফালে চাই থাকিছিল।

"খুৰা, কেনে আপোনাৰ গা?"

"কোন?"

মই মোৰ নামটো আকৌ এবাৰ কওঁ

"মহেশক লগ পালে কৰাচোন এনেকুৱা কৰিলে নহ'ব।"

যোগসূত্ৰ স্থাপন কৰাৰ নিষ্ফল প্ৰয়াস? তেওঁৰ ডাঙৰ ল'ৰা মহেশৰ মৃত্যু হোৱাৰ পাঁচ বছৰমানেই হ'ল। মৃত্যু নহ'লে একো গুৎসূত্ৰ নোহোৱাকৈ ইমানদিন ক'ত থাকিব?

হঠাতে ৰঘুনাথ গোস্বামী অত্যন্ত বিৰক্ত হৈ উঠে।

"ধুই নিদিয়া কিয়হে, এইবোৰ ধুই নিদিয়া কিয়? উঃ কি শাস্তি!"

তেওঁ কি ক'ব খুজিছে মই ঠিক ধৰিব নোৱাৰো বিব্ৰতভাৱে প্ৰশ্ন কৰোঁ, "কি কৈছে?"

"এই ঘাবোৰ। তিৰোতাজনী ক'ত?"

তেওঁৰ চিন্তাবোৰ সান-মিহলি হৈ গৈছে। অনবৰত বিছনাত পৰি থকা কাৰণে তেওঁৰ ভৰিপিনা আৰু পিঠিত ঘা হৈছে। এই ঘাৰ যন্ত্ৰনাৰ লগত অইন কিবা অনুভূতি মিহলি হৈ গৈছে।

সৰুকালত আমি ৰঘুনাথ গোস্বামীক যথেষ্ট শ্ৰদ্ধা কৰিছিলোঁ। বৰ ডাঙৰ পণ্ডিত বুলি সকলোৱে তেওঁক সম্ভ্ৰম কৰি চলিছিল। অৱশ্যে তেওঁৰ পাণ্ডিত্য বিচাৰ, কৰাৰ যোগ্যতা আমাৰ তেতিয়া তো নাছিলেই, এতিয়াও নাই। সকলোৱে নিৰ্বিচাৰে মানি লোৱা কথা। পিছে তেওঁৰ বেদৰ ওপৰত লেখা কিতাপখন পঢ়ি মই ভাল পোৱা নাই। মৰফ'লজী অৰ্থাৎ অংগ সংস্থান বিদ্যাৰ কিতাপ বুলি ক'ব পাৰি। আমাৰ নিচিনা সাধাৰণ মানুহে এই কিতাপ-খনৰ পৰা বেদত থকা উচ্চ থাপৰ চিন্তাৰ কোনো ধাৰণা কৰিব নোৱাৰে।

বংশানুক্ৰমে তেওঁৰ ৰক্তধাৰাই কি বিষাক্ত স্মৃতি কঢ়িয়াই আনিছে কোৱা টান কিন্তু অইন ধৰ্মৰ মানুহৰ প্ৰতি আছিল তেওঁৰ দাৰুণ অৱজ্ঞা, ঘৃণা বুলিয়েই কব পাৰি। তেওঁ বিশ্বাস কৰিছিল যে বৈদিক যুগটো পুনৰুজ্জীৱিত কৰি তোলাটোৱেই ভাৰতৰ উদ্ধাৰৰ একমাত্ৰ উপায়। আচল কথা হ'ল বিশ্বাস। যুক্তি থাকিলে ভাল, নাথাকিলে নাই আমাৰ বয়স অলপ বঢ়াৰ লগে লগে আমি

ৰঘুনাথ গোস্বামীৰ পৰা আঁতৰি আহিলোঁ। অসাক্ষাতে তেওঁৰ সম্বন্ধে বিদ্রূপাত্মক মন্তব্যও কৰিবলৈ ধৰিলোঁ।

উদ্‌ভ্রান্তৰ দৰে মহেশ মোৰ ওচৰলৈ আহিছিল।

"আত্মঘাতী হোৱাৰ বাহিৰে মোৰ আৰু অইন একো উপায় নাই।"

মই সমালোচকৰ দৃষ্টিৰে তাৰ ফালে চালো। নন্দিতাৰ লগত মহেশৰ ঘনিষ্ঠতা বৰ বেছি হৈছে বুলি আমি সকলোৱে জানিছিলোঁ।

"দেউতাই এই বিয়াত কোনোপধ্যে সম্মতি নিদিয়ে।"

"কিয়? বেদত প্ৰেমৰ উল্লেখ নাই নেকি?"

মই নিজৰ চপলতাৰ কাৰণে লজ্জিত হৈ পৰিলোঁ। ৰঘুনাথ গোস্বামীৰ মতে নন্দিতাৰ প্ৰতি মহেশৰ আকৰ্ষণৰ কাৰণ প্ৰেম নহয়, লম্পটতা।

"নন্দিতাই কি কয়?"

"তাইও মৰিব।"

"বাঃ। একেবাৰে সন্তীয়া চিনেমা। নমৰাকৈ জীয়াই থাকিলে দোষ কি? দৰকাৰ হ'লে তো পিছতো মৰিব পাৰিবা।"

ৰঘুনাথ গোস্বামীয়ে মোক দেখিলে ঘৃণাত মুখ ঘূৰাই লৈছিল। আমাৰ দৰে চৰিত্ৰহীন ডেকাইতৰ অশুভ প্ৰভাৱে মহেশক তেওঁৰ মতৰ বিৰুদ্ধাচৰণ কৰিবলৈ সাহস গোটাইছে বুলি তেওঁৰ দৃঢ় বিশ্বাস।

পিছে আমি ভুল কৰিছিলোঁ। উৎসাহৰ আতিশয্যত সামগ্ৰিক পৰিস্থিতি বিচাৰ কৰি চোৱা নহ'ল। মহেশ সঁচাকৈয়ে বৰ ভাল ল'ৰা। দোষ আমাৰেই। তাৰ নিজস্ব কোনো মতামত নাছিল। দেউতাকৰ ব্যক্তিত্বৰ প্ৰভাৱত সি সম্পূৰ্ণভাৱে অভিভূত হৈ আছিল। মহেশৰ কিবা নিজস্ব মতামত বা ব্যক্তিত্ব থাকিব বুলি তাৰ দেউতাকে ভবা নাছিল। মহেশ আছিল তেওঁৰেই অস্তিত্বৰ বিস্তৃতি। প্ৰতিটো পদক্ষেপ কৰোঁতে সি নিৰন্তৰ দেউতাকৰ মুখৰ ফালে চাই দেউতাকৰ অনুমোদন বিচাৰি লৈছিল। মহেশ আমাৰ লগত পঢ়িছিল। তাক আমি ভালকৈ জানো। সদায় অলপ সংকোচৰ ভাব। কেতিয়াও চাহ নাখাইছিল। মাছ-মাংস খোৱা নাছিল, চৰিত্ৰ নষ্ট হ'ব বুলি

চিনেমা-থিয়েটাৰ চোৱা নাছিল। আমাৰ লগ ল'লেও নিজে কথা নকৈছিল আৰু দেউতাকে আড্ডা মাৰি আছে বুলি গম পায় নেকি বুলি সন্ত্রস্ত হৈ থাকিছিল। আমি তাক জোকাইছিলোঁ। সি লাজ-কুৰীয়াভাৱে হাঁহিছিল।

দেউতাকৰ মতৰ বিৰুদ্ধে মহেশে নন্দিতাক বিয়া কৰালেও ইয়াৰ পৰিণতি শেষ পৰ্যন্ত বিষময় হৈ পৰিল। সংৰক্ষিত পৰিধিৰ কোনোবা সুৰুঙাৰে ওলাই আহি নন্দিতাক লগ পাই সি অভিভূত হৈ পৰিছিল কিন্তু সুৰক্ষিত আশ্রয় এৰি থকাৰ মানসিক প্ৰস্তুতি তাৰ নাছিল। পদে পদে সি নন্দিতাৰ দোষ দেখিবলৈ ধৰিলে। সি তাইৰ আৰু লগতে নিজৰ জীৱনো দুৰ্বহ কৰি তুলিলে। তিল-তিলকৈ তাৰ মনত বিহ জমা হৈ তাৰ গোটেই বিচৰণ-ক্ষেত্ৰ বিষাক্ত কৰি তুলিলে। নন্দিতাই আমাৰ আগত ওলাই আমাৰ লগত কথা পাতিলেও মহেশে সহ্য কৰিব নোৱাৰা হ'ল।

"ই কৰাচোন, যোৱাচোন বগা কামিজটো ইস্ত্রী কৰি থোৱাচোন।"

মহেশে পি. ডব্লু. ডি. অফিচত একাউনটেন্টৰ কাম কৰি চৰকাৰী ঘৰত আছিল। অফিচতো কাৰো লগত কথা পতা নাছিল। আমাৰ লগ লগা ইতিমধ্যে এৰিলেই। অফিচলৈ যাওঁতেও হেনো নন্দিতাক কোঠা এটাত সুমুৱাই বাহিৰৰ পৰা তলা লগাই গৈছিল।

এবাৰ কিবা কথাত লাগি ধৰিলে ৰঘুনাথ গোস্বামীয়ে তাক এৰি দিব নোৱাৰে। আঁকোৰগোজ হৈ তাকেই ধৰি থাকে। এইটো চৰিত্ৰৰ বলিষ্ঠতাৰ লক্ষণ, আকৌ আনফালেদি চালে দুৰ্বলতাৰো লক্ষণ। মূল কথাতকৈ ৰীতি-নীতিক বেছি গুৰুত্ব দিলে এনেকুৱা হয়েই। মহেশে শেষ পৰ্যন্ত দেউতাকৰ লগত আপোচ কৰিবলৈ চেষ্টা কৰিছিল। লাগিলে নন্দিতাক এৰি দিব বুলিও ইংগিত দিছিল। কিন্তু ৰঘুনাথ গোস্বামীয়ে মহেশৰ কোনো কথাই শুনিবলৈ মান্তি নহ'ল। নিজৰ জেদ এৰি দিয়াটো তেওঁৰ পক্ষে অসম্ভৱ।

দেউতাকৰ অসম্মতিৰ বাতাৱৰণত মহেশৰ পক্ষে বাস কৰা সম্ভৱ

নাছিল। তাৰ উশাহ বন্ধ হৈ যোৱাৰ উপক্ৰম হ'ল। এদিন সি নোহোৱা হৈ গ'ল। মানে মুঠতে অদৃশ্য হৈ গ'ল।

মোৰ ধাৰণা সি ক'ৰবাত কিবাকৈ মৰিল। নিজৰ ভৰিত থিয় হৈ চলাৰ শক্তি তাৰ নাছিল। তাক ৰক্ষা কৰাৰ কাৰণে এজন দেউতাকৰ প্ৰয়োজন।

দেখদেখকৈ চেলু এটা আছেই। তেওঁলোকৰ মতৰ বিৰুদ্ধে নন্দিতাই বিয়াত বহিছে। নন্দিতাৰ কন্যায়েকবোৰে নন্দিতাৰ দায়িত্ব ল'বলৈ অস্বীকাৰ কৰিলে। ইমানখিনিৰ পিছত ৰঘুনাথ গোস্বামীৰ ঘৰত উঠাও তাইৰ কাৰণে টান। পিছে তাই মনৰ বল থকা ছোৱালী। বি. এ. পৰীক্ষা নিদিলেও তাই পাঠ্যক্ৰম সমাপ্ত কৰিছিল। পি ডব্লু ডি অফিচত কাম এটা যোগাৰ কৰি তাই আগৰ ঘৰটোতেই থাকিল।

সময় বৈ নাথাকে। ৰঘুনাথ গোস্বামী সোনকালে বুঢ়া হৈ গ'ল। ইনান বলিষ্ঠ চৰিত্ৰৰ মানুহজন হঠাতে যেন ভাঙি পৰি গ'ল।

যাৰ যি স্বভাৱ। আমি আকৌ উদ্বিগ্ন হৈ পৰিলোঁ। এই অক্ষম বুঢ়া মানুহজনক কোনে চায়? ৰঘুনাথ গোস্বামীৰ অইন দুজন ল'ৰাই অসমৰ বাহিৰত কাম কৰে। ঘৰৰ লগত যোগাযোগ নায়েই। উপায় নাপাই নন্দিতাক লগ ধৰি ক'লোঁ, "কি কৰা যায়?"

"শহুৰ যেতিয়া দায়িত্ব এটা আছে। পিছে মই তেওঁৰ ঘৰত গৈ থাকিব নোৱাৰিম, ক্ষমা কৰিব। মোৰ ইয়াত আনি থয় যদি মই যিমানখিনি পাৰো কৰিম।"

তাইৰ কথা শুনি প্ৰথমে মোৰ খং উঠিছি ।। বুঢ়া মানুহজনক অপমান কৰাৰ মতলব। ঘৃণাৰ সলনি প্ৰেম কিন্তু এই প্ৰেম তাইৰ চৰ্ত মতেহে হ'ব লাগিব

পিছে উপায় নাছিল। বুঢ়া মানুহজনৰ যে অকল বল-শক্তি নোহোৱা হৈছে তেনে নহয়, বুদ্ধি-বৃত্তিও নোহোৱা হৈ আহিছে। কাকো চিনিও নাপায়, একো বুজিও নাপায়। বাধ্য হৈ আমি তেওঁক আনি নন্দিতাৰ ঘৰত থ'লো। তেৰোঁ কোনো আপত্তি

নকৰিলে। বুজি পোৱাৰ শক্তিও তেওঁৰ নাছিল।

পিছে নন্দিতাই কৰিছে, তেওঁৰ কাৰণে যথেষ্ট কৰিছে। ৰঘুনাথ গোস্বামীয়ে নন্দিতাক চিনি পাইছিল বুলি মোৰ সন্দেহ। তেওঁ তাইক মহিলাজনী বা তিৰোতা মানুহজনী বুলি উল্লেখ কৰিছিল। নন্দিতাৰ অসাক্ষাতে মোক ফুচ্ফুচাই সুধিছিল, "এই তিৰোতাজনী কোন?"

নন্দিতাই কৰিছে, যথেষ্ট কৰিছে। শুনিলেই ঘিণ লাগে। ৰঘুনাথ গোস্বামীয়ে বিছনাত মলত্যাগ কৰি হাতেৰে পিটিকি সেই হাতেৰে গা-মূৰ খজুৱাইছে। নন্দিতাই নিৰ্বিবাদে গৰম পানী আৰু ডেটলেৰে ধুই পখালি তেওঁক চাফা কৰিছে। বেয়াও লাগে। এজন দৃঢ়-চিত্ত মানুহৰ কি কৰুণ পৰিণতি।

মাহেকে-পষেকে আমি ৰঘুনাথ গোস্বামীৰ খবৰ লবলৈ গৈছিলো। তেওঁৰ শ্ৰৱণ-শক্তি কমিছে নে নাই কব নোৱাৰো। তথাপি বেচ ডাঙৰকৈ চিঞৰি কওঁ, "খুৰা, কেনে আছে?"

"কোন?"

মই মোৰ নামটো কওঁ। চকুত পৰিচয়ৰ কোনো চিন ফুটি নুঠে। তেওঁ একেদৰে শূন্য দৃষ্টিৰে চাই থাকে। আমি মনে মনে কিছুপৰ বহি থাকোঁ। দুৱাৰমুখ পোৱাত হঠাতে তেওঁ কৈ উঠে, "হেৰা, মহেশক কবাচোন।"

মহেশক কি কব লাগে তাকে জানিবলৈ আমি অধীৰ আগ্ৰহেৰে ৰৈ থাকো। পিছে নাই, আকৌ অসহ্য পীড়াদায়ক নিস্তব্ধতা।

# শত্রু আৰু বন্ধু

চিগাৰেট খাই থাকোঁতে হঠাতে শ্বাসনলীত ধোঁৱা সোমোৱাত বেয়াকৈ গাঁঠি খালো। পৰিবাৰে বিছনাত শুই এখন আলোচনী চাই আছিল। তেওঁ বিজ্ঞৰ দৰে মন্তব্য কৰিলে :

"কোনোবাই গালি পাৰি আছে। কিয় নো গালি পাৰিছে ?"

কোনোবাই গালি পাৰি থকা কাৰণে যে গাঁঠি খাইছো সেইটো নহয়। তেওঁ জানে, মইয়ো জানো। কিন্তু কোনে কাক কেতিয়া আৰু কিয় গালি পাৰে কোৱা অসম্ভৱ।

বয়সৰ লগে লগে মোৰ স্পৰ্শকাতৰতা যথেষ্ট কমি আহিছে। কমিছে আৰু কি ? আচলতে গাৰ ছাল গড়ৰ ছালৰ দৰে ডাঠ হৈ গৈছে। আঘাত কৰিলে ওকৰি আহে, হাজাৰ গালি পাৰিলেও গাত নালাগে। পিছলি যায়।

ডেকা বয়সত ভাবিছিলো যে সকলোৱে মোক ভাল পাব, সকলোৱে মোৰ শলাগ লব। এতিয়া বুজি পাইছো যে এইটো এটা অসম্ভৱ প্ৰত্যাশা। সদায় আকাশত পূৰ্ণিমাৰ জোন ওলাব বুলি আশা কৰাৰ দৰে ভুল।

কোনোবা এজন মানুহক বিৰূপ কৰিবলৈ হলে তেওঁৰ লগত যে কাজিয়া কৰিব লাগিব তাৰ কোনো মানে নাই। সজ্ঞানে কিবা অন্যায় কৰাৰো প্ৰয়োজন নাই। আনকি মানুহজনৰ লগত চাক্ষুষ পৰিচয় থকাৰো প্ৰয়োজন নাই। কেতিয়া কাক যে কেনেকৈ তেওঁ বিৰূপ কৰিছে সেই সম্বন্ধে মানুহ এজনৰ হয়তো কোনো ধাৰণাই নাথাকিব পাৰে।

সত্তৰৰ দশকৰ প্ৰথমৰ ফালে মই হঠাতে কিছুমান বেনামী চিঠি পাবলৈ আৰম্ভ কৰিলো। নিৰ্দিষ্ট কোনো অভিযোগ নাই কিন্তু চিঠিৰ ভাব আৰু ভাষাৰ পৰা সহজেই বুজিব পাৰি যে এই বেনামী পত্ৰবোৰৰ লিখোঁতাজনে কিবা কাৰণত মোৰ ওপৰত ভীষণভাবে জ্বলি আছে। ভাষা অমাৰ্জিত হ'লেও ভাষাৰ গাঁথনিৰ পৰা বুজি পোৱা যায় যে মানুহজন অশিক্ষিত নহয়।

তেতিয়া অভিজ্ঞতা কম আছিল। মানুহজনে মোৰ মনত যথেষ্ট অশান্তি সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। মই চিন্তা কৰি কৰি হাইৰাণ। কোনে লিখিছে, কিয় লিখিছে?

কিছুদিন আগতে মই এখন পাঠ্যপুথি পুনৰ্নিৰীক্ষণ কৰি কিছুমান ভুল উদঙাই দিছিলোঁ। লিখকজনৰ আত্মসম্মানত আঘাত লাগিল নেকি? অসংগত আৰু অসম্ভৱ সন্দেহ। তেওঁ নিজে এনেকুৱা জঘন্য কামত জড়িত নহ'বও পাৰে। তেওঁৰ অনুৰাগী ভক্ত এজনেও তো লিখিব পাৰে। পিছে তেওঁ কথাবাৰ জানে নে নেজানে? এজন শ্ৰদ্ধেয় শিক্ষকৰ সম্বন্ধে মনত এনেকুৱা সন্দেহৰ উদয় হোৱাটোৱেই তো মোৰ কাৰণে এক বিৰাট শাস্তি।

অথবা এওঁ শ্ৰীযুত 'ক' নেকি? তেওঁৰ ল'ৰাৰ চাকৰিৰ কাৰণে মোক কৈছিল। ঠিক মোক নহয়। নিয়োগকৰ্তাজনৰ লগত মোৰ ভাল। সেই সূত্ৰলৈ মোৰ ওচৰত আহিছিল। "আপুনি ক'লেই হৈ যাব।" তেওঁৰ ল'ৰাজনে চাকৰিটো নাপালে।

শ্ৰীযুত খ' নেকি? তেওঁ মোক ভাল নাপায়। মোৰ লগত তেওঁৰ কোনো কাজিয়া নাই। মোৰ দুৰ্ভাগ্য যে পদোন্নতিৰ ক্ষেত্ৰত তেওঁৰ প্ৰতিদ্বন্দ্বীৰ লগত মোৰ ভাল আগৰ পৰাই ভাল। এয়েই মোৰ দোষ।

যেনেকৈ হঠাতে আৰম্ভ হৈছিল তেনেকৈ হঠাতে বেনামী চিঠিবোৰ বন্ধ হ'ল।

এতিয়া মই বুজি পাইছো যে এইবোৰ কথা লৈ ভাবি মূৰ গৰম কৰি লাভ নাই। কোনো যুক্তি বিবেচনা নোহোৱাকৈ শত্ৰুতা

আৰু ঘৃণাৰ উৎপত্তি হ'ব পাৰে। আপুনি ফাকিফুকা নিদিয়াকৈ কাম কৰে কাৰণেও আপোনাৰ সহকৰ্মীবোৰে আপোনাক বেয়া পাব পাৰে। আপুনি পাৰিলে মানুহৰ উপকাৰ কৰে কাৰণে কিছুমান মানুহে আপোনাক বেয়া চকুৰে চাব পাৰে। কাৰণ কিবা এটানে? অসংখ্য কাৰণ থাকিব পাৰে। আপুনি একো গম নোপোৱাকৈ মহানন্দে আছে।

এজন মানুহে আনজনৰ লগত হাঁহি মাতি কথা পাতে কিন্তু হয়তো ভিতৰি ভিতৰি প্ৰথমজনে দ্বিতীয়জনক তীব্ৰভাৱে ঘৃণা কৰে।

প্ৰত্যেকজন মানুহক সন্তুষ্ট কৰা অসম্ভৱ। এনেকুৱা হ'ব পাৰে যে আপুনি এক জটিল সমস্যাত পৰি বৰ উদ্বিগ্ন হৈ আছিল। বাটেৰে অনামনস্কভাৱে গৈ থাকোঁতে আপোনাৰ কাষেৰে গৈ থকা চিনাকি মানুহ এজনে আপোনাৰ ফালে চাই সম্ভাষণসূচক হাঁহি এটা মাৰিলে। অনামনস্ক হৈ থকা কাৰণে আপুনি তেওঁক লক্ষ্য নকৰিলে। তেওঁৰ হাঁহিৰ উত্তৰত আপুনি নেহাঁহিলে। বচ্, হৈ গ'ল। চিৰদিনৰ কাৰণে এজন শত্ৰু সৃষ্টি কৰি ল'লে।

"ইমান অহংকাৰ! দেখিও মোক মাত একাষাৰ নিদিলে।"

বাচষ্টেণ্ডত বৈ আছিলো। ডেকা ল'ৰা এজনৰ লগত সিফালৰ পৰা ছোৱালী এজনী আহি আছিল। দূৰৰ পৰাই মোক দেখি ছোৱালীজনীৰ মুখত সম্ভাষণৰ হাঁহি বিৰিঙি উঠিল।

"মামা দেখোন।"

মোৰ শূন্য দৃষ্টি লক্ষ্য কৰি মাজ বাটতে তাইৰ হাঁহি লাজতে পলাই গ'ল।

মই সংকোচেৰে সৈতে কলো, "ৰবাচোন, ৰবা। কোন কোৱা-চোন। তৎক্ষণাৎ ঠিক চিনিব পৰা নাই।"

"নালাগে দিয়ক, চিনি নাপালেও হ'ব।"

বাচত ভাবি ভাবি গৈ থাকোঁতে হঠাতে মনত পৰি গ'ল। ছিঃ। পুনি বাইৰ ছোৱালী ইলুক চিনি নাপালো? অলপতে বিয়া হৈছে। লগৰ ল'ৰাজন জোঁৱাই নিশ্চয়। তাই বৰ লাজ পালে।

পাবইতো। ছিঃ।

নাই, কোনো লাভ নাই। শত্রুতাৰ কাৰণ বিচাৰি লাভ নাই। মই জনামতে ব্যায়াকৰণৰ কিবা সূত্ৰৰ ব্যাখ্যা লৈ দুজন অধ্যাপকৰ মাজত কথা-বতৰা বন্ধ।

বাটেৰে গৈ থাকোঁতে অকস্মাতে পিছফালৰ পৰা পিঠিত থাপ্পৰ এটা পৰাত জাপ মাৰি উঠিলো। ঘূৰি দেখিলো এজন অবাঞ্ছিত মানুহে মোৰ ফালে চাই হাঁহি আছে। দেখিলেই মেজাজ বেয়া হয়, ওচৰৰ পৰা আঁতৰি যাবৰ মন যায়।

লেতেৰা ধুতি, ফটা কামিজ' অবিন্যস্ত চুলি, মুখত কেইবাদিনো নুখুৰা আধাপকা ডাটি। চকুৰ কোণত ফেচ্‌কুৰি আৰু দুয়োকাষে ওঁঠ দুটাৰ সংযোগস্থলত গোটমৰা শুকান লেলাউটিৰ বগা দাগ।

"আৰে, কিক্‌খবৰ?"

মই প্ৰশ্নসূচক দৃষ্টিৰে তেওঁৰ ফালে চালো।

"চিনি পোৱা নাই?"

চিনি পোৱা নাই বুলি. তৎক্ষণাৎ কৈ দিয়াৰ সাহস নহ'ল। অনিশ্চিত ভাৱে অলপ হাঁহিলো মাত্ৰ।

"বাপ্‌ৰে, কিমান দিনৰ মূৰত দেখা। আহা, চাহৰ দোকানত বহি কথা পাতো। চাহতকৈ কাঢ়া কিবা চলিব নেকি?

মানুহজনে যিখন চাহৰ দোকানত মোক লৈ গ'ল তেনেকুৱা দোকানত মই চাহ নাখাওঁ, অন্তত. যোৱা কেইবছৰমান মই তেনেকুৱা দোকানত ভৰি দিয়া নাই। দোকানৰ চেহেৰা দেখিয়েই বিতৃষ্ণা লাগি গ'ল। অতিশয় লেতেৰা। লৰক-ফৰক জৰাজীৰ্ণ কাঠৰ ভেঞ্চ আৰু বেঞ্চ। লেতেৰা পোচাকপাতি পিন্ধা কিছুমান মানুহে ভৰি তুলি বহি চাহ খাই আছে। এটা আইনা লগোৱা আলমাৰী আছে, কিন্তু আইনাবোৰ ভাগি গৈছে। ভিতৰত খোৱা খোৱা বস্তুবোৰত মাখিৰ স্তৰপ এটা পৰি আছে। দুইজন অতি লেতেৰা গামোচা পিন্ধা ল'ৰাই পৰিবেশন কৰি আছে।

পৰিবেশ দেখি মোৰ ঘিণ লাগি গ'ল।

মানুহজনে মোক সুধিলে,

"কি খাবা ?"

"একো নালাগে, চাহ-হলেই হব।"

ল'ৰা এজনে একে পাকতে দুই কাপ চাহ আনি ঠকৈকৈ ডেস্কৰ উচ্ছিষ্টৰ মাজত থলে। আধাখিনি প্লেটত আধাখিনি কাপত। কাপৰ চেহেৰা আৰু চাহৰ ৰং দেখিলেই বমি কৰি দিবৰ মন যায়। মানুহজনে প্লেটত বাগৰি পৰা চাহখিনি সন্তৰ্পনে কাপত বাকি লৈ তৃপ্তি সহকাৰে সোহা মাৰিলে।

ভুৰু নচুৱাই কলে, "তাৰপিছত ? পোচাকপাতিৰ বেচ জলক হৈছে দেখোন। কিয় নহব ? দুই হাতে পইচা লুটি আছা। ভালেই কৰিছা। সুযোগ পালে এৰিবা কিয়হে ? টকা মাৰিলে এনেকুৱা সবহকৈ মাৰিব লাগে। ধৰা পৰিলেও একো নহয়। হাতত টকা থাকিলে কিহৰ চিন্তা ? আটাই কেইজন ডাঙৰ উকিলক লগাই দিলেই হ'ল। কোনে কি কৰে ?"

মই উদ্বিগ্ন হৈ উঠিলো। ক'ৰবাত কিবা গণ্ডগোল হৈছে। হয় মোকেই ভুল কৰিছে নহলে মই কি কাম কৰো সেই সম্বন্ধে ভুল ধাৰণা কৰি আছে। দোকানত বহি চাহ খাই থকা মানুহ-বোৰে মোৰ কীৰ্তিৰ কথা শুনি সম্ভ্ৰমৰ দৃষ্টিৰে মোৰ ফালে চাই আছে।

"আৰে বাবা, তোমাক নাজানো ? দেখিলে মানুহে ভাবিব যে তুমি ভজা মাছডোখৰ ওলোটাই লৈ খাব নাজানা।"

মোৰ এই ওপৰঞ্চি গুণৰ কথা শুনি মোৰ প্ৰতি উপস্থিত মানুহবোৰৰ শ্ৰদ্ধা বাঢ়ি গ'ল।

"হেৰা, ছোৱালীৰ পিছে পিছে ঘূৰা অভ্যাসটো তোমাৰ এতিয়াও আছে নে নাই ? হোষ্টেলত থাকোঁতে··· "

মই ব্যস্ত হৈ উঠিলো।

"ৰ'বচোন, ৰ'ব। আপুনি অইন কাৰোবাৰ ।"

"ভেট্, চালা, লাজ কৰিছ কিয় ? লাজৰ কি আছে ? চব চালাৰ মনৰ কথা জানো। কোনোবাই স্বীকাৰ কৰে, কোনোবাই

নকৰে।"

একেবাৰে তুমিৰ পৰা তই। তাৰোপৰি চালা! আৰু আগ-বাঢ়িব দিব নোৱাৰি

"আপুনি ভুল কৰিছে। মই আপোনাক ।"

"মনে মনে থাক চালা। আৰু শুনাম নেকি তোৰ কীৰ্তিৰ কথা? দে, বাদ দে। ভাল ছোৱালী লাগিব নেকি তোক তাকে ক। একেবাৰে কুমলীয়া আৰু নতুন। লাগে যদি ক, লাজ কৰিব নালাগে।'

মহা-জুলুম! মই থিয় হৈ কলো, 'বাৰু, যাওঁ, মোৰ অলপ দৰকাৰী কাম আছে।"

মানুহজনে বেচ সপ্ৰতিভ ভাৱে দোকানীক কলে, "চাহৰ দাম এতিয়া থাকক। পিছত একেলগে দিম।"

দোকানীজন চকু মুদি শুই আছে যেন লাগিছিল। বিদ্যুৎ-স্পৃষ্টৰ দৰে জাপ মাৰি উঠিল।

"নহব। সেইবোৰ নহব পইচা দি যোৱা।"

দোকানৰ কাম কৰা ল'ৰা এজনক মাতি দোকানীয়ে চিঞৰ-বাখৰ লগাই দিলে।

"এই বেটা, ইয়াক আকৌ চাহ দিছ কিয়? বিনা পইচাত মানুহক চাহ খুৱাবৰ কাৰণে দোকান খুলি বহি আছো? চৰ মাৰি দাঁত খুলি দিম?"

মই ব্যস্ত হৈ জেপৰ পৰা পইচা উলিয়াবলৈ গলো। মোক টানি লৈ অনা মানুহজনে ঠেলামাৰি মোৰ হাতখন গুচাই দিলে।

'বন্ধু মানুহ, ইমান দিনৰ মূৰত লগ পাইছো। তই কিয় দিবি? পইচা মই দিম।"

অতি অস্বস্তিকৰ পৰিস্থিতি।

# অপৰাজেয়

ক্লান্তি, অপৰিসীম ক্লান্তি। বলৰামৰ ইচ্ছাও দুৰ্ব্বল হৈ পৰিছে। কিবা এটা খামোচ মাৰি ধৰাৰ তাৰ আৰু ইচ্ছা নাই। ক্লান্তিত হাতৰ মুঠি অজ্ঞাতে শিথিল হৈ যায় খাদ্য, আশ্ৰয়, এইবোৰ বিষয়ে তাৰ আৰু সামান্যতম উৎসাহ নাই।

"গ'ল, গ'ল, গ'ল।"

নাই, নমৰিল : বলৰামৰ পৰিবাৰ মেনোই হাতত ধৰি হেঁচোক মাৰি তাক দ্ৰুতগামী ট্ৰাক এখনৰ তলত পৰাৰ পৰা ৰক্ষা কৰিলে। বলৰামৰ নিজৰ পৰা এইখিনি প্ৰয়াস কৰাৰো ইচ্ছা নাই।

পানবজাৰত ইমান ভিৰৰ মাজতো নিঃসঙ্গ মৰণাপন্ন মানুহজনক দেখি বলৰামৰ আৰু যুঁজ কৰি থকাৰ ইচ্ছা নাইকিয়া হৈছে। মিছাকৈ ইমান চেষ্টা, ইমান শাস্তি। বলৰামৰ একমাত্ৰ ইচ্ছা হ'ল সি ক'ৰবাত শুব। পাৰিলে সি যেন মাজবাটতে গা এৰি দি পৰি থাকিব : তাক খাদ্য, আশ্ৰয় এইবোৰ একোকে নালাগে। হাতভৰি মেলি কৰবাত শুব পাৰিলেই হ'ল। অচেতনতাৰ অটল গহ্বৰত তল যোৱাৰ মন। নৰকযাতনাৰ পৰা মুক্তিৰ একমাত্ৰ উপায়।

বাটৰ কাষত গছজোপা দেখা পাই গছৰ তলত বলৰামে গা এৰি দিলে। ওপৰফালে মুখ কৰি দীঘল হৈ শুই পৰিল। কঁকালত মেৰোৱা ফটা কাপোৰ ডোখৰৰ গাঁঠি খুলি তাৰ জননেন্দ্ৰিয় ওলাই পৰিল। মেনোই কাপোৰ টানিটুনি ঢাকি দিলে।

গাত বল আছিল বলৰামৰ। বলবিজ্ঞানৰ সূত্ৰমতে ঘণ্টাত সি কিমান ফুট-পাউণ্ড কাম কৰিব পাৰিছিল উলিওৱা টান নাছিল।

পিছে পেশীশক্তিক কাৰ্যকৰী ভাৱে ৰূপান্তৰিত কৰি ধুনীয়াকৈ জীয়াই থকাৰ কোনো সুযোগেই সি নাপালে।

বংশানুক্রমে সিহঁতে বৰুৱা পৰিয়ালৰ মাটিত আধিয়াৰ হিচাপে খেতি কৰিছিল। বলৰামে নিজেও গজানন বৰুৱাৰ মাটিত খেতি কৰিছিল। অখণ্ড প্রতাপ এই বৰুৱা পৰিয়ালৰ। সাধাৰণ মানুহে বৰুৱাক 'ৰাজা' বুলি কয়।

"উমৰা আমাৰ ৰাজা"।

অর্থাৎ তেওঁ আমাৰ ৰজা। বৰুৱাৰ ইচ্ছাৰ বিৰুদ্ধে যোৱাৰ উপায় বা সাহস কাৰো নাই। গতিকে নিৰ্ব্বাচনী ৰাজনীতিত বৰুৱাৰ প্রতিপত্তি অসীম। তেওঁৰ সহায়ৰ মূল্যও তেওঁ পূৰা আদায় কৰি লৈছে। নিৰ্ব্বাচনত বিজয়ী প্রাৰ্থীৰ দলে কৃতজ্ঞ ভাৱে তেওঁক সকলো ধৰণৰ সহায় কৰি আছে। কৃষি, মীন বিভিন্ন বিভাগৰ পৰা তেওঁ কিমান টকা ধাৰ পাইছে তৎক্ষণাৎ হিচাপ কৰি কোৱা টান। পিছে হিচাপ কৰাৰ দৰকাৰো নাই। তেওঁ এই টকা কেতিয়াও ফিৰাই দিবলগীয়া নহয়। তেওঁক অসন্তুষ্ট কৰি এই অঞ্চলৰ পৰা কোনো দলে নিৰ্ব্বাচনত জয়লাভ কৰিব নোৱাৰে।

গজানন বৰুৱাৰ প্রতাপ দিনকদিনে বাঢ়ি গৈ আছে। আৰু সেই অনুপাতে সাধাৰণ মানুহৰ অৱস্থা ক্রমাৎ বেয়া হৈ আহিছে। বৰুৱাই যেতিয়া ট্রেক্টৰ আদি লৈ আধুনিক পদ্ধতিৰে খেতি কৰিবলৈ ল'লে তেতিয়া তেওঁৰ মাটিত খেতি কৰি খোৱা মানুহবোৰৰ অৱস্থা নাইকিয়া হ'ল। এখন ট্রেকটৰৰ অশ্ব শক্তি পঞ্চাশৰ পৰা ষাঠি। বলৰামৰ সামান্য শক্তিৰ মূল্য নোহোৱা হ'ল। ফলত বৰুৱাই সেউজীয়া বিপ্লৱ ঘটালেও গাওঁৰ অইন বহুতৰে লগত বলৰামো নিঠৰুৱা হ'ল।

বলৰামৰ মাক জলোবুঢ়ীৰ চকুত ছানি পৰিছে। চকু দুটা ঘঁহা আয়নাৰ দৰে। বুঢ়ীয়ে চকুৰে একো দেখা নাপায় তথাপিও ঘৰত বহি নাথাকে। লাখুটি এডাল টকটকাই ঘুৰি ফুৰে। সকলোৰে ঘৰত হাহাকাৰ। গাওঁৰ সকলোৰে অৱস্থা কিয় এনেকুৱা হ'ল বুঢ়ীয়ে

একো ভলানলা নাপায়। মানুহবোৰৰ কি হ'ল? বহিৰলৈ নকয়, ভালকৈ মাতষাৰো নিদিয়ে। ধানৰ মোন হেনো তিনিকুৰি টকা। কথাধাৰ বুঢ়ীৰ ধাৰণাৰ অতীত। আলোকবৰ্ষৰ দৰে এটা অনুমান-সিদ্ধ কথা মাত্ৰ।

বলৰামৰ বাপেকে গণি গণি তিনিকুৰি টকা দি তাইক আনিছিল। এই লৈ সকলোৱে কোৱাকুই কৰিছিল। আহু ধানৰ মোন আছিল ন অনা, দহ অনা। অইন নহ'লেও ভাতকেইটা খাই আছিল। এতিয়া তাকো নাই। নাতি-ল'ৰাহঁতটাই দিনেৰাতি পেটৰ ভোকত কান্দে। কিবা দায়দোষ লাগিছে। নহ'লে এনেকুৱা হব কিয়?

কাৰো কথা নুশুনে জলোবুঢ়ীয়ে। চকুৰে একো নেদেখে পিছে টকৃটককৈ ঘূৰি ফুৰা বন্ধ কৰিবৰ নাই। মণ্ডলহঁতৰ এটা ভেড়া-ছাগলী আছে, স্ফূৰ্তি লাগিলে লৰি আহি মানুহক মূৰেৰে খুন্দা মাৰি দিয়ে। জলোবুঢ়ীকো ধূমমাৰি খালত পেলাই দিলে। কঁকালত দুখ পাই বুঢ়ী লৰিব চৰিব নোৱাৰা হ'ল। তাইৰ মূৰত সোমালে যে গোটেই পৰিয়ালটোক অমঙ্গলে চুইছে। একেটা কথা কৈ কৈ বুঢ়ীয়ে সকলোকে অস্থিৰ কৰি তুলিলে।

"হে মাও, ছোবছনী (সুবচনী) পূজা পাতেক। নাহইলে অক্ষা (ৰক্ষা) নাই। যেমন কৰি হউক পূজাৰ যোগাৰ কৰেক।"

এই পূজাৰ বহুতো যা-যোগাৰ লাগে। নেজপাত (আগলতি কলপাত) একো একোখনত একোআখি কল তামোল পান আদিৰে নবুদ (নৈবেদ্য) সজাই কলপাতত সিন্দুৰৰ ফোট দি লব লাগে। জীয়ৰী-বোৱাৰীসকলে শুদ্ধ কাপোৰ পিন্ধি হাতত ফুল লৈ আঠু-কাঢ়ি বহে। কোনোবা এজনীয়ে সুবচনীৰ আখ্যান বৰ্ণনা কৰে; অইন এজনীয়ে হুকাৰ ধৰি থাকে। একোটা একোটা অধ্যায়ৰ বৰ্ণনা শেষ হ'লে আয়তীসকলে ফুল লৈ নেজপাতত অঞ্জলি দিয়ে। বংশ পৰম্পৰাই শুনি শুনি জলোবুঢ়ীয়ে খুব শুদ্ধভাৱে আখ্যান বৰ্ণনা কৰিব পাৰে। অইন কাৰোবাৰ ঘৰত পূজা পাতিলেও বুঢ়ীক মাতি নিয়ে। তন্ময় হৈ বুঢ়ীয়ে উপাখ্যান বৰ্ণনা কৰি যায়।

'ৰজাৰ গুৱালিনীৰ চাণ্ডালিনীৰ লগত খুব মিল। দুয়ো এদিন একেলগ হৈ নৈৰ পাৰত সুবচনী পূজা কৰি কলপাতত প্ৰসাদ খাই সেই কলপাত পুতি থলে। কোনোবাই দেখা পাই ৰজাক লগালে। শুনি ৰজাৰ খুব খং উঠি গ'ল। এই গুৱালিনীয়ে যোগান ধৰা বস্তু তেওঁ খায়। পাইক পঠিয়াই গুৱালিনীক ধৰি আনিলে। ৰজাই ক'লে তোমাৰ গোসাঁনী কিমান ডাঙৰ চাওঁ। একবছৰ আগতে মোৰ পাটহাতী মৰিছে। সেই হাতীক জীয়াই দিব লাগিব। গুৱালিনীয়ে শুদ্ধাচাৰে সুবচনী পূজা আৰম্ভ কৰিলে। পূজা শেষ হোৱাত পাটহাতী মাটিৰ তলৰ পৰা উঠি গা জোকাৰি থিয় হ'ল।"

বুঢ়ীৰ পেনপেননি শুনি শুনি বলৰামৰ মনতো খোকোজা লাগিল। এনেকুৱা দুৰৱস্থাতো সিহঁতৰ কেতিয়াও নাছিল। কিয় এনেকুৱা হ'ল? গুৰু গোসাঁই নামানিলে অমঙ্গল নহব তো কিটো হব? বৰুৱাৰ ঘৰত বাৰ মাহে তেৰ পূজা লাগিয়েই আছে। দুৰ্গা পূজা, লক্ষ্মীপূজা, কিমান ধুমধাম, কিমান খৰচ। বৰুৱাহঁতৰ অৱস্থা ভাল নহব তো কাৰ হ'ব? ঘৰ-দুৱাৰেই চাবা নে গাড়ী-ঘোঁৰাই চাবা।

"চাওঁ, গুচ গুচ।"

জগন্নাথ ডাক্তৰৰ মাত। ডাক্তৰৰ চাইকেলৰ ব্ৰেকো নাই, বেলো নাই। দূৰৰ পৰা আৱাজ কৰি ডাক্তৰে মানুহক সাৱধান কৰি দিয়ে। চেৰাবলীয়া মানুহ। বহুদিন আগতে চহৰৰ যতীন ডাক্তৰৰ ফাৰ্মাচীত কম্পাউণ্ডাৰৰ কাম কৰিছিল। এতিয়া গাওঁতে চিকিৎসা কৰে। সাধাৰণ মানুহৰ সাধাৰণ দৰৱ। ল'ৰা-ছোৱালীৰ পানী লাগিলে মিঠাতেল গৰম কৰি মালিচ কৰিবলৈ দিয়ে। কৃমি-বিকাৰ হ'লে মাটিকঁঠালৰ পাতৰ গুৰিৰ ফালৰ বগা অংশৰ ৰস উলিয়াই খাব দিয়ে। লাও, কোমোৰা যি পায় তাতেই সন্তুষ্ট। অত্যন্ত দুৰ্মুখ। সকলোৱে তেওঁক ভয় কৰে।

চাইকেলখনে বলৰামক খুন্দা মাৰিলেই। ওলোটাই ডাক্তৰে খঙ।

"কি সোমাইছেহে তোমাৰ কাণত? একো শুনা নোপোৱা।

পৰি ভৰিব ছাল গ'ল।"

সুবচনীৰ পূজাৰ যোগাৰ কৰাৰ কাৰণে বলৰামে মনে মনে মদনৰ দোকানত কাঁহৰ বাচন বেচি আহি আছিল। যাঙঁতে দেখা পালে ডাক্তৰে খালে হয়। খাবলৈ নোপোৱা মানুহৰ এনেবোৰ কাণ্ড দেখিলে ডাক্তৰে কুকুৰে কাঁইট নোখোৱা গালি পাৰিবলৈ ধৰে। শেষপৰ্য্যন্ত তেওঁ খণ্ডতে মাতিব নোৱাৰা হয়।

'মূৰ্খৰ দল, অন্ধৰ দল।"

এই একেটা বাক্যৰ পুনৰাবৃত্তি কৰি থাকে।

লাভ একো নহ'ল। কাঁহিবাটিবোৰ গ'ল। বান অহাৰ আগৰ পৰাই অনাহাৰ আৰম্ভ হ'ল।

প্ৰতি বছৰে বান আহে, ঘৰৰ ভিতৰতো পানী সোমায়। সাময়িক ভাৱে পি. ডব্লু. ডিৰ বাটত আশ্ৰয় লোৱাটো এটা সাধাৰণ কথা। মানুহে মালবস্তু গৰু-ছাগলী আনি বাটত তোলে। ঢাৰি, চট ইত্যাদিৰে চালি সাজি বাটতে সংসাৰ পাতে। পানী কমিলে আকৌ ঘৰলৈ উভতি যায়। ঘৰৰ লগত সম্বন্ধ ছিঙি নাযায়, শিপা উভালি নাহে।

আগতে পানী খুব বেচি হ'লে বলৰামহঁতেও বাটত আশ্ৰয় লৈছিল ধান-চাউল লগতে লৈ আনিছিল। মেনোই বাটত মেলি দি ধান শুকাই লৈছিল। বাটত থাকিলেও গৃহস্থালিৰ নিয়ম নীতি বাদ দিবলগীয়া নহৈছিল। ইজনে সিজনৰ খা-খবৰ কৰিবলৈ আহিলে সোধপোছ কৰিছিল, বহিবৰ কাৰণে পীৰা এখনো আগবঢ়াই দিছিল। বলৰামৰ মাকে পান এপাত আঠুৰ কাপোৰত মচি লৈ মানুহক তামোল-পানো যাচিছিল।

ইবাৰৰ কথা বেলেগ। বান হ'ল উপলক্ষ্য মাত্ৰ। বহাগৰ পৰাই মানুহৰ খাবলৈ একো নাই। ধানৰ দাম মোনে ইতিমধ্যে ষাঠি টকা পালে গৈ বিসকলৰ ধান আছে তেওঁলোকে ধৰি থাকিল। যি লক্ষণ, ধানৰ দাম কিমান পায়গৈ ঠিক নাই। আগতেই বেচি দি লোকচান ভৰিব নেকি?

জলোবুঢ়ীয়ে চকুৰে নেদেখে, কঁকালত দুখ পাই ভালকৈ খোজ কাঢ়িবও নোৱাৰে। বলৰামে বুঢ়ীক দাঙি লৈ আহিল।

আৰম্ভ হ'ল অনাহাৰ। পেটত নহয়, হৃৎপিণ্ডৰ ঠিক তলতে চৌবিশ ঘণ্টা এটা ভোটা বিষ। কাণত সদায় তালমাৰি ধৰা এটা অস্বস্তিকৰ অনুভূতি। প্ৰথমতে ভোকত পেট কলকলাই আছিল যদিও পিছত বন্ধ হ'ল। পিছে হৃৎপিণ্ডৰ তলত খিল মাৰি ধৰা বিষটো অলপ সময়ৰ কাৰণেও নুগুচে। আৰু অৱসাদ, শৰীৰৰ কোঁহে কোঁহে অৱসাদ। ভৱিষ্যতৰো কোনো আশা নাই। বলৰামৰ মনত হতাশা আৰু তীব্ৰ আতংক। খেতিপথাৰৰ কাম বন্ধ। ক'তো কোনো কামকাজ নাই। নিৰুৎসাহ মন লৈ সি কাম বিচাৰি যায়, হতাশ হৈ উভতি আহে।

বলৰামৰ ডাঙৰ ল'ৰা যদুৰ বয়স আঠ বছৰ। সৰুজন ল'ৰা মধু পাঁচ বছৰৰ। অকণমান ল'ৰা যদু হঠাতে বৰ কৰ্ম্মিৎকৰ্মা হৈ উঠিল। কাকো নোকোৱাকৈ সি ক'ৰবাত গুচি যায়। কচু, লাও, অমিতা কিবাকিবি এসোপা লৈ ঘূৰি আহে। কোনেও তাক একো প্ৰশ্ন নকৰে। মেনোৱে সেইবোৰ সিজাই দিয়ে। তলমূৰ কৰি সকলোৱে খায়।

বৰষুণত তিতি থকা আৰু জেকা মাটিত শুই থকা কাৰণে বলৰামৰ কাহ হৈছে। চৌবিশ ঘণ্টা কাহি থাকে। ৰাতি কাহি কাহি উশাহ বন্ধ হোৱাৰ উপক্ৰম। কাষৰ চালিটোত থকা ভৱত অস্থিৰ হৈ উঠে। যান্ত্ৰিক ভাৱে ডাবি দিয়ে "এই বলৰাম।" জলোবুঢ়ীয়ে শুই শুই দিনটো গুণগুণাই কান্দে।

"ইবাৰ কায়ো বাচিব নাহয়, সগায় মৰ্‌বে। পেটৰ ভোকত সগায় শুকি মৰ্‌বে।"

শুনি শুনি বলৰামৰ অসহ্য লাগি যায়। আতংকত বুকু কঁপি উঠে। হঠাতে চিঞৰি ডাবি দি উঠে।

এই, চুপ থাক। কু-ডাক ডাকি নাথাকিস।'

জগন্নাথ ডাক্তৰেও মদন দোকানীক ভেঙুচাই ডাবি দি উঠিল!

"যোৱা, যোৱা, তুমি মোৰ ই ছিঙিবা।"

সিদিনা আবেলিলৈ ঘৰত নহাত বলৰামে যদুক বিচাৰি গ'ল। মদনৰ দোকানৰ সমুখত কিছু মানুহ গোট খাই থকা দেখিলে। যদুৰ সমনীয়া ল'ৰা হলা দূৰত বলৰামক দেখি লৰৰি আহিল।

"যদুক মদন দোকানীয়ে বান্ধি থৈছে। দোকানৰ পৰা সি লাড়ু চুৰ কৰিছে।"

মদনে যদুক তাৰ দোকানৰ বাৰান্দাৰ খুটাত বান্ধি থৈছে। প্ৰথমতে মাৰধৰ কৰিছিল। বন্ধা অৱস্থাতো যদুৱে সেও মনা নাই। সি ঠেকত পৰা জন্তুৰ দৰে আক্ৰোশত মানুহবোৰৰ ফালে চাই আছে। বলৰামক দেখি মদনৰ খং চৰি গ'ল।

"এই বয়সতে ছলিৰ ইমান গুণ। ডাঙৰ হ'লে ই বেটা ডকাইত হব।"

দুটা মুড়িৰ লাড়ু চুৰ কৰাৰ অপৰাধত সৰু ল'ৰা এজনক এনেকৈ বান্ধি থোৱা দেখিলেও উপস্থিত কোনেও প্ৰতিবাদ কৰা নাছিল। বৰং সন্তানৰ দুষ্কৰ্মৰ কথা শুনি বলৰামে হিতাহিত জ্ঞান-শূন্য হৈ তাকেই মাৰিবলৈ খেদি গ'ল।

ইতিমধ্যে জগন্নাথ ডাক্তৰ ক'ৰবাৰ পৰা ওলালহি। তেওঁ বল-ৰামক গৰা মাৰি ধৰিলে।

"হৈছে, বীৰত্ব দেখুৱাব নালাগে।"

মুখ ঘূৰাই তেওঁ মদনক গালি পাৰিবলৈ ধৰিলে।

"পাষণ্ড ক'ৰবাৰ। লাড়ু চুৰ কৰাৰ কাৰণে সৰু ল'ৰা এটা বান্ধি থোৱাৰ তুমি কোন হে? এওঁ ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ। চোৰাং বেপাৰ কৰি টকা ঘটি তুমি সকলোৰে দণ্ডমুণ্ডৰ কৰ্ত্তা হৈছা। নহয়?"

জগন্নাথ ডাক্তৰে আগবাঢ়ি লৈ নিজহাতে যদুৰ বান্ধ খুলি দিলে। মদন জাপমাৰি আছিল। ইমান পৰে মনেমনে চাই থকা মানুহবোৰেও একেলগে এক খোজ আগবাঢ়ি গ'ল। সকলোৰে নিষ্প্ৰভ চকুবোৰ হঠাতে ধকধককৈ জ্বলি উঠিল।

মদন তৎক্ষণাৎ বৈ গ'ল। বাৰান্দাত থিয় হৈয়েই ডাক্তৰক

ভাবুকি দিলে "ডাক্তৰ, কথা ভাল নহব।" ডাক্তৰে চাইকেল লৈ আগবাঢ়ি গৈ থাকিয়েই ক'লে "যোৱা, যোৱা! তুমি মোৰ ই ছিণ্ডিবা।"

চাৰিওপিনৰ হাহাকাৰ অৱস্থা দেখি জগন্নাথ ডাক্তৰ অস্থিৰ হৈ উঠিছে। ইফাল সিফালৰ পৰা অলপ অচৰপ বস্তু যা-যোগাৰ কৰি আনি মানুহখিনিক সহায় কৰাৰ চেষ্টা কৰি আছে। অতি অকিঞ্চিৎকৰ এই চেষ্টা। যিসকলৰ চক্ৰান্তত বাকীবোৰৰ এই অৱস্থা হৈছে সিহঁতৰহে দিবপৰা অৱস্থা। পিছে সিহঁতে নিদিয়ে।

মানুহে ঘৰদুৱাৰ এৰি সহায় বিচাৰি গৌৰীপুৰ আৰু ধুবুৰীৰ ফালে গৈ আছে। কি ভয়ংকৰ কথা। চকুৰ আগত হাজাৰ হাজাৰ গৃহস্থ ভিক্ষাৰীত পৰিণত হ'ল। যুদ্ধ নাই, বিগ্ৰহ নাই অথচ অসংখ্য পৰিয়াল ছিন্নমূল হৈ বাটেপথে সিঁচৰিত হৈ পৰিল। নিজৰ দেশতেই উদ্বাস্তু ভিক্ষাৰী।

এনেকুৱা অৱস্থা হব বুলি ডাক্তৰে আগতেই গম পাইছিল। যাৰ কোনো মতে তিনিমাহৰ খোৱাৰ সংস্থান হয় সিহে চৰকাৰক ধান দিলে। যাৰ বস্তুত আছিল সি এতিয়া তিনিগুণ দামত ধান বেচিছে। যাৰ নাই সি এতিয়া তিনিগুণ দামত কিনিবলগীয়া হৈছে। গতিকে যি ধনী সি আৰু ধনী হ'ল। যাৰ নাই তাৰ পানীত হাঁহনচৰা অৱস্থা হ'ল। এই মদনৰ অৱস্থা আগৰ পৰাই ভাল আছিল কাৰণে সি দেশৰ এই অৱস্থাতো লাখ টকা খৰচ কৰি নতুনকৈ দালান বান্ধি আছে। বলৰামে কোনো প্ৰকাৰে খাইপিন্ধি আছিল। এতিয়া সি বাটৰ ভিকহু হ'ল।

জগন্নাথ ডাক্তৰৰ ৰাজনৈতিক চেতনা খুব স্পষ্ট নহয়, তেওঁৰ বিশেষ অধ্যয়নো নাই। পৰিস্থিতি লক্ষ্য কৰি তেওঁ বুজি পাইছে যে ক'ৰবাত কিবা এটা ভাওৰ ফাকি আৰু গণ্ডগোল আছে। কলা-বজাৰী, চোৰাংবেপাৰী, ভেজালকাৰীক জব্দ কৰাৰ ক্ষেত্ৰতহে ইমান সাৱধান। আইনৰ সামান্যতম ক্ৰুটি হয় বুলি কিমান সংশয়। কিন্তু বৰ্ত্তমান সমাজ ব্যৱস্থাৰ বিৰুদ্ধে কোনোবাই কিবা মাত মতা বুলি সন্দেহ মাত্ৰ হ'লেই সকলোৱে তৎক্ষণাৎ সক্ৰিয় হৈ উঠে। তেতিয়া

সন্দেহৰ বশত বিনাবিচাৰে আটক কৰাত বা শাস্তি দিয়াত বাধা নাই।

ভগা চাইকেলখনেৰে গৈ থাকিয়েই ডাক্তৰে মুখটো জোকাৰি দিয়ে। তেওঁৰ মনত চৈতন্যৰ অংকুৰ এটাই পোখা মেলি উঠিবলৈ ধৰিছে। বৰ্ত্তমান ব্যৱস্থা কি তেনেহলে এক বিশেষ শ্ৰেণীৰ সুবিধাৰ কাৰণে ?

মানুহৰ এই দুৰৱস্থাতো কাৰো তৰফৰ পৰা বিশেষ কোনো চাঞ্চল্য নাই। ডাক্তৰে জানে যে বাংলাদেশ স্বাধীন হোৱাৰ আগতে তাৰ পৰা অহা এক কোটি শৰণাৰ্থীক দীৰ্ঘদিন ধৰি খুৱাই পিন্ধাই ৰখা হৈছিল। ইয়াতো এটা কেম্প আছিল। বৰ্ত্তমানে এই মানুহবোৰক সহায় কৰাত তেনেহলে কি কোনো ৰাজনৈতিক স্বাৰ্থ নাই ? ডাক্তৰৰ মুখটো গৰম হৈ যায়। তেওঁ গাৰ বলেৰে পেডেল মাৰি আপোনমনে কৈ উঠে—"চাল্লা।"

ৰাজআলিত এনেকৈ থাকিলে অনাহাৰে মৃত্যু অৱশ্যম্ভাৱী। ইতিমধ্যে ইফালৰ অৱস্থাৰ কথা প্ৰচাৰ হৈ গৈছে। গাড়ী লৈ মানুহে পানী চাবলৈ আহে, নিজ চকুৰে মানুহৰ দুৰৱস্থা চাবলৈ আহে। স্বাস্থ্যবান ডেকা, ধুনীয়া সুসজ্জিতা গাভৰু। আজি কিমান-দিন হ'ল বানপানীয়ে গঙ্গাধৰ দলঙৰ প্ৰবেশপথ খহাই নিছে। কেইবছৰমানৰ পৰা তেনেকৈ পৰি আছে। অতি গুৰুত্বপূৰ্ণ বাট। গোলকগঞ্জৰ পৰা এই দলং পাৰ হৈ একেবাহে আগমনী আৰু বকসীৰহাট হৈ কোচবিহাৰলৈ বাচ-মটৰ চলিছিল।

গাড়ী লৈ মানুহে পানী চাবলৈ আহে। গাড়ীৰ পৰা নামি ছোৱালীবোৰে লাস্যময় ভঙ্গীত খোজকাঢ়ি নৈৰ পাৰলৈ আগবাঢ়ি গ'লে ডেকাবোৰে আতংকিত হৈ হুচিয়াৰ কৰি দিয়ে। ছোৱালী-বোৰে ভুৰু কোঁচাই কৃত্ৰিম খং প্ৰকাশ কৰে। সকলোৱে পানীৰ ফটো তোলে, কংকালসাৰ ভোকাতুৰ মানুহৰ ফটো তোলে। মানুহ আহে, মানুহ গুচি যায়। কোনোফালৰ পৰা কোনো সাহায্য আহি নাপায়।

ৰাজআলিত এনেকৈ থাকিলে অনাহাৰে মৃত্যু অৱশ্যম্ভাৱী।

কাকো নোকোৱাকৈ একো একোটা পৰিয়ালে ধুবুৰীৰ ফালে যাবলৈ আৰম্ভ কৰিলে। চহৰত অজস্ৰ ধনসম্পদ। তাত গৈ পালে কিবাকৈ নিশ্চয় আহাৰ জুটিব। আশাই অৱসন্ন দেহবোৰক চঞ্চল কৰি তুলিলে।

ৰাতিপুৱাই বলৰামে দেখিলে যে কাষত থকা ভৰতহঁত নাই। বস্তু-বাহানি অৰ্থাৎ ভগা টিন, ফটা কানি-কাপোৰ লৈ সিহঁতো গ'ল। কথাষাৰ গম পাই জলোবুঢ়ী আতংকিত হৈ উঠিল।

"হে বাপ্, মোক ফেলে নাযাইসৰে। তুই মোক ফেলে গেইলে মই মর্লে মোক খৰি দিবে কায়? শিয়াল কুকুৰে মোক ছিৰি ছিৰি খাইবে। বাপৰে, অ' মোৰ বাপ।"

বুঢ়ীয়ে হুৰাওৰাৰে কান্দিবলৈ ধৰিলে।

মানুহ সামাজিক জীৱ! যুগ যুগ ধৰি গঢ়ি উঠিছে বহুতো সামাজিক নীতি নিয়ম আচাৰ আৰু অনুষ্ঠান। এই সকলোবোৰ হৈছে জীৱনৰ অবিচ্ছেদ্য অঙ্গ। মাকৰ মৰা-শ মানুহে পেলাই নিদিয়ে, হয় কবৰ দিয়ে, নহয় দাহ কৰে, শ্ৰাদ্ধ শান্তি কৰে। মাকে সন্তানক এইবোৰ কথা সকীয়াই দিয়াৰ প্ৰয়োজন নাই। পিছে সন্তানৰ এই অৱশ্যকৰণীয় কথাখিনিও বলৰামে কৰিব নোৱাৰিলে।

জলোবুঢ়ী আৰু মেনোঁই বছৰ এবাৰকৈ মাত্ৰ গাৱঁৰ পৰা ওলাইছিল, দুৰ্গাপূজাৰ বিসৰ্জ্জনৰ মেলা চাবলৈ। সিহঁতৰ পৃথিবীৰ সীমা ইমানেই। এইবেলি প্ৰথমবাৰৰ কাৰণে এই সীমা পাৰ হৈ সিহঁতে ধুবুৰীৰ পিনে যাত্ৰা কৰিলে। বুঢ়ীয়ে খোজ কাঢ়িব নোৱাৰে। পিছ পৰি গ'লে ভয়তে চিঞৰ বাখৰ হুলস্থুল লগাই দিয়ে। বুঢ়ীক টানি আজুৰি দাঙি মিলি ক্লান্ত হৈ সিহঁত কোনোৰকমে বালাজান ষ্টেশন পালেহি। বুঢ়ীৰ আৰু উঠাৰ শক্তি নাই। ৰাতি ধুবুৰীলৈ যোৱা টেন পাই বুঢ়ীক দাঙি লৈ ঠেলি হেঁচি ট্ৰেনত তুলি 'ললে

ধুবুৰী চহৰত আৰু পাঁচজন ভিক্ষাৰীৰ সংখ্যা বাঢ়িল। আচল হিচাপত চাৰিজন বুলিহে কব লাগিব। বুঢ়ী ট্ৰেনতেই মৰিল। বলৰামে মাকৰ মৰাশ লৈ কিংকৰ্ত্তব্যবিমূঢ় হৈ ৰহি থাকিল। সি যেন ঘূৰ্ণায়মান চক্ৰ এটাৰ কেন্দ্ৰত অস্থিৰ ভাৰসাম্য লৈ থিয় হৈ

আছে। কেন্দ্ৰৰ পৰা দূৰত্ব অনুপাতে গতিৰ তীব্ৰতা বাঢ়ি গৈ আছে। বলৰাম সংকুচিত হৈ কেন্দ্ৰবিন্দুত নিজকে স্থিৰ ৰখাৰ প্ৰাণান্তকৰ প্ৰয়াসত ব্যস্ত। চক্ৰ বন্ বন্ কৈ ঘূৰি আছে। এই অস্থিৰ ভাৰসাম্য হেৰাই সি উল্কাৰ গতিৰে গ্ৰহ-নক্ষত্ৰৰ সিপাৰে ছিটিকি যাব। অসহায় ভাৱে সি চিঞৰি উঠিল—"মুই এতিয়া কি কৰোঁ?"

মেনোৱে তাক ঘূৰ্ণায়মান চক্ৰৰ পৰা নমাই আনিলে।

"উঠা।"

"হু?"

"উঠা।"

"উঠা। ছোৱালীটো পেটৰ ভোকত কান্দি কান্দি মূৰ্চ্ছা গৈছিল। এমন কৰি বসি থাক্‌লে হয়?"

মেনোক অনুসৰণ কৰি যন্ত্ৰ চালিতৰ দৰে বলৰাম বাটত নামি গ'ল।

ধুবুৰী চহৰখন ভিক্ষাৰীৰে ভৰি গ'ল। ডেকা, গাভৰু, বৃদ্ধ, নাৰী, শিশু, অক্ষম আৰু দুৰ্বল। কংকালৰ সমদল। ভিক্ষা কৰাৰ বৃত্তি নহয়। ডালদৰিদ্ৰ হলেও ইমান দিনে কিছুমান সামাজিক আৰু পাৰিবাৰিক মূল্যবোধ জীয়াই ৰখাৰ চেষ্টা কৰি আছিল। হাত পাতি মানুহৰ আগত থিয় হবলৈ যাওঁতে সংকোচত হাতখন কোঁচ খাই আহে। লাজ, সংকোচ আৰু আড়ষ্টতা। তিনিদিন বলৰাম একপ্ৰকাৰ অনাহাৰে থাকিল। অলপ কিবা পালে ল'ৰা-ছোৱালীক দিছিল। তিনিদিন পিছত নেতাই ধুবুৰীৰ ঘাটৰ কাষত মেনোৱে ভিক্ষা কৰি পোৱা চাউলকেইটা সিজাই যেতিয়া তাক এবাটি দিলে তেতিয়া দুয়ো চকুৰে তাৰ ধাৰাসাৰে পানী বৰলৈ ধৰিছিল।

ধুবুৰী চহৰখন ভিক্ষাৰীৰে ভৰি পৰিল। ভিক্ষা পোৱা টান। অইন এটা মহা অশান্তি হৈছে মেনোৰ। আজন্ম তাইৰ কষ্ট-কৰা অভ্যাস। সকলোকে খুৱাই মেলি কিবা থাকিলেহে তাইৰ ভাগত জুটিছিল। অনাহাৰে থকাটো তাইৰ কাৰণে নতুন কথা নহয়। ইমান কষ্টৰ পিছতো কিছুমান মানুহৰ কাৰণে তাইৰ দেহৰ আকৰ্ষণ

এতিয়াও একেবাৰে শেষ হৈ যোৱা নাই। বহুতে তাইৰ সুবিধাৰ সুযোগ লবৰ চেষ্টা আৰম্ভ কৰিলে। এই এক উপকৰা যন্ত্ৰণা।

চহৰৰ বাটে-পথে ভিক্ষাৰী আৰু ভিক্ষাৰী। ভিক্ষা পোৱা টান। পেটত অনিৰ্বান ক্ষুধা। হয়তো অইন চহৰত ভিক্ষাৰীৰ সংখ্যা কম। হয়তো অইন উৎপাতো নাই। সিহঁত পূব পিনে উজাই যাবলৈ ধৰিলে।

একেটা ঘটনাৰ পুনৰাবৃত্তি। কোকৰাঝাৰ, সৰভোগ, নলবাৰী। প্ৰতিখন ঠাই ইতিমধ্যে ভিক্ষাৰীৰে ভৰি গৈছে। ট্ৰেনত, প্লেটফৰমত, বাটত; ভিক্ষাৰী আৰু ভিক্ষাৰী। বিনা টিকটে ছুৰমুৰকৈ প্ৰথম শ্ৰেণীৰ খোটালীত উঠিবলৈ যাওঁতে নলবাৰীত যাত্ৰী এজনে বলৰামক ছুৱাৰমুখৰ পৰা গোৰমাৰি পেলাই দিলে। ফুটবোৰ্ডত লাগি তাৰ কপালৰ সোঁফালখন কাটি গ'ল। ঘা এতিয়াও শুকোৱা নাই।

এইদৰে গোলোকগঞ্জৰ কাষৰ বিচনদৈৰ ছিন্নমূল পৰিয়াল এটাই তাঁহি-তাঁহি জালুকবাৰী ষ্টেচনৰ প্লেটফৰমত ছিটিকি পৰিল। তাৰ পৰাও খেদা খাই গুৱাহাটীৰ বাটত হেৰাই গ'ল। কোনেও সিহঁতক দেখা নাপালে। চৰকাৰো সিহঁতৰ অস্তিত্ব সম্বন্ধে সম্পূৰ্ণ অজ্ঞ হৈ থাকিল। সিহঁত ভিন্ন জগতৰ জীৱ, সিহঁতৰ গতিবিধি ভিন্ন স্তৰত। প্ৰেতৰ দৰে ঘূৰি ঘূৰি ভিক্ষাৰ কাৰণে সিহঁতে অশৰীৰী হাত মেলি দিলে। কোনেও সেই হাত দেখা নাপালে। ভিন্ন স্তৰৰ পৰা ভাঁহি সিহঁতৰ কান্দোন কাৰো কাণত নপৰিল। চহৰৰ স্বাভাৱিক জীৱনযাত্ৰাত ক্ষন্তেকৰ কাৰণেও কোনো ছেদ নপৰিল। চহৰত পান ভোজন, গান-বাজনা, খেলাধূলা, সাংস্কৃতিক উৎসৱ একে ধৰণেই চলি থাকিল। অসীম শূন্যতা এটাই সিহঁতক বেৰি ধৰি থাকিল। উৎসৱ প্ৰাঙ্গনত অনাহুত অশৰীৰী অতিথি।

ইতিমধ্যে বলৰামৰ ডাঙৰ ল'ৰা যদুৰ ষষ্ঠ ইন্দ্ৰিয় এটা পুৰঠ হৈ উঠিছে। কৰবাত কিবা খোৱা বস্তু দেখিলে তৎক্ষণাৎ তাৰ চকুত পৰে। মাক-দেউতাকৰ কাষৰ পৰা পলাই সি অকলে ইফালে সিফালে ঘূৰি ফুৰে। বজাৰৰ মাজত সোমাই যায়। পচাসৰা পোকে খোৱা পেলাই দিয়া ফলমূল, আলু, পিয়াজ যিহকে পায় লৈ আহে।

ভিৰৰ মাজত সুবিধা কৰিব পাৰিলে থাপমাৰি বস্তু তুলি লয়। 'মাৰ মাৰ' বুলি খেদিলে মানুহৰ ভিৰৰ মাজেৰে সৰকি পলাই যায়। দ্রুতগামী ট্রাকৰ আগেদি বিদ্যুৎ গতিৰে লৰ মাৰে।

সিদিনা কাৰোবাৰ বাৰীৰ পৰা কেঁচা বগুলাউ এটা চুৰ কৰি আনিছিল। বলৰামে যদুক প্ৰথমে খুব মাৰিলে, কিন্তু পিছত সেই বগুলাউ সিজাই সকলোৱে তৃপ্তিৰে খালে।

তথাপিও যদুক লৈ বলোৰাম আৰু মেনোৰ উদ্বেগৰ সীমা নাই। ক্ষীণ হ'লেও পাৰিবাৰিক বন্ধন এটা এতিয়াও থাকি গৈছে।

"থাবা হুয়া চায়া থাকলেন কেনে? আগান।" মেনোই পিছ-ফালৰ পৰা বলৰামক ঠেলা মাৰি দিলে।

বলৰামে ৰেল ষ্টেচনত, নদীৰ পাৰত বহুতো কংকালসাৰ মৰাশ পৰি থকা দেখিছে। কৰ্মচঞ্চল পানবজাৰৰ মাজবাটত কংকালসাৰ মানুহ এটাক পৰি থকা দেখি সি থমকি ৰৈ গ'ল। সকলো কংকাল দেখাত একেই কিন্তু হ'লেও এইটো জানো ভৰত নহয়? গাড়ী-মটৰ-বিকৃচা মানুহ ফালৰি কাটি কংকালটোৰ সোঁফালেৰে আৰু বাওঁফালেৰে গৈ আছে। তীব্ৰ বেগেৰে মটৰ গাড়ী চলাই অহা মানুহ এজনে শেষ মুহূৰ্ত্তত তৎক্ষণাৎ ষ্টিয়াৰিং ঘূৰাই সোঁফালেৰে ওলাই গ'ল। কংকালটোক কোনেও আমনি কৰা নাই। এই ভিৰৰ মাজতো সি সম্পূৰ্ণ নিঃসঙ্গ

হাতত কেক আৰু পেটিচৰ পেকেট লৈ সুসজ্জিত নৰনাৰী মুখ ঘূৰাই ব্যস্তভাৱে ঠাইখিনি পাৰ হৈ সিফালে পাৰ্ক কৰি থোৱা গাড়ীত উঠিছে।

কংকালটোৰ চকুৰ পতা লাহে লাহে তুৰাৰমান লৰি উঠা দেখি বলৰাম থমকি ৰৈ গ'ল। পিছে পিছে ন'বা তুজনৰ সৈতে মেনো আহি আছিল। আকস্মিক ভাৱে বলৰামৰ গতি ৰুদ্ধ হোৱাত মেনোই তাৰ গাত খুন্দা খালে কংকালৰ পিনে চকু যোৱাত ভয়ানক আতংকত বলৰামৰ পিঠিত ঠেলা মাৰি বেগাই ঠাইডোখৰ পাৰ হৈ যোৱাৰ কাৰণে খৰখেদা লগালে।

"থাবা হয়া চায়া থাকলেন কেনে? আগান।" ডাঙৰ চহৰ গুৱাহাটী। দিনে দিনে আৰু ডাঙৰ হৈ আছে। অসমৰ ৰাজধানীক দিচপুৰ বুলি ক'লেও আচলতে ইয়ো গুৱাহাটীয়েই। আগতে অৰিয়েণ্টাল বীমা কোম্পানীৰ দালানটোৱেই আছিল চহৰৰ আটাইতকৈ ডাঙৰ দালান; ওৰিয়েণ্টাল বিল্ডিং। গধূলি আলোকপ্ৰবাহ পেলাই উজ্জ্বল কৰি তোলা হৈছিল। চহৰলৈ নতুনকৈ অহা মানুহে চাবলৈ গৈছিল। চহৰখন ডাঙৰ হৈয়েই আছে। কিমান চকুত লগা বিৰাট অট্টালিকা। ইতিমধ্যে কিমান লক্ষ ঘনমিটাৰ কংক্ৰিটৰ কাম হৈছে সেই পৰিসংখ্যা ছিচাপ কৰি উলিয়ালে অভিভূত হব লাগিব। চহৰৰ উন্নতি হৈছে, বিস্ময়কৰ উন্নতি। মিছাকথা। এনেকুৱা চহৰত বাটত মানুহ পৰি থাকিব নোৱাৰে। গুৱাহাটী কিয়? সমগ্ৰ দেশৰ উন্নতি হৈছে। এইক্ষেত্ৰত অনাহাৰে মানুহৰ মৃত্যু হৈ আছে বুলি কোৱা কথা অতিশয় বিসঙ্গতিপূৰ্ণ ৰাজ্য চৰকাৰে এই কথা দৃঢ়ভাৱে অস্বীকাৰ কৰিছে। উদ্দেশ্য প্ৰণোদিত মিথ্যা ৰটনা। কেন্দ্ৰীয় মন্ত্ৰী এজনেও তাকেই ক'লে - অতিৰঞ্জিত।

বলৰামহঁত উদভীয়া কুকুৰৰ দৰে বাটে বাটে ঘূৰি ফুৰিছে। অদৃশ্য মানব। সি আৰু নোৱাৰে। ক্লান্তি, অসীম ক্লান্তি। কোনো প্ৰয়াস কৰাৰ বলৰামৰ আৰু অলপো আগ্ৰহ নাই। তাক খাদ্য নালাগে, আশ্ৰয় নালাগে। হাত-ভৰি মেলি কৰবাত শুব পাৰিলেই হ'ল। কিবা এটাক খামুচি ধৰাৰ ইচ্ছা নাই। ক্লান্তিত হাতৰ মুঠি শিথিল হৈ আহিছে। বাটৰ কাষত গছজোপা দেখা পাই বলৰামে গা এৰি দিলে।

"কি হইল? অমন কৰেণ কেনে?"

গভীৰ আতংকত ঠেলিঠুলি মেনোই বলৰামক জগাই তুলিবলৈ চেষ্টা কৰিলে। বলৰামে মেনোৰ কথা শুনাৰ চেষ্টাও নকৰিলে। অকণো চেষ্টা নকৰাকৈ সি তললৈ গৈ থাকিল। শান্তি, ওম্ শান্তি। মেনো মৰাশৰ কাষত স্তব্ধ হৈ বহি থাকিল।

যদুই কৰবাত এখন ভগা পুতলা মটৰ গাড়ী পাইছিল। পিচ-

দিয়া বাটত সেই গাড়ীখন লৈ সি মধুৰ লগত খেলাত মগ্ন হৈ ৰ'ল।

শোকত স্তব্ধ হৈ বহি থাকিলেও মেনোৰ দেহৰ কোষবোৰ সক্রিয় হৈ থাকিল। ৰাতি তাই প্রস্রাব কৰিবলৈ বাটৰ সিফালে দেখা নোপোৱা ঠাইলৈ গ'ল। ল'ৰা দুজনে আপোনমনে খেলি থাকিল। মেনো আৰু উভতি নাহিল।

অফিচৰ চৌকিদাৰৰ সৈতে চাৰিজন মানুহে মুখত সোপা দি তাইক অফিচৰ ভিতৰলৈ টানি লৈ যাওঁতে তাই প্রাণপণে বাধা দিয়াৰ চেষ্টা কৰিলে। গতিকে নিজৰ উদ্দেশ্য সিদ্ধি কৰি সিহঁতে যেতিয়া তাইক গেটৰ বাহিৰলৈ উলিয়াই দিলে তেতিয়া তাইৰ কাপোৰখন ডোখৰ ডোখৰ হৈ ফালি গৈছে। নিজৰ এই সম্পূর্ণ নগ্ন ৰূপ দেখি হঠাতে তাইৰ মূৰটো বিকল হৈ গ'ল।

ইয়াত ক'ৰপৰা আহিল তাই? ইমান ৰাতি হ'ল, আন্ধাৰ। ইচ্ ৰাম। গধুলি তুলসীৰ তলত চাকি জ্বলোৱা হোৱা নাই দেখোন আজি। মণ্ডলইঁতৰ ভেড়াছাগলীটোৱে বাটত খুন্দা মাৰি দিয়ে নেকি? তাই ব্যস্ত হৈ উঠিল আৰু লগে লগে নিজৰ নগ্ন অৱস্থা দেখি চক্ খাই উঠিল। আন্ধাৰৰ দৰে কলা ঢৌ এটাই সবেগে আহি তাইৰ মগজুৰ কোষবোৰ প্লাবিত কৰি দিলে। সজ্ঞানে বিবেচনা কৰি নহয়, জন্মৰ পৰা আহৰণ কৰা সংস্কাৰৰ নিষ্ঠুৰ সংকেতত তাই স্বয়ংক্রিয় ভাৱে অলপ দূৰৰ বাটৰ কাষত থকা পুখুৰীটোৰ পিনে লাহে লাহে আগবাঢ়ি গ'ল। ডোখৰ ডোখৰ হৈ ফালি যোৱা কাপোৰেৰে ডাঙৰ শিল এটা ডিঙিত বান্ধি তাই পানীত নামি গ'ল। জীৱনৰ এই শেষ কামটোও তাই নিয়াৰিকৈ কৰিব নোৱাৰিলে। দ্বিতীয় দিনাৰ ৰাতিপুৱা বাটেৰে গৈ থকা সকলো মানুহে তাইৰ উলঙ্গ তপিনাখন পানীৰ ওপৰত ভাঁহি থকা দেখা পালে। বাটৰ ফালে পিছমুৱাকৈ হাউলি চহৰৰ সকলো মানুহকে তাই যেন এটা অশ্লীল ভঙ্গীৰে বিদ্রূপ কৰি আছে।

আগদিনা জমাদাৰে কৰ্পোৰেচনৰ জাবৰ পেলোৱা গাড়ীত জাবৰৰ লগত বলৰামৰ মৰা-শটো তুলি লৈ গ'ল। যদু আৰু

মধু হুয়োজনে মাকৰ প্ৰতীক্ষাত গছজোপাৰ তলতেই থাকিল। ৰাতি-পুৱা যহু এবাৰ ওলাই গ'ল। পচা আপেল এটা লৈ আহিল। মধুই অকলে-অকলে আপোনমনে গাড়ীখন লৈ বাটত খেলি থাকিল।

সিদিনা বিশ্বকৰ্মা পূজা। জলোবুঢ়ীৰ সাধুকথাৰ ভাণ্ডাৰ আছিল অফুৰন্ত। বুঢ়ীয়ে কোৱা উপাখ্যানৰ কথা যহুৰ মনত পৰিল, বিশ্ব-কৰ্মাৰ পুত্ৰ হেনো চুঙাবাহুলি। পুত্ৰক আটাইতকৈ ধুনীয়া কৰিবলৈ গৈ বেন্দা মাৰি চিকুণ কৰি থাকোঁতে থাকোঁতে পাখিৰ ছাল ইমান পাতল হ'ল যে আৰু একো কৰাৰ উপায় নাথাকিল। নিজৰ কদা-কাৰ ৰূপ লৈ লাজতে চুঙাবাহুলি দিনত ওলাব নোৱাৰা হ'ল।

পূজাৰ দিনা ইনষ্টিটিউতত আবেলি অভ্যাগতক চাহ মিঠাই খুৱায়। যহুৱে বিচাৰি বিচাৰি সেইখিনি পালেগৈ। পেলাই দিয়া আধাখোৱা চিঙাৰা আৰু মিঠাইৰ টোপোলা লৈ গধূলি উভতি আহিল। মিঠাই খাই মধুৰ হাঁহি বন্ধই নহয়। মাজে মাজে সি যহুৰ ফালে চায় আৰু হাঁহে।

"কোটে পালুৰে দাদা?"

পিছদিনা ৰাতিপুৱা যহু কৌতূহলী মানুহৰ লগত পুখুৰীৰ পাৰত থিয় হৈ উভতি আহিল। আহিয়েই একহাতে মধুৰ হাতত খামোচ মাৰি ধৰি আৰু আনহাতে পুতলা মটৰখন লৈ দ্ৰুতবেগে সি সেই অঞ্চলৰ পৰা গুচি গ'ল।

সি আজি মুক্ত। মাক-দেউতাকে জাপি দিয়া সঞ্চিত সংস্কাৰৰ হেঁচাৰ পৰা মুক্ত হৈ সি নিজকে খুব ডাঙৰ বুলি অনুভৱ কৰিলে। লাজ, সংকোচ আড়ষ্টতা তাৰ নাই। পৃথিবীখনৰ মুখামুখি হৈ থিয় হবলৈ তাৰ সংশয় আৰু শংকাও নাই। অইনে ঠিক কৰি দিয়া খেলৰ নিয়ম মানি চলিবলৈ সি বাধ্য নহয়, নামানেও।

গভীৰ প্ৰত্যয় লৈ মধুৰ হাতত ধৰি সি ষ্টেচনৰ প্লেটফৰমৰ ফালে গৈ থাকিল। সি নিজেও জীয়াই থাকিব, মধুকো জীয়াই ৰাখিব।

মধুই প্লেটফৰ্মত পুতলা মটৰখন লৈ আপোনমনে খেলি থাকে। নানা ধান্দাত ঘূৰি থকা যদুৰ বুকুখন মাজেমাজে হেঁচা মাৰি ধৰে। তাৰ বুকুৰ মাজত থাকি গ'ল শিলৰ দৰে কঠিন এডোখৰ গোট-খোৱা ঘৃণা। যিমানদিন শোষণৰ সমাপ্তি নহয় এই ঘৃণা তাৰ বুকুৰ মাজত থাকিয়েই যাব।

# পতন উত্থান বন্ধুৰ পন্থা

সুনীল ড্ৰাইভাৰে কয়, "এইবোৰ ভাবিচিন্তি একো লাভ নাই। আচল কথা হ'ল কপাল, মানে ফোৰহেড। ফোৰহেডত থাকিলে হ'বই, ফোৰহেডত নাথাকিলে নহয়।"

"সেইবুলি চেষ্টা নকৰাকৈ হাত সাৱটি বহি থাকিলে হব নে?"

"ফোৰহেডত থাকিলে নিজৰ পৰাই চেষ্টা কৰিব নহয়।"

সুনীলে কপালৰ কথা কব পাৰে। কপাল নহয় কি? তাৰ দেউতাক আছিল বেঙ্গাৰ। মাটি-বাৰী, ঘৰ-দুৱাৰ তেওঁেই কৰিছিল। হঠাতে মৰি থাকিল। খুৰাকহঁতে মাটিবাৰী দখল কৰিলে। বাপেকে দিয়া কুঁৱাৰ পৰা মাকক পানীখিনি আনিবলৈও নিদিয়ে। ককায়েক বিপিনে বাটে পথে বক্তৃতা দি ঘূৰি ফুৰে। মাজে মাজে খুৰাক-হঁতৰ ঘৰত জুই লগাই দিয়াৰ চেষ্টা কৰে, সকলোৱে ধৰি বান্ধি গৰুপিটা দিয়ে। ভ্ৰূক্ষেপ নাই। মাৰ খোৱাৰ অলপ পিছতে আকৌ চিঞৰিবলৈ আৰম্ভ কৰে, "জ্বলা দেও, দুনিয়া জ্বলা দেও।"

পবিত্ৰ চক্ৰৱৰ্ত্তীয়ে বকৃচীৰহাট লাইনত বাচ চলায়। হাজাৰ হাজাৰ যাত্ৰী কঢ়িয়ায়। তাৰ বাচৰ কেইঘনফুটমান ঠাইত কত ৰকমৰ মানুহ ঠাহ খাই অহা-যোৱা কৰে। চোৰ, হত্যাকাৰী, সাধু আৰু ধাৰ্ম্মিক। বিদ্বান, জ্ঞানী আৰু মূৰ্খ। ভাল আৰু বেয়া। প্ৰত্যেকে একো একোটা উদ্দেশ্য লৈ নিৰন্তৰ গৈ আছে, আহি আছে। প্ৰত্যেকে নিজ নিজ ঠাইত নিৰ্বিকাৰ ভাবে বহি আছে, কিন্তু কাৰ মনত কি ধুমুহাৰ তাণ্ডৱ চলি আছে, কোনে ক'ব পাৰে?

বুঢ়া মানুহ এজন ইমানপৰে বেচ মনেমনে বহি আছিল।

মুছলমান মানুহ - পকা ডাড়ি, শান্ত মুখৰ ভাব। গোলকগঞ্জৰ ওচৰ পাই হঠাতে তেওঁ হাহাকাৰ কৰি কান্দি উঠিল। পবিত্ৰই গাড়ী ৰখাই দিলে। বুঢ়াৰ লগৰ মানুহজন বিব্ৰত হৈ পৰিল। পৰহি আহিছিল বুঢ়াই হালাকুৰাত ছোৱালীৰ খবৰ লবলৈ, যোৱাকালি ব্ৰহ্মপুত্ৰত নাওঁ ডুবি তেওঁৰ ডাঙৰ ল'ৰাজনৰ কোনো পাত্তা নাই।

কপাল নহয় কি? পবিত্ৰই ষ্টিয়াৰিং হুইল ধৰি সমুখৰ ফালে দৃষ্টি নিবদ্ধ কৰি বাচ চলাই আছে। তেওঁৰ মনৰ মাজত শত-সহস্ৰ চিন্তাই পাকখাই ঘূৰি ফুৰিবলৈ ধৰিলে।

তেওঁ বাৰ বছৰ ধৰি এই লাইনত বাচ চলাই আছে। লাইনত তেওঁৰ সুনাম আছে। সাধাৰণতে ড্ৰাইভাৰৰ যিবোৰ দোষ আছে বুলি ধৰি লোৱা হয়, তেওঁৰ তেনেকুৱা কোনো দোষ নাই। সৎ, ভদ্ৰ আৰু দায়িত্বশীল বুলি সকলোৱে জানে। ধৰ্মানন্দ প্ৰধানীৰ ছোৱালী দুজনী ধুবুৰী কলেজত পঢ়ে। পূজাৰ বন্ধৰ পিছত প্ৰধানীয়ে খবৰ লয় পবিত্ৰই কোন সময়ত বাচ লৈ যাব। তেতিয়াহ'লে লগত অইন মানুহৰ যোৱাৰ প্ৰয়োজন নাই। পবিত্ৰক গতাই দি নিশ্চিন্ত। পবিত্ৰই ধুবুৰীত নমাই চিনাকি ৰিক্সাৱালাক দি হোষ্টেললৈ পঠিয়াই দিব।

সুৰেশ ধুবুৰীলৈ যোৱাৰ কাৰণে আগমনীৰ বাচ ষ্টেণ্ডত ৰৈ আছিল। পবিত্ৰৰ বাচ দেখি পোনতে বাচত মূঠি সিফালেদি ঘূৰি ড্ৰাইভাৰৰ খিড়িকিখনৰ ওচৰ পালে।

"দাদা, কেতিয়া উভতি আহিব?"

"ধুবুৰীৰ পৰা আঢ়ৈ বজাত ৰাওনা হম।"

সুৰেশে প্ৰেচকিপ্‌চন আৰু টকা পবিত্ৰৰ হাতত দিলে।

"পিতাৰ বৰ অসুখ। দৰবটো লৈ আহিব। মই আৰু নাযাওঁ। দিনটো যাব, ঘৰতো মানুহ নাই।"

কাৰোবাৰ দৰব, কাৰোবাৰ স্কুলৰ কিতাপ, জনতা ষ্টোভ এটা। আপত্তিৰ কাৰণ নাই। বাচষ্টেণ্ডৰ ওচৰতে দোকানবোৰ, লৈ আনিলেই হ'ল।

পবিত্ৰক দেখি বাটৰ কাষৰ দোকানৰপৰাই বিৰিজলালে

চিঞৰিবলৈ আৰম্ভ কৰে।

"এ ভাই এ পবিত্ৰ, থোৱা ঠাইৰ যাও।"

শকত মানুহ। থপ্ থপ্ কৈ লৰ্‌বি আহোঁতে সময় লাগে। পবিত্ৰই যাতে বাচ এৰি নিদিয়ে। টোপোলা এটা পবিত্ৰৰ হাতত দি কয়, "এই পাঁচ হাজাৰ টকা গদীত জমা দিবা।"

লাইনত পবিত্ৰৰ এটা সুনাম আছে। প্ৰথমে অইন ড্ৰাইভাৰ-বোৰে তাক জোকাইছিল, বিদ্ৰূপ কৰিছিল, মিছা কথাতে কাজিয়া কৰাৰ চেষ্টা কৰিছিল। আজিকালি সকলোৱে তেওঁক মানে। কিবা সমস্যাৰ সৃষ্টি হ'লে পবিত্ৰৰ উপদেশ বিচাৰে।

সুনীল ড্ৰাইভাৰ পবিত্ৰ চক্ৰৱৰ্তীৰ বাচত আহি হালাকুৰাত নামি গ'ল। আগৰ পৰাই গেৰুৱা কাপোৰ পিন্ধে, কান্ধ পৰ্যন্ত ওলমি থকা দীঘল চুলি। ড্ৰাইভাৰ, হেন্দিমেনে 'সাধুবাবা' বুলি মাতে। বক্‌চীৰহাট লাইনত পূৰ্ণচন্দ্ৰ মেধিৰ বাচ চলায়।

পবিত্ৰই সুধিলে—"কি হ'ল, আজি লাইন নাই নেকি?"

"ছোড় দিয়া। ছুনিয়া ঝুটা হ্যায়। ফুলমুন বাবুকা ভী বোলা—পিতা ফৰেষ্ট বেপাৰ আছিল। তেওঁৰ ল'ৰা এজন পাগল, এজন ড্ৰাইভাৰ। মোৰ ল'ৰা হ'লে হয় পকেটমাৰ হব, নহয় মানুহৰ ঘৰত সিন্ধি দিব। তেনেহ'লে?"

"কি তেনেহ'লে?"

"তেনেহ'লে খাটি-খুটি পইচা আজি কি লাভ?"

"তোমাৰ পিতাৰ এজন ল'ৰা পাগল বুলি কিয় কৈছিলা? ছয়োজনেই পাগল।"

"একদম খাটি বাৎ।"

সুনীল ড্ৰাইভাৰ সঁচাকৈ সাধু হ'ল। হালাকুৰাৰ ওচৰত গংগা-ধৰ নৈৰ পাৰৰ বৰগছৰ তলত চালি এখন তুলি তাতেই আশ্ৰম পাতিলে। পবিত্ৰই মাহেকে পষেকে গাড়ী ৰখাই হেন্দিমেন বুঢ়ৰ হাতত খোৱা বস্তু পঠিয়াই দিয়ে।

পবিত্ৰ চক্ৰৱৰ্তীৰ এটা সুনাম হৈছে। এই লাইনত নিয়মিত

ভাৱে যোৱা মানুহে তেওঁক ভাল পায়, শ্ৰদ্ধাও কৰে। তেওঁলোকৰ কাৰোবাৰ ঘৰত বিয়া-বাৰু হ'লে তেওঁক মাতে।

প্ৰথম প্ৰথম তেওঁ সংকোচবোধ কৰিছিল, নিজকে লুকুৱাই ৰখাৰ চেষ্টা কৰিছিল। বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ পৰা পলাই ফুৰিছিল। এতিয়া আৰু ড্ৰাইভাৰ কাম কৰাৰ কাৰণে সংকোচ নাই। কিন্তু নিঃসঙ্গ জীৱন যাপন কৰাটো তেওঁৰ অভ্যাসত পৰিণত হৈছে; মনত এটা স্থিৰতা আহিছে। প্ৰথম প্ৰথম কিছুমান কথাত বৰ বেয়া পাইছিল। তুমি বুলি সম্বোধন কৰিলে বেয়া পাইছিল। এতিয়াও কিছুমানে কয়, তুমি কিয় তই বুলিও কয়—বিশেষকৈ তলৰ খাপৰ চৰকাৰী বিষয়া যেনে পুলিচৰ চাব্ ইন্সপেক্টৰ, প্ৰকিওৰমেণ্ট ইন্সপেক্টৰ ইত্যাদিয়ে। এতিয়া তেওঁ এইবোৰ কথাত উত্তেজিত হৈ নুঠে।

প্ৰতাপ কন্ডাকটৰ যাদৱৰ দৰে উশৃঙ্খল নহয়। ভদ্ৰ, মিষ্টভাষী। লাইনৰ মানুহে তাকো ভাল পায়।

"এ দাদা, এইখন কি চাওকচোন।"

প্ৰতাপে হাতত লৈ থকা সোণৰ হাৰডালৰ পিনে চাই পবিত্ৰই নিশ্চিতভাৱে কয়, "বুজিছো। আগমনীত নামি গ'ল নহয় নতুন দৰা-কইনাহাল? প্ৰধানীৰ জীয়েক আৰু জোঁৱায়েক। অলপতে বিয়া হৈছে। পাম দে, যাওঁতে তোক নমাই দিম। প্ৰধানীক মোক লগ ধৰিব কবি। বিয়াৰ পানী পৰিছে, ছোৱালীৰ গাত তত নাই।"

বুদ্ধ হেন্দিমেনো নাই। কিছুদিন হৈছে সিও ড্ৰাইভাৰ হৈছে। ৰতিকান্ত ৰায়ৰ টেক্সিৰ ড্ৰাইভাৰ হৈছে। আচলতে টেক্সি নহয়, প্ৰাইভেট কাৰ। টেক্সিৰ পাৰমিট নাই। ভাৰা পালে ৰতিকান্ত নিজেও লগতে যায়। যাত্ৰীক বাৰে বাৰে সকীয়াই দিয়ে, "ভাৰা লৈছো বুলি নকব কিন্তু।"

ভাল হৈছে। বুদ্ধৰ জীৱনৰ একমাত্ৰ আশা আছিল সি এদিন ড্ৰাইভাৰ হ'ব অথবা কনডাক্টৰ হব। কাৰো'াৰ জীৱনৰ আশা

হ'ল ভাৰতবৰ্ষৰ প্ৰধানমন্ত্ৰী হোৱাৰ, কাৰোবাৰ আশা ড্ৰাইভাৰ হোৱাৰ। কাৰোবাৰ আশা পূৰণ হয়, কাৰোবাৰ নহয়। বুদ্ধুৰ আশা পূৰণ হ'ল। ভাল হৈছে: পবিত্ৰই ভাল পাইছে। ল'ৰাজন বেয়া নহয়। যাদৱৰ প্ৰভাৱত নষ্ট হ'ব ধৰিছিল। ল'ৰা মানুহ, দোষ দিব নোৱাৰি। কুসংগত পৰি ডাঙৰ মানুহো নষ্ট হয়, সিতো সৰু ল'ৰা।

ষ্টিয়াৰিঙত ধৰি পবিত্ৰই নহুতো কথাই চিন্তা কৰে। তেওঁৰ ককাদেউতাক গগন চক্ৰৱৰ্তী আছিল উকিল। অৱশ্যে বি, এল, নহয়, পি এল। হ'লেও প্ৰেকৃটিচ খুব ভাল আছিল, দুয়োহাতে পইচা উপাৰ্জন কৰিছিল। যিমান পাইছিল তাতোকৈ বেচি খৰচ কৰিছিল। আচলতে পৰিয়ালটোৰ পতন আৰম্ভ হৈছিল গগন চক্ৰৱৰ্তীৰ দিনতেই।

কেইবাজনী ছোৱালীৰ পিছত বুঢ়া বয়সত পবিত্ৰৰ পিতাকৰ জন্ম হয়। ল'ৰাক কৰি তুলিছিল একেবাৰে ৰাজপুত্ৰ মাটিত থ'লে পৰুৱাই খায়, মূৰত থলে ওকণিয়ে খায়। পঢ়াত বেয়া নাছিল। কোচবিহাৰ কলেজত নাম লগাইছিল। হোষ্টেলৰ খাৱন খাব নোৱাৰি গুচি আহিল। মেট্ৰিক পাচ হ'লেও পবিত্ৰৰ দেউতাক মহিম চক্ৰ-ৱৰ্তীয়ে ভাল ইংৰাজী লিখিব পাৰে, ক'বও পাৰে। ক'ত কি প্ৰি-পজিশন বহুৱাব লাগে শুদ্ধকৈ ক'ব পাৰে। শুদ্ধ ইংৰাজী লিখিব পাৰে। এটা দোষ হ'ল তেওঁ ডাঙৰ ডাঙৰ শব্দ ব্যৱহাৰ কৰে। সেইটো অৱশ্যে তেওঁলোকৰ দিনৰ প্ৰভাৱ।

প্ৰথমে যেতিয়া পবিত্ৰই বকৃচীৰহাট লাইনত শশী দত্তৰ বাচ 'যোগমায়া' চলাবলৈ আৰম্ভ কৰে তেতিয়া বাচৰ কন্‌ডাকটৰ আছিল যাদৱ আৰু হেণ্ডিমেন আছিল বুদ্ধু। আবেলিৰ ট্ৰিপ হ'লে বাচ ৰাতি বকৃচীৰহাটত থাকি যায়। ৰাতিপুৱা আকৌ উভতি আহে। যাদৱ আৰু বুদ্ধু বাচৰ পৰা নামিয়ে নোহোৱা হয়। ৰাতিপুৱা ছয় বজাত উভতি যোৱা ট্ৰিপ। বুদ্ধু আহি পালেও যাদৱ আহি নাপায়। হৰ্ণ দি দি অস্থিৰ হৈ উঠিলে চকু মুখ মোহাৰি মোহাৰি ঊৰ্দ্ধশ্বাসে লৰৰি আহি কোনোৰকমে বাচত উঠে। কামিজটো পিন্ধাৰ সময়

নহয়। পেণ্টৰ বুটামবোৰ বাচত উঠিহে লগাই লয়।

সিহঁতে ওচৰৰ গাৱঁত বন্ধু গোটাই লৈছে, বিশেষকৈ গাভৰু ছোৱালী থকা ঘৰৰ ডেকাবোৰৰ লগত। সাংঘাতিক ল'ৰা এই যাদৱ। বিনা সংকোচে যিকোনো দুষ্কৰ্ম কৰিব পাৰে। বিবেক বোলা কোনো বস্তু নাই। কোনো দুষ্কৰ্মৰ কাৰণে সামান্য অনুশোচনা নাই। কাৰোবাক হত্যা কৰি আহিলেও বোধহয় সি বিনা দ্বিধায় দোকানত বহি তৃপ্তি সহকাৰে চাহ-মিঠাই খাব পাৰিব। কোনোবা ছোৱালীক নষ্ট কৰিব পৰাটো তাৰ কাৰণে বাহাদুৰিৰ কথা। সাম্প্রদায়িক সংঘৰ্ষৰ সময়ত এবাৰ হেনো সি তিনিজন মানুহক কাটিছে। যাদৱে নিজে গৰ্ব কৰি কোৱা কথা। মিছাও হব পাৰে. পিছে সঁচা হলেও অবিশ্বাস কৰাৰ কাৰণ নাই।

উপায় নাই। বিচাৰিলেই এজন মাৰ্জিত ৰুচিৰ এম, এ, পাচ ল'ৰাকতো আৰু তেওঁ কন্‌ডাকটৰ হিচাপে পাব নোৱাৰে। বুদ্ধুটো বেঙা। ঢোলৰ লগত টেমেকা! যাদৱ হ'ল তাৰ আদৰ্শ। কেতিয়া সিও যাদৱৰ নিচিনা কন্‌ডাকটৰ হব পাৰে তাৰ কাৰণে ৰখি আছে। তেতিয়া সিও ফিতাহি মাৰি সমনীয়াৰ মনত ঈৰ্ষাৰ উদ্রেক কৰিব পাৰিব। বুদ্ধু কেতিয়াও বাচৰ ভিতৰত নোসোমায়। ফুটবোৰ্ডত এখন ভৰি থৈ বাহিৰৰ ফালে পয়চল্লিশ ডিগ্রীৰ কোণ এটা কৰি ওলমি যোৱাটোৱেই তাৰ অভ্যাস। বাচত তিল ধাৰণৰ ঠাই নাথাকিলেও সি তাৰস্বৰে চিঞৰে—"চলা আও, চলা আও, একদম খালী গাড়ী।" বাচৰ সমুখত গৰুগাড়ী দেখিলে হুলস্থুল কৰি গৰুগাড়ীৰ গাৰোৱানক অশ্লীল ভাষাত গালি পাৰিবলৈ আৰম্ভ কৰে। গাড়োৱানক গৰু চম্ভালি বাটৰ কাষলৈ যোৱাৰ সময়কণ নিদিয়ে।

উপায় নাই। ড্ৰাইভাৰ বৃত্তি লবলগীয়া হব বুলি পবিত্ৰই কেতিয়াও ভবা নাছিল। আচলতে কল্পনাও কৰা নাছিল। প্ৰতাপ ল'ৰাজন ভাল, সঁচাই সোণৰ হাৰভাল সিয়েই পাইছিল। পবিত্ৰই দেখা নাছিল। কোনেও গম নোপোৱাকৈ আত্মসাৎ কৰিব পাৰিলে হয়। তাকে নকৰি সি পবিত্ৰক ক'লে, "এ দাদা, এইখন কি

চাওকচোন।”

কিছুমানৰ কাৰণে ড্ৰাইভাৰ হব পৰাটো জীৱনৰ চৰম সাৰ্থকতা। তাৰ কাৰণে এইটো হ'ল চূড়ান্ত অধঃপতন। অইন ড্ৰাইভাৰে বুকু ফিন্দাই ফুৰে। পবিত্ৰই নিজকে লুকাই ৰখাৰ চেষ্টা কৰে। চিনাকি কোনোবা বাচত উঠিছে বুলি গম পালে তেওঁ মুখখন ঘূৰাই পিছ-ফালে নাচায়। চকুত চকু পৰে বুলি ভয়।

ৰক্ষীৰহাটত মোহনৰ চাহৰ দোকানৰ সমুখত বাচৰ ভিতৰত শুই পবিত্ৰ চক্ৰৱৰ্তীয়ে চিন্তা কৰে। নহয়, অলপ ভুল হ'ল, চিন্তা নকৰে, তেওঁৰ চিন্তা কৰাৰ শক্তি নষ্ট হৈ গৈছে। ঠিক নষ্টও নহয়। চিন্তা কৰিবলৈ তেওঁ ভয় কৰে। পৰিবাৰ, ল'ৰা-ছোৱালী, সিহঁতৰ ভৱিষ্যত? মূৰটো গৰম হৈ উঠে। চিন্তা নকৰাই ভাল। কিন্তু বিশৃঙ্খল ভাবে অতীতৰ দৃশ্যবোৰ চকুৰ আগত ভাহি উঠে। নিঃসঙ্গ শয্যাত শুই আপোনমনে কিবাকিবি বকি সাৰ পাই উঠে।

তেওঁৰ বহুতো গুণ আৰু যোগ্যতা আছিল। গাড়ী চলাব পাৰে, বন্দুক চলাব পাৰে। সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা, জমিদাৰৰ ল'ৰাৰ লগৰীয়া। স্বয়ংক্ৰিয় ভাবে এইবোৰ গুণ আয়ত্ত কৰিছিল। ভাল ফুটবল খেলিব পাৰে। পাৰে নহয়, পাৰিছিল। স্থায়ীভাবে টাউন ক্লাবৰ বেকত খেলিছিল। বিপক্ষ দলৰ খেলুৱৈৰ পক্ষে তেওঁক অতিক্ৰম কৰি যোৱা সহজ নাছিল। তেওঁৰ আৰু এটা গুণ আছিল। ভাল চেতাৰ বজাব পাৰিছিল। চেতাৰ এটা এতিয়াও তেওঁৰ ঘৰত আছে। চেতাৰ কিনাৰ মানুহ নাই কাৰণে থাকি গৈছে। পিছে সেই যুগত এইবোৰৰ এটাও অৰ্থকৰী বিদ্যা নাছিল। এইবোৰ গুণ পবিত্ৰই স্বয়ংক্ৰিয় ভাবে আয়ত্ত কৰি লৈছিল। ফলত আচল কথাই বাদ পৰি গ'ল। লিখা-পঢ়া নহল। নিজৰো আগ্ৰহ নাছিল, ঘৰৰ পৰাও তেনেকৈ জোৰ দিয়া হোৱা নাছিল। জীৱন যাত্ৰাৰ পৰিবৰ্তন নহয়, এইয়েই আছিল বিশ্বাস। ভুল হৈছিল। বাহিৰৰ পৰা দেখাত মজবুত যেন দেখিলেও গাঁথনি ইতিমধ্যে দুৰ্বল হৈ পৰিছিল।

ভুল হৈছে, মহাভুল হৈ গৈছে। ইমান সুবিধা পাইয়ো লিখা-পঢ়া নকৰি মহাভুল হৈছে। কাষেৰে পাৰ হৈ যোৱা হিন্দুস্থান গাড়ীখন দেখি পবিত্ৰৰ মনটো কিবা লাগি গ'ল। খগেন কলিতাৰ গাড়ী। কলিতাই নিজেই চলাই গৈছে। খগেন কলিতা ধৰ্ম্ম খুৰাৰ ঘৰত থাকি মধুপুৰৰ হাইস্কুলত পঢ়িছিল। আচলতে তেওঁলোকৰ ঘৰৰ কামকৰা ল'ৰা আছিল বুলি কব পাৰি। ইমান কষ্ট কৰি থাকিও প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিলে। অলপতে এচ. ডি. অ' হৈ ধুবুৰীলৈ আহিছে। তেওঁলোকে খগেনক কিমান জোকাইছিল। "হাও বাপা খগেন তোমাৰ মোকচাখান মু কি কল্লা?"

মাজপাটত গৰপোৱালীটো নিশ্চিন্তমনে শুই আছিল। পবিত্ৰই লক্ষ্য কৰা নাছিল। শেষ মুহূৰ্তত ষ্টিয়াৰিং কাটি ঘূৰাই কোনো ৰকমে কাষেদি পাৰ হৈ গ'ল। পবিত্ৰ সতৰ্ক হৈ পৰিল।

আয় নাই, কিন্তু জাকজমক ঠিকেই আছে, আয় নাই কিন্তু বাহাদুৰি আছে, আয় নাই কিন্তু ব্যয় আছে। দোকানীয়ে গগন চক্ৰৱৰ্তীক হুজুৰ বুলি মাতিছিল। আগৰ কালে মহিম চক্ৰৱৰ্তীকো হুজুৰ বুলি মাতিছিল। জোৰ কৰি বস্তু গতাই দিছিল। পইচা নাই বুলি ক'লে ঢেকুঢেকাই হাঁহিছিল। হুজুৰে যেন বৰ ৰসৰ কথাহে কৈছে হুজুৰৰ ৰসজ্ঞানৰ পৰিচয় পাই নিজেও ৰসিকতা কৰিছিল। "নাই যদি নিদিব। কি আৰু কৰা যাব? আপকো লিয়ে ইয়ে সামান কলকত্তাচে লায়া। আপুনি নল'লে এই বস্তু অইন কোনে লব পাৰিব: এনেয়ে দোকানত পৰি থাকিব।"

পবিত্ৰৰ ডেকা কালতো ইমাৰতটো বাহিৰৰপৰা দেখাত ঠিকেই আছিল কিন্তু ভেটি ইতিমধ্যেই দুৰ্বল হৈ পৰিছিল। দোকানীবোৰে গম পাইছিল। সিহঁতে গম পায়। তেতিয়াও সিহঁতে মহিম চক্ৰৱৰ্তীক হুজুৰ বুলিয়েই মাতিছিল কিন্তু দেখিলে উচ্ছাসিত হোৱাৰ পৰিবৰ্তে আতংকিত হৈ উঠিছিল।

পবিত্ৰ চক্ৰৱৰ্তীয়ে বুজি পাইছিল। কিয় বুজি নাপাব? লাগ বুলিলেই বস্তু পোৱা নাযায়। ইটো নাই, সিটো নাই—ঘৰত সদায়

অশান্তি। বাহিৰৰ মানুহৰ পৰা দৈন্য লুকুৱাৰ চেষ্টাতো আছেই, ঘৰৰ মানুহৰ পৰাও লুকুৱাৰ চেষ্টা। ভৰবেগত তেতিয়াও অৱশো চলি আছিল। পিছে মধুপুৰৰ অৱস্থা পৰি অহা এই সম্ভ্ৰান্ত মানুহ-বোৰে পৰিবৰ্তিত অৱস্থাৰ লগত নিজকে খাপ খুৱাই লোৱাৰ কোনো চেষ্টাই নকৰিলে। বৰং নানাধৰণৰ উপপথেৰে তেওঁলোকে পলাই যোৱাৰ চেষ্টা কৰিলে। গোবিন্দ চক্ৰৱৰ্তী মাদ্ৰাজৰ পৰা দুখনমান জ্যোতিষশাস্ত্ৰৰ কিতাপ আনি জ্যোতিষী হ'ল। মানুহৰ ভাগ্য গণনা কৰে। ৰামধন বৰুৱাই নাম-কীৰ্তন গাবলৈ ধৰিলে। নিজৰ ঘৰতেই নহয়; মূৰত পাগুৰি মাৰি, ভোৰতাল বজাই তেওঁ গ্ৰাম গ্ৰামান্তৰত নামকীৰ্তন কৰি ফুৰিবলৈ ধৰিলে। কাৰোবাৰ হাতত তেওঁক এটা খবৰ দিলেই হ'ল। মূৰত পাগুৰি মাৰি ওলাবগৈ।

মহিম চক্ৰৱৰ্তী কালীসাধক হ'ল। তেওঁ ৰঙা কাপোৰ পিন্ধি কপালত সেন্দুৰৰ ফোট লবলৈ আৰম্ভ কৰিলে। মদ খোৱাৰ পইচা নাই কাৰণে গাঁজা খাবলৈ ধৰিলে। প্ৰত্যেকে একো একোটা বেলেগ উপপথেৰে পলাই যোৱাৰ চেষ্টা ল'লে।

ওচৰা ওচৰিকৈ ঘটা দুটা ঘটনাই তেওঁলোকক সম্পূৰ্ণ ধৰাশায়ী কৰি পেলালে। প্ৰথম হ'ল পূৰ্ব পাকিস্থানৰ পৰা অহা ভগনীয়াৰ সোঁত। সকলো প্ৰতিকূল অৱস্থাৰ মাজতো জীয়াই থকাৰ কাৰণে দৃঢ়প্ৰতিজ্ঞ এই কৰ্মক্ষম মানুহবোৰৰ লগত প্ৰতিযোগিতাত তেওঁলোকে সম্পূৰ্ণৰূপে হাৰি গ'ল। কোনো স্থানীয় মানুহ এতিয়া আৰু মধু-পুৰৰ টাউন কমিটিৰ চেয়াৰমেন হ'ব নোৱাৰে। দোষ নিজৰ, নিজৰ অক্ষমতাৰ। দ্বিতীয় হ'ল জমিদাৰী প্ৰথাৰ উচ্ছেদ। অইন নাথাকিলেও যিখিনি জলক আছিল তাকো নোহোৱা হ'ল।

ভাল দাম পাই মহিম চক্ৰৱৰ্তীয়ে গোটেই মাটি বিক্ৰী কৰি দিলে। সেই টকাৰে ডাঙৰ ব্যৱসায় কৰিব বুলি নানা ধৰণৰ যুক্তি পৰামৰ্শ কৰিলে। পিছত টকাখিনি শেষ হোৱাত কালীসাধক হ'ল।

অইন কোনো ঠাইতে ইমানবোৰ প্ৰকাণ্ড প্ৰকাণ্ড জৰাজীৰ্ণ টিনপাতৰ ঘৰ নাই। ঘৰৰ চালবোৰ ৰঙা। ৰং দিয়া নহয়, মামৰে

ধৰি তেনেকুৱা হৈছে। ঘৰ সাজিবলৈ হ'লে বা মেৰামতি কৰিবলৈ হ'লে একেলগে বহুতো টকাৰ প্ৰয়োজন।

পলাবলৈ খুজিলেই পলাব নোৱাৰি। কঠোৰ বাস্তৱে পলাবলৈ নিদিয়ে। অন্ন লাগে, বস্ত্ৰ লাগে। পবিত্ৰই বুজি পালে যে এনেকুৱাকৈ নচলে। কিন্তু কৰে কি? কি কৰে? শশী দত্তৰ তালৈ আৰু ধাৰ বিচাৰি কিমান যাব? আজিলৈ এটা টকা ঘূৰত দিব পৰা নাই। ধাৰ কিহৰ? ভিক্ষাহে। ইতিমধ্যে বিয়াও কৰাইছে। ল'ৰাও এটা হৈছে

মহিম চক্ৰৱৰ্তী দুৰ্বল চৰিত্ৰৰ মানুহ উপায় নাপাই কালীসাধক হৈছে। ৰঙা কাপোৰ পিন্ধি ঘূৰি ফুৰে। দোকানীয়ে বাকী নিদিলে দোকানীক গালি পাৰে

"মোৰ ইমান ফুটনি? এই সামান্য বস্তু বাকীত নিদিয়? তোৰ বাপেৰে সিদিনালৈ হুজুৰ হুজুৰ বলি ভৰিত ধৰিছিল।"

বজাৰৰ সিফালৰ ল'ৰাবোৰে নতুন তামাচা এটা আৱিষ্কাৰ কৰিছে। মহিম চক্ৰৱৰ্তীক বাটত দেখিলেই এদল ল'ৰাই 'হুজুৰ হুজুৰ' বুলি চিঞৰি তেওঁৰ পিছে পিছে ফুৰা কৰিছে। তেওঁ যিমানে খং কৰে, ল'ৰাবোৰৰ স্ফূৰ্তি সিমানে চৰিহে যায়। ইফালৰ পৰা এজাক ল'ৰাক খেদি গ'লে অইন এজাক ল'ৰাই পিছফালৰ পৰা আগবাঢ়ি আহে। পিছফালৰ পৰা তেওঁৰ কাপোৰত ধৰি টানে। টনা টনি কৰোঁতে তেওঁৰ পোন্ধ খুলি যায়। খঙৰ কোবত তেওঁ লক্ষ্য কৰিবলৈ পাহৰি যায়। শশী দত্তই ছুটামানক ধৰি কাণতলীয়া চৰ দিয়াতহে সিহঁত পলাই যায়।

এনেকৈ বিনা পইচাৰ প্ৰদৰ্শনী বন্ধ হোৱাত দৰ্শকৰ খং উঠে।

"কিহৰ হে কিহৰ? তাৰ ইমান কিহৰ?"

"পবিত্ৰৰ বন্ধু কাৰণে হব পায়।"

"পবিত্ৰৰ বন্ধু? জানা ভালকৈ? পবিত্ৰৰ নে পবিত্ৰৰ পৰিবাৰৰ?"

নিজৰ পৰাই সজাগ কাৰণে পবিত্ৰৰ ধৈৰ্য্যচ্যুতি ঘটি গ'ল। বাপেকে তাক শুনাই শুনাই বকি আছে।

"হে ভগবান! ইয়ো চাবলগীয়া হ'লো। ৰাম শাস্ত্ৰীৰ বংশৰ ল'ৰা ড্ৰাইভাৰ হৈছে। মই, এই মহিম চক্ৰৱৰ্তী, জমিদাৰৰ ড্ৰাইভাৰ মথুৰাক বজাৰৰ মাজত চৰিয়াইছিলো। মতলব কৰি পানীৰ ওপৰেদি গাড়ী চলাই মোৰ গাত বোকা পানী ছটিয়াই দিছিল। মুৰাৰীৰ দোকানৰ সমুখত গাড়ী ৰাখি বজুৱা মাৰি আছিল। কোনো কথা নাই। ঠাচকৰে এক চৰ লগাই দিলো। শুনি জমিদাৰৰ প্ৰথমে খং উঠিছিল। বুজাই কোৱাত ওলোটাই মথুৰাৰ জৰিমনা কৰিলে। আমি হ'লো পুৰোহিত বংশৰ মানুহ। কম সন্মান আছিল আমাৰ?"

তাৰ পিছত কিছুসময় ধৰি তেওঁ জমিদাৰৰ গুণৰ বৰ্ণনা দিলে। শেষত হাঁহি উঠিল। স্ফূৰ্তিৰ হাঁহি নহয়, বিদ্ৰূপৰ হাঁহি।

"শশী দত্ত আজি মস্ত ডাঙৰ মানুহ। হিজ ফাদাৰ ভৰত ফেৰিৱালাই মোৰ ভৰিত ধৰিছিল। টাচ্ টু মাই ফিট উইদ হিজ হেন্দচ্। চকোৱাত লাগি থকা ভোলকেইটা দিব লাগে—ল'ৰা-ছোৱালীকেইটাক সিজাই খুৱাব। ড্ৰাইভাৰ কাৰ? সে ভৰত ফেৰিৱালাৰ ল'ৰাৰ? শশীক কি বুলি মাতিব লাগে? চাৰ নে হুজুৰ? ভিক্ষা কৰি খোৱাও ভাল আছিল।"

হঠাতে পবিত্ৰৰ ধৈৰ্য্যচ্যুতি হ'ল।

"তাকেই কৰিবা, কোনে হাক দিছে। ড্ৰাইভাৰৰ পইচাৰ ভাত খাবলৈ লাজ লাগে যদি তাকেই কৰিবা। এনেকৈ ইতিকিং কৰি নাথাকিবা।'

হেণ্ডিমেন বুঢ়া আচৰিত হৈ গৈছে কি হ'ল? দাদাইতো ইমান জোৰে গাড়ী নচলায়। দাদাৰ আজি হৈছে কি? যাত্ৰী কিছুমানে শংকিত হৈ উঠিছে, কিছুমানে বাহবা দিছে, "চাবাচ, আৰু জোৰে। ড্ৰাইভাৰতো নহয়, পাইলট। নিয়া উৰুৱাই লৈ যোৱা।" বাটত থকা এপাল গৰুৰ মাজেৰে কথমপি বাচখন পাৰ কৰি লৈ গ'ল। পবিত্ৰ সজাগ হৈ গাড়ীৰ গতি কমাই আনিলে। অকল গতিবেগ সংযত কৰাই নহই, পবিত্ৰই বাচখন ৰখাই দিলে। বাটৰ কাষেদি মানুহ এজনে কেইটামান ঘঁৰিয়া মাছ লৈ গৈ আছে।

"বিক্রী কৰিবা নেকি ?"

পবিত্রৰ পিতাকে ঘঁৰিয়া মাছ খাবলৈ ধৰ ভাল পায়। আগতে জাৰকালি মানুহ পঠিয়াই আগমনীৰ পৰা ঘঁৰিয়া মাছ অনাইছিল। এইবিধ মাছ সকলো ঠাইতে নাপায়। গংগাধৰ নৈতহে এই মাছ আছে। তাকো সকলো সময়তে নাপায়। জাৰকালি পূর্ণিমাৰ ওচৰে-পাজৰেহে পায়। বৌ মাছৰ দৰেই, পিছে বৰ বেছি ডাঙৰ নহয়। পবিত্রই এটা মাছ ল'লে। বুড়াক মধুপুৰত নমাই দি গ'লে হ'ব। সি ঘৰত দি থৈ বেলেগ এখন বাচেৰে ধুবুৰীলৈ যাব পাৰিব।

বাপেকৰ কাৰণে বেয়াও লাগে। কি আছিল আৰু কি হৈছে। আজি মনত কৰি ধুবুৰীৰ পৰা লেপ এখন কিনি আনিবই লাগিব। ঘৰত কোনে কৰাই লব ? তেওঁৰ লেপখনৰ একো নাই। বুঢ়া মানুহজনে জাৰত বৰ কষ্ট পাই আছে।

সংজ্ঞামতে শশী দত্তহঁতক ভগনীয়া বুলি কব নোৱাৰি। ১৯৪৫ চনতেই ভৰত দত্তহঁত মধুপুৰলৈ আহে। তেওঁলোক আচলতে কঁহাৰ মানুহ। তেওঁলোকৰ সম্প্রদায়ৰ বহুতো মানুহ আগৰ পৰাই তাত আছিল। বুঢ়া নীলমণি দত্তৰ দোকানখন মধুপুৰৰ এখন ডাঙৰ দোকান। বুঢ়াক দেখি কোনে ক'ব যে বুঢ়াৰ ইমান টকা আছে। পিন্ধনত লেতেৰা ধুতি, গাত এটা ফতুৱা অর্থাৎ ঠিক কামিজো নহয়, বনিয়নো নহয় এনেকুৱা এটা চোলা। কপালত চন্দনৰ ছাপ আৰু ডিঙিত তুলসী কাঠৰ মালা। এওঁলোকক ভাৰষা কৰি হত-দৰিদ্র ভৰত দত্ত মধুপুৰলৈ আহিছিল। ভৰত দত্তই তেওঁৰ দিনত উন্নতি কৰিব পৰা নাছিল। নীলমণি দত্তৰ দোকানৰ কিছু বস্তু লৈ ফেৰি কৰি ফুৰিছিল।

পবিত্র শশীৰ সহপাঠী। পঢ়াত দুয়ো সমান। দুয়োজনে ফেল কৰি কৰি অগা-পিছাকৈ ক্লাচ নাইনতেই পঢ়া এৰিছে। শশীয়ে নিজৰ চেষ্টাত উন্নতি কৰিছে। স্কুলত থাকোঁতেই ইটো সিটো কৰিছিল। স্কুল এৰি দেহে-কেহে লাগি গ'ল। ভগা চাইকেল এখনৰ আগে পিছে, দুয়োকাষে পর্বত প্রমাণ বস্তু লৈ হাটে-বজাৰে ঘূৰি ফুৰিছিল।

আঠ-দহ বছৰৰ ভিতৰতে খেৰৰ চালি ভাঙি পকীঘৰ তুলিলে। মানুহে কোৱাকুই কৰিলে যে তেওঁৰ বেলেগ কাৰবাৰ আছে। বৰ্ত্তমানে তেওঁ চাৰিখন বাচৰ মালিক।

শশীয়ে পবিত্ৰক ক'লে—"চাচোন কাণ্ড। এই মেলাৰ সময়ত ১৩৭ অৰ ড্ৰাইভাৰজনৰ অসুখ হ'ব পায়নে?"

১৩৭ হ'ল তেওঁৰ এখন বাচৰ নম্বৰ এ, এস, জি, ১৩৭। আৰু মেলা হ'ল বগ্ৰীবাৰীৰ মহামায়াৰ মেলা। এই মেলাত অভাৱনীয় মানুহৰ সমাগম হয়। অইন লাইনৰ বাচবোৰো সেই সময়ত বিশেষ অনুজ্ঞাপত্ৰ লৈ এই লাইনত চলোৱা হয়। তথাপিও যাত্ৰী কঢ়িয়াই শেষ কৰিব নোৱাৰি। যেয়ে যিমান ট্ৰিপ মাৰিব পাৰে সেয়ে সিমান লাভ কৰিব পাৰে। সেই সময়ত গাড়ী বহি থাকিলে ভয়ানক লোকচান। বাচবোৰ এই গৈছে, এই আহিছে। বাচ ৰখাৰ লগে লগে মানুহে জুমুৰি দি ধৰে। ড্ৰাইভাৰ, কন্‌ডাক্‌টৰৰ নামি গৈ চাহ এটোপা খোৱাৰ আহৰি নাই। মেলাৰ কেইদিন দৰ্মহাৰ ওপৰিও ট্ৰিপ প্ৰতি সিহঁতক অতিৰিক্ত পইচা দিয়া হয়।

"মই নিজে কেইটামান ট্ৰিপ মাৰিম। দিবি নেকি তইয়ো কেইটামান ট্ৰিপ মাৰি?"

"কেনেকৈ হ'ব? মোৰ বাচ চলোৱাৰ লাইচেন্স নাই নহয়।"

"সেই লৈ তই চিন্তা কৰিব নালাগে। মই যি কৰিব লাগে কৰিম। কোন বেটাই তোৰ নিচিনা গাড়ী চলাব পাৰে অ'?"

সেয়েই আৰম্ভণি। কেইটামান ট্ৰিপ মাৰিব পৰাটো এটা স্ফূৰ্তিৰ কথা। ডেকাকালত গাড়ী চলাব পৰাটো এটা আনন্দদায়ক কথা। এটা নিচাও। যৌন আবেদনৰ দৰে উগ্ৰ।

বিশ ট্ৰিপ মৰাৰ কাৰণে শশীয়ে পবিত্ৰক ২০০ টকা দিলে। তেতিয়াৰ দিনত এটা ডাঙৰ অঙ্ক। পবিত্ৰই গৰ্ব বোধ কৰিলে। এইটোৱেই আছিল তেওঁৰ জীৱনৰ প্ৰথম উপাৰ্জন। মেলা শেষ হ'ল, কথা তাতেই শেষ হ'ল।

তাৰ পিছত? কিবা এটা কৰিব লাগিব, কিন্তু কি? পবিত্ৰৰ

দেউতাকেতো পলাই ফুৰিছে। ৰঙা কাপোৰ পিন্ধি বাটে বাটে বক্তৃতা দি ফুৰে। পুৰণি দিনৰ কথা কৈ গৰ্ব কৰে। মানুহে মজা পায়। একদল ল'ৰা পিছত লাগে। হুজুৰ, হুজুৰ বুলি চিঞৰিব ধৰে। ঘৰত খাবৰ নাই। দেউতাকে মাটিবোৰ বিক্ৰী কৰি কৰি শেষ কৰিছে। ঘৰত থকা বিক্ৰী কৰিব পৰা সকলো বস্তু বিক্ৰী কৰা হৈ গৈছে। আ-অলঙ্কাৰ, গধুৰ বাচন, নীলমণি দত্তই কিনি লৈছে। অতি সস্তা দামত। লুকাই চোৰাংকৈ বিক্ৰী কৰিলে দাম কম পাবই। পবিত্ৰৰ পিন্ধা কাপোৰ-কানি নোহোৱা হৈ আহিছে। এটা মাত্ৰ কামিজ, এইটোও কান্ধৰ কাষত ফাটি যাবলৈ ধৰিছে।

পবিত্ৰ আকৌ শশীৰ তালৈ গ'ল এই হৃতসৰ্বস্ব অভিজাত শ্ৰেণীৰ মানুহৰ প্ৰতি শশীৰ এটা মিশ্ৰ অনুভূতি আছে। সকলো সুবিধা থকা সত্বেও একো এটা কৰিব নোৱাৰাৰ কাৰণে ঘৃণা আৰু পংগু আৰু অক্ষম মানুহৰ প্ৰতি সংবেদনশীল মানুহৰ স্বাভাৱিক করুণাৰ ভাব। অলপ ঈৰ্ষাৰ ভাবো আছে। তেওঁলোকে জীৱনক উপভোগ কৰিব জানে। অন্ততঃ জানিছিল। তেওঁৰ উপাৰ্জন কম নহয়, কিন্তু মৰিবৰ সময় নাই। ধুবুৰীলৈ গৈ এখন চিনেমা চোৱাৰ সময় নাই। পৰিবাৰে খেচখেচাই আছে। তেওঁ ক'লে—"যোৱা তুমি, মাল ভাইঁতক লৈ যোৱা। গাড়ী-ঘোৰা সকলো ব্যৱস্থা কৰি দিওঁ।"

পৰিবাৰে উচাট মাৰি উঠিল, "নালাগে দিয়া।"

যায় কেনেকৈ? ৰাতি বাচবোৰ উভতি আহে। হিচাপ বুজি লব লাগে। অলপ ঢিলা দিলে শেষ কৰি দিব। তাৰোপৰি ক'ৰ বাত গাড়ী বেয়া হৈ থাকিব পাৰে, কিবা এক্‌চিডেণ্ট কৰিব পাৰে, কিবা পাৰ্টচ বেয়া হ'লে ৰাতিৰ ভিতৰত ভাল কৰি ৰাতিপুৱা লাইনত দিব লাগে। ইমানখিনি কৰি আছে কাৰণে কাৰবাৰ চলি আছে। ন'হলে কাৰবাৰ ভাহি যাব। লালবাতি জ্বলিব।

শশীক কেইটামান টকা হাওলাত লাগে বুলি কোৱাত তেওঁ একো নামাতিলে। হিচাপ-পত্ৰ চাই থকাত বেছিহে ব্যস্ত হ'ল। পবিত্ৰৰ কাণ-মূৰ গৰম হৈ উঠিল। বহুত সময়ৰ মূৰতো শশীয়ে

যেতিয়া একো নকলে, পবিত্ৰ তেতিয়া যোৱাৰ কাৰণে থিয় হ'ল।

"ৰবি।"

পবিত্ৰ বৈ গ'ল।

"কিমান টকা লোৱা হৈছে হিচাপ আছে?"

"দিম নহয়।"

"ক'ৰপৰা দিবি? হাউ?"

এই প্ৰশ্নৰ উত্তৰ পবিত্ৰৰ জনা নাই। উত্তৰ দিব নোৱাৰি তেওঁ মনে মনে ৰ'ল।

"বেয়া নাপাবি। তোৰ ভালৰ কাৰণে কৈছো। এনেকৈ কিমান দিন চলিব?"

"কিবা এটা কৰিব লাগিব।"

"পিছে কি কৰিবি? লিখা-পঢ়া নাই, ভাল চাকৰি এটা যোগাৰ কৰি লবি যে তাৰো উপায় নাই। টকা পইচা নাই যে কাৰবাৰ কৰিবি। আমাৰ দৰে হাটে-বজাৰে মাল কঢ়িয়াই তই ঘূৰি ফুৰিবও নোৱাৰিবি। টকা থাকিলেও পিছে তইঁতে কাৰবাৰ কৰিব নোৱাৰ। ইমান জামেলা সহ্য কৰাৰ সাধ্য নাই। তেনেহ'লে? কথাষাৰ দকৈ ভাবি চা।"

পবিত্ৰই জানে, এইবোৰ সকলো কথা জানে। পবিত্ৰই অস্বস্তি বোধ কৰিলে, ঘামিবলৈ ধৰিলে। কব নোৱাৰাকৈয়ে দুয়ো হাতে মুখখন মোহাৰিব ধৰিলে। শশীয়ে নিজেও অস্বস্তি বোধ কৰিছে। পিছে তেওঁ তেওঁৰ নিজস্ব ধৰণে পবিত্ৰৰ প্ৰতি সমানুভূতিশীল।

"এনেকৈতো চলিব নোৱাৰ। কিবা এটা নকৰিলে নহব।"

"নহব।"

"কি কৰিবি?"

"তাকেইতো।"

"নিজৰ যেনেকুৱা কেপাচিটি সেইমতে কাম কৰিব লাগিব।"

"সেইটো তো হয়েই।"

"তেনেহলে?"

"কি তেনেহলে ?"

শশী বৈ গ'ল। সংকোচ এৰি জোৰকৈ কৈ পেলালে।

"তইতো খুব ভাল গাড়ী চলাব পাৰ। ইয়াত তো লাজৰ‥ ‥ ।"

পবিত্র ঘপহকৈ থিয় হৈ উঠিল।

"যাওঁ দে।"

"ৰবি, পইচা লাগে বুলি কৈছিলি নহয়, লৈ যা।"

"নালাগে দে।"

পবিত্রই ষ্টিয়াৰিঙৰ পৰা হাত উঠাই মুখখন মোহাৰি ল'লে। সিদিনা শশীৰ কথা শুনি তেওঁ অপমান বোধ কৰিছিল ঠিকেই। তাতোকৈ বেচি অসহায় বোধ কৰিছিল।

পবিত্রৰ পৰিবাৰ উর্মিলাও একে অৱস্থাৰ পৰিয়ালৰ ছোৱালী। বৰ ভাল ছোৱালী। ইমান কষ্ট কিন্তু কোনো অভিযোগ নাই। মৰি গ'লেও নিজৰ অভাৱ-অনাটনৰ কথা কাকো জানিবলৈ নিদিয়ে। নিজৰ মাক-বাপেককো নকয়। কিন্তু সহ্যৰ এটা সীমা আছে।

ৰজনী মহাজনে মাজ চোতালত থিয় হৈ অশ্লীল ভাষাত গালি পাৰি গ'ল। দোকানৰ বহুত বাকী জমা হৈ আছে। এতিয়া মহাজনে বাকী নিদিয়ে। এইবোৰ বহুত দিন আগৰ বাকী। অহা মাহত দিম, বিহুৰ সময়ত দিম, পূজাৰ সময়ত দিম, আজি দিম, কালি দিম বুলি দিন পাৰ হৈ গৈ আছে।

আজি মহাজন দৃঢ়প্রতিজ্ঞ।

"ছলাহী ক'ৰবাৰ, জুৱাচ্চোৰ ক'ৰবাৰ।"

এইখিনিয়েই মোটামুটি-ভাৱে অশ্লীল নহয়। বাকীবোৰ পুনৰুক্তি কৰিব নোৱাৰি। দূৰতে মহাজনক অহা দেখি মহিম চক্রৱর্তী পলাইছে। পবিত্র ঘৰত নাছিল। মহাজনেও সেইকাৰণে নিশ্চিন্ত হৈ গালি পাৰিব পাৰিছে।

যোৱাৰ সময়ত মহাজনে স্পষ্ট নির্দেশ দি গ'ল।

'তোৰ পৰিবাৰজনী বোলে দেখাত ধুনীয়া। নিজৰ উপার্জন কৰাৰ ক্ষমতা নাই যদি পৰিবাৰক ভাৰা খটুৱাই আর্জিব পাৰ দেখোন।"

উৰ্মিলাই পবিত্ৰক একো কোৱা নাছিল। কান্দি কাটি তেওঁ বিছনাত পৰি আছিল।

পবিত্ৰই সুধিলে "কি হৈছে ?"

"একো হোৱা নাই।"

উৰ্মিলাই একো নকলেও ৰজনী মহাজন ওলাই যোৱাৰ লগে লগে মহিম চক্ৰৱৰ্তীয়ে ঘৰলৈ আহি জপিয়াবলৈ আৰম্ভ কৰিলে।

"হাতী খালত পৰিলে বেঙেও লথিয়ায়। এতিয়াই কি হৈছে ? আৰু হব। বাটেৰে যোৱা মানুহে একোটা গোৰ মাৰি যাব। নাযাব কিয় ? গাত মানুহৰ তেজ থাকিলেহে মানুহে মানুহ বুলি গণ্য কৰিব। নহ'লে বাটৰ কুকুৰ এটাইও ঘৰৰ তিৰীক অপমান কৰি যাবৰ সাহস কৰে নে ? মৰদ হ'লে কোনোবাই এতিয়াও ঘৰত সোমাই থাকিব পাৰেনে ? অইন হ'লে ইমানপৰে কুকুৰৰ পুতেক ৰজনীৰ মূৰটো ছিঙি আনিলে হয় ? তাৰ পিছত যি হয় হব। জেল হয়, ফাঁচী হয় কুছ পৰোৱা নাই।"

পবিত্ৰ হঠাতে উঠি ঘৰৰ পৰা ওলাই গ'ল। উৰ্মিলা আতংকিত হৈ উঠিল। মহিম চক্ৰৱৰ্তীৰ মাত তৎক্ষণাৎ একেবাৰে বন্ধ হৈ গ'ল। ভয়ে ভয়ে পবিত্ৰই কোনফালে গ'ল সেইফালে চাই ৰ'ল।

পবিত্ৰই খালী হাতে ৰজনী মহাজনক হত্যা কৰিবলৈ যোৱা নাছিল। তেওঁ পোনে পোনে শশী দত্তৰ তালৈ গ'ল।

"কিবা এটা ব্যৱস্থা কৰ।"

"কি ব্যৱস্থা কৰিম ?"

"কাম এটা দে।"

"মই কি কাম দিম ? সৰু মানুহ মই। ডি, চি, এছ, পিৰ কাম আছে জানো মোৰ হাতত ?"

"এইবোৰ ফালতু কথা বাদ দে। তোৰ বাছৰ ড্ৰাইভাৰ নালাগে জানো ?"

"কৰিবি জানো ?"

"নকৰি কি কৰিম ? আছে নেকি ?"

"বকুচীবহাট লাইনৰ ৰামপ্ৰসাদক আজিয়েই খেদিছো। মোন্না-কালি আকৌ মদ খাই গোলকগঞ্জত বাটৰ কাষৰ দোকান এখনত গাড়ী তুলি দিছে। চালা, দোকানত এশ টকাৰ বস্তু নাছিল। দহ হাজাৰ টকা দাবী কৰিছে। পাঁচশমান টকা নাপালে জুলুম কৰিব।"

"ঠিক আছে। কেতিয়াৰপৰা যাব লাগিব?"

"কালিয়েই যা। ৰাতিপুৱা এটা ট্ৰিপ আছে। যাদৱৰ পিনে অলপ লক্ষ্য ৰাখিবি। সি কণ্ডাক্টৰ। কামত খুব পাকৈত কিন্তু অতি বজ্জাত। হেন্দিমেন বুঢ়া পিচে বৰ ভাল ল'ৰা।"

প্ৰথম বাচ লৈ যোৱাৰ দিনাই পবিত্ৰই অনুমান কৰিছে। গোলকগঞ্জৰ নিৰ্দিষ্ট বাচ ষ্টেণ্ড পোৱাৰ আগতেই যাদৱে ঘণ্টি মাৰি বাচখন ৰখাই দিলে। দুজন মানুহ নামি গ'ল। যাদৱেও সিহঁতৰ লগতে নামি বাচখনৰ পিছফালে গ'ল। তাৰে এজনে হাতৰ টিপতে তাক কিবা এটা দিলে। আগমনীত বেপাৰী এজনে হুলস্থুল লগাই দিলে। ইটো জেপ খেপিয়ায়, সিটো জেপ খেপিয়ায়, ইফালে বিচাৰে, সিফালে বিচাৰে। পকেটত পাঁচশ টকা আছিল। নাই, কোনোবাই ল'লে। পবিত্ৰই যাদৱৰ ফালে চালে। যাদৱেও নিষ্পলক উদ্ধত দৃষ্টিৰে পবিত্ৰৰ ফালে চালে।

যাদৱে পৱিত্ৰক শুনাই শুনাই নিজৰ বীৰত্বৰ গল্প কৰে। কাক কেনেকৈ ঠগালে, কাক বেকায়দাত পাই কেনেকৈ মাৰিলে, কোন ছোৱালীক ফুচুলাই কেনেকৈ নষ্ট কৰিলে এইবোৰ গল্প। মহা বাহাদুৰিৰ কথা। গল্পটো কৈ খিকৃখিকাই হাঁহে। অতি ·বজ্জাত আৰু টেঙৰ। অৱশ্যে টেঙৰ নহ'লে এইবোৰ কাম কৰাও টান। ভাল মানুহ এজনে নিজেও পইচা খাব নোৱাৰে, মালিককো পইচা দিব নোৱাৰে। মালিকেও জানে। অতিৰিক্ত মাল আৰু মানুহ লৈ ড্ৰাইভাৰ, কন্‌ডাক্টৰে পইচা খালে সেইফালে বিশেষ চকু কাণ নিদিয়ে। নিজৰখিনি ঠিকমতে পাই থাকিলে হ'ল। বৰ বেচি লাগি থাকিলে খাই দিব। মতলব কৰি পাৰ্টচ ভাঙিব, সময়ৰ

মূৰত গাড়ী বেয়া কৰি ট্ৰিপেই বন্ধ কৰি দিব।

ষ্টিয়েৰিং ধৰি থকা পবিত্ৰ চক্ৰবৰ্তীৰ মুঠি স্বয়ংক্ৰিয়ভাৱে টান হৈ উঠিল। তেওঁ আড্ডাবাজ মানুহ আছিল। কিন্তু আজি কালি তেওঁ সকলোৰে লগ এৰিছে। বন্ধু-বান্ধৱ, আত্মীয়-স্বজন কাকো লগ নধৰে, কাৰো ঘৰত নাযায়। ৰাতি বাহিৰত থাকিব লগা হ'লে বাচত থাকে। নহ'লে বাচখন শশী দত্তৰ ঘৰৰ আগত থৈ পোনে পোনে ঘৰত সোমায়। খুলশালীয়েকৰ বিয়াত যোৱাটোৱেই ভুল হৈছিল। তেওঁৰ শহুৰেকৰ ঘৰো পৰি যোৱা ঘৰ। বাহিৰে ৰং চং, সেই আৰু কি? অৱশ্যে ঠায়ে ঠায়ে ৰঙৰ চিন এতিয়াও অলপ আছে। একে অৱস্থা। তেওঁৰ পিতাকৰ দৰে শহুৰেকৰো মানসিক বিকৃতি ঘটিছে। লুঙি এখন পিন্ধি গাঁঠি নিদিয়াকৈ হাতেৰে খামোচ মাৰি ধৰি থাকে। কোনোবাই নমস্কাৰ কৰিলে তেৰোঁ দুয়ো হাত যোৰ কৰি প্ৰতিনমস্কাৰ কৰিবলৈ যায়। লুঙি সোলকি ভৰিত পৰি যায়। তেওঁক বাহিৰৰ চোতালত ঘূৰি ফুৰা দেখিলে ৰং চোৱাৰ মনেৰে কোনোবাই মাত লগায়ঃ

"নমস্কাৰ, দেউতা।"

দৰাঘৰৰ মানুহৰ লগত পৰিচয় হওঁতে দৰাৰ ডাঙৰ ভিনিহিয়েকে সুধিলে, "কি কৰা হয়?"

পবিত্ৰই উত্তৰ দিবলৈ নাপাওঁতেই তেওঁৰ খুলশালিয়েকে ক'লে—"কি আৰু কৰিব? মাটিবাৰী আছে, তাকে চলাই খায়।"

পবিত্ৰই ক'লে, "নহয় দিয়ক, মাটিবাৰী কেতিয়াবাই গ'ল। মই এতিয়া ড্ৰাইভাৰ কাম কৰো।"

সকলোৰে কথা বতৰা বন্ধ হৈ গ'ল। অতি অস্বস্তিকৰ পৰিস্থিতি। শেষত পবিত্ৰই উৰ্মিলাক লগ ধৰি সুধিলে, "কি কৰিবা? মই যাওঁ, ৰাতিপুৱা ট্ৰিপ আছে। তুমি থাকিলে থাকা।"

উৰ্মিলাৰ মুখখনো অসম্ভৱ গম্ভীৰ।

"মইয়ো আপোনাৰ লগতে যাওঁ, অলপ ৰ'ব।"

বৰ্মীবহাটত সকলোৱে বাচৰ পৰা নামি গ'ল। ছোৱালীজনীৰ

নমাৰ দেখোন কোনো চেষ্টাই নাই। বাচ আৰু তো নাথায়, ইয়াতেই শেষ। গধূলি হৈছে। আৰকালিৰ বাতি, ইতিমধ্যে আন্ধাৰ হৈ আহিছে।
"কি হ'ল? নামা। কাৰ লগত আহিছা? লগৰ মানুহ ক'ত গ'ল?" ছোৱালীজনী নিমাত।

"কাৰ লগত আহিছা? ক'ত যাবা?"

তথাপিও নিমাত। পবিত্ৰই ছোৱালীজনীক বেলগুৰিত উঠা দেখিছে। লগত অইন মানুহ আছিল নে নাই লক্ষ্য কৰা নাই।

"তুমি বেলগুৰিত উঠিছা নহয়?"

"হয়।"

"কাৰ ছোৱালী?"

আকৌ নিমাত।

এয়াতো মহা জুলুমৰ কথা। ইতিমধ্যে যাদৱ ওচৰ চাপি আহিছে। তাৰ চেহেৰাই সলনি হৈ গৈছে। তাৰ চকুত লোভ আৰু কামনাৰ নগ্ন প্ৰকাশ, পাৰিলে যেন জাপমাৰি ধৰি তাতেই ৰমণ কাৰ্য্য আৰম্ভ কৰি দিয়ে। উত্তেজনাত যাদৱৰ উশাহবোৰ চুটি হৈ আহিছে। যাদৱৰ ফালে চাই আতংকত মূছৰ্কছ যোৱা যেন হৈ তাই পবিত্ৰক সাৱটি ধৰিলে।

"দাদা আপুনি মোক ৰক্ষা কৰক।"

নিষ্ঠুৰ অভিভাৱকে প্ৰেমৰ মৰ্য্যাদা দিব নাজানে। বয়ঃসন্ধি-ক্ষণৰ এক অস্পষ্ট স্বপ্নময় আবেশত তাই ঘৰ এৰি পলাই আহিছে। কল্পনাৰ জালত মেৰখাই তন্দ্ৰাচ্ছন্নভাৱে বাচত উঠিছে। মুহূৰ্ত্তৰ উত্তেজনাত কি ভয়ংকৰ বিপদত তাই জাপমাৰি দিছে সেইটো উপলব্ধি কৰি আতংকত তাই মূৰ্চ্ছিত হৈ পৰাৰ দৰে হৈছে। একপাল হিংস্ৰ কুকুৰে তাইক ছিঙি টুকুৰা টুকুৰ কৰি পেলাব। আতংকত তাই পবিত্ৰক সাৱটি ধৰিলে।

"দাদা, মোক ৰক্ষা কৰক।"

"হৰ বাৰু, ভয় নাই। কোননো তুমি? ক'লৈ যাম বুলি ওলাইছা?"

আকৌ নিমাত
“মনে মনে থাকিলে নহব নহয়। কাৰ ছোৱালী তুমি?”
“মহেশ্বৰ ৰায়ৰ ভনী।”
“মহেশ্বৰ ৰায়, মাষ্টৰ?”
“হয়।”
“এই বুদ্ধু, ৰেডিয়েটৰত পানী ঢাল।”
উত্তেজনাত যাদৱে কথা কব নোৱাৰা হৈছে, বিকৃত স্বৰত ক'লে—“কি কৰে? এই গাভৰু ছোৱালীজনীক ৰাতিখন অকলে ক'ত লৈ যায়? মই মহেশ্বৰৰ ঘৰত লৈ যাওঁ। মহেশ্বৰৰ পৰিবাৰৰ লগত থাকিব। ৰাতিপুৱা দেখা যাব কি কৰা যায়।”
“এই বুদ্ধু, হ'ল তোৰ পানী ঢালা?”
আশাভঙ্গৰ সম্ভাৱনা দেখি যাদৱ ক্ষিপ্ত হৈ উঠিছে।
“কি কৰিব খুজিছে?”
“যি কৰো কৰিম। তই মনে মনে থাক!”
“কথা ভাল নহব কিন্তু।”
“শাট আপ্।”
পবিত্ৰই ইমান জোৰেৰে চিঞৰিলে যে যাদৱে চক্ খাই উঠিল। যাদৱে বিনা সংকোচে যিকোনো দুষ্কৰ্ম কৰিব পাৰে, হত্যা, ধৰ্ষণ; কোনো অন্যায় কৰি তাৰ মনত কোনো ৰকমৰ প্ৰতিক্ৰিয়া নহয়। পবিত্ৰই অনুমান কৰি লব পাৰে। ঠিক সময়ত তেওঁ এনেকৈ চিঞৰি ডাবি দি উঠিছে। যাদৱে পবিত্ৰক ডাবি দিয়াতো দূৰৰ কথা, ডাঙৰকৈ মতাই শুনা নাই। হঠাতে এনেকৈ ডাবি দিয়াত সি থত্‌মত্ খাই উঠিল। ওচৰৰ চাহৰ দোকানৰ নকুলে চিঞৰি উঠিল, “অ' পবিত্ৰদা, কি হ'ল?”
“একো নহয়।”
তেওঁ ইঞ্জিন ষ্টাৰ্ট দিলে। যাদৱক ক'লে, “নাম, নামি যা।”
যাদৱে ক্ৰোধ, ঘৃণা, আক্ৰোশ মিহলি জ্বলন্ত দৃষ্টিৰে পবিত্ৰৰ কালে চাই নামি গৈ গাব বলেৰে দুৱাৰখন মাৰি দিলে।

পবিত্ৰই ভগবানক ধন্যবাদ দিলে। ভাগ্যে তেওঁৰ গাড়ীত আহিছে। ৰত্নেশ্বৰে মধুপুৰৰ স্কুলত পঢ়িছিল। তলৰ ক্লাচত আছিল, পিছত অৱশ্যে পবিত্ৰক লগ ধৰিছিল। সেই অপৰিণত বয়সৰ ৰোমাণ্টিক প্ৰেম। সেই অবিমৃশ্যকাৰিতা। ক্লাচ এইটত পঢ়ে ছোৱালীয়ে। গাঁৱৰ ছোৱালী, অলপ বেছি বয়সত পঢ়িলেও কিমাননো বয়স! বৰ বেছি যোল্ল, নহ'লে সোতৰ। অভিভাৱকে প্ৰেমৰ মূল্য বুজি নাপায়। ধুনীয়া ছোৱালী। ভাল দৰা পাই অইন ঠাইত বিয়া ঠিক কৰিছে। প্ৰকৃত নায়িকাৰ দৰে তাই ঘৰ এৰি পলাই আহিছে। একেলগে আহিলে মানুহৰ চকুত পৰিব পাৰে কাৰণে নায়কৰ আগতে আহি ৰখি থকাৰ কথা।

"ব'লা, ঘৰত থৈ আহোঁ।"

"ব'লক, দাদা ব'লক।"

কোনোমতে ঘৰ পালে ৰক্ষা। হে ভগবান, ভালে ভালে ঘৰ পোৱাই দিয়া।

ৰত্নেশ্বৰৰ ঘৰতো মহা চিন্তা। স্কুলৰপৰা বাহিৰে বাহিৰে কাৰোবাৰ ঘৰত গ'লেও তো ইমান পৰে আহিব লাগিছিল।

পবিত্ৰই দঢ়াই দঢ়াই ৰত্নেশ্বৰক ক'লে "খবৰদাৰ, মাৰপিট হুলস্থূল নকৰিবি। গোটেইখন ৰজনজনাই যাব। যি হৈছে হৈছে, সোনকালে বিয়াখন পাতি দে।"

"বিয়াতো ঠিকেই হৈ আছে। বৰ ভাল দৰা। দৰাঘৰৰ পৰাই সম্বন্ধ আহিছে। ছোৱালীবো মুৰত একো নাই। পঢ়াশুনা নহয়, মিছা কথা। পিছত এনেকুৱা দৰা ক'ত পাম? ভাগ্যে তোমাৰ গাড়ীত গৈছে। ভাগ্যে তুমি পাইছা।"

অন্যথায় পৰিণতিৰ কথা চিন্তা কৰি ৰত্নেশ্বৰ শিয়ৰি উঠিল। ৰত্নেশ্বৰৰ ঘৰত ভাত-পানী খাই ৰঙ্গীৰছাটলৈ উভতি আহোঁতে বহুত ৰাতি হ'ল। যাদৱ নাই, নাথাকেও। ৰাতিপুৱা বাচ এৰাৰ আগতে চকু-মুখ মোহাৰি কোনোৰকমে আহি পাব। পবিত্ৰই বাচৰ দুৱাৰ-খিড়িকিবোৰ বন্ধ কৰি শুই থাকিল। টোপনি নাই। স্বাভাৱিকতে

মনটো অস্থিৰ হৈ আছে। হঠাতে গাঁৱৰ পিনৰ পৰা এটা হুলস্থুলৰ শব্দ ভাহি আহিল। "ধৰ, ধৰ, মাৰ, মাৰ।" লাহে লাহে গণ্ডগোল শাম কাটিল। অলপ সময়ৰ মূৰত যাদৱক বিচাৰি কেইজনমান মানুহ ওলালহি।

"পলালে চালা, ইয়াতো নাই।"

পবিত্ৰই সুধিলে, "কি হৈছে, হৈছে কি?"

'এ্যাঃ, নহয় একো। চালাৰ মূৰটো কাটি ৰাখি থব নোৱাৰিলো, ছ্যা:।"

সেতিয়াৰ দিনত গাড়ী জলাই দিয়াৰ কথা তৎক্ষণাৎ মানুহৰ মনত খেলোৱা নাছিল আৰু কোনোবা এজনে দোষ কৰিলে তাৰ সম্প্ৰদায়ৰ সকলোকে বা তাৰ সমবৃত্তিধাৰী সকলোকে উচিত শিক্ষা দিয়াৰ প্ৰথাও বাৰুকৈ প্ৰচলিত হোৱা নাছিল।

পবিত্ৰই ইহঁতক সকলোকে চিনি পায়। লগত মহেশ্বৰক দেখি সুধিলে, "কি অ' মহেশ্বৰ, কি হৈছে কচোন ক।"

"নহয় একো। কম দিয়ক পিছত। জাপমাৰি দাখন আনোঁতে বেটাই পলালে। ক'ত যাবি চালা। মহেশ্বৰে তোক নেৰে।"

পিছত মহেশ্বৰে ক'বলগীয়া নহল। যাদৱেই ক'লে। মধুপুৰৰ বাচষ্টেণ্ডত যাদৱে গল মেলি ভুমুকা ভুমুকি কৰি চাই আছিল। তাক দেখি পবিত্ৰই বাচৰ পৰা নামি গ'ল।

যাদৱে সুধিলে, "মহেশ্বৰহঁতৰ কোনোবা আছে নেকি গাড়ীত?"

"নাই। কি হৈছিল কচোন। মাজৰাতি মহেশ্বৰে দা লৈ তোক কাটিব আহিছিল।"

যাদৱে খিক্‌খিক্‌কৈ হাঁহিবলৈ ধৰিলে।

"হয়তো, মহেশ্বৰে মোক কাটিব বুলি মই বাচত আহি তাৰ কাৰণে বখি থাকিম। ইমান বূৰ্বক বুলি নাভাবিবচোন।"

"পিছে কিনো হৈছিল?"

"আহক ইফালে। কাকো নকব। যোৱাকালি কিবা দিনটোৱেই বেয়া আছিল। আপুনি বাঢ়া ভাত খাব নিদিলে। দিয়া

অৱশ্যে উচিতো নাছিল। বৰেশ্বৰ আপোনাৰ বন্ধু মানুহ। আপুনি যি কৰিছে ভালেই কৰিছে। আপুনি নহৈ অইন কোনোবা হোৱা হ'লে তাতেই পেট ফালি দিলো হয়। পিছত যি হবৰ হ'ল হয়। মহেশ্বৰৰ পৰিবাৰ ৰাতি বাহিৰলৈ ওলাইছিল। হাতত ধৰি টানি আনিছো মাত্ৰ, তাই বেটীয়েতো মস্ত চিঞৰ। চাওকচোন কপাল-খন। কোনোৰকমে পলাই আহি হালাকুৰাৰ পৰা মৰাপাটৰ ট্ৰাক এখনত উঠি এইখিনি পালোঁ।"

দুষ্কৰ্মৰ কাৰণে কোনো অনুশোচনা নাই। আনুসংগিক অসুবিধা বোৰৰ কাৰণেহে বিৰক্ত।

"এই লাইনত কিছুদিন মই যাব নোৱাৰিম। আপুনি প্ৰতাপক লব। আপোনাৰ লগত মিলিব। বাচৰ কন্‌ডাক্টৰ হৈ ফটা কামিজ পিন্ধি ফুৰে। লেণ্ডাটো ক'ৰবাৰ। মই কিছুদিন বিলাসীপাৰা লাইনতেই থাকিম। ভাল পইচা আছিল এইটো লাইনত। কি আৰু কৰিম, কপাল বেয়া।"

দিন পাৰ হৈ গৈ আছে। উৰ্মিলাৰ মূৰৰ দুয়োকাষৰ চুলিবোৰ পকিছে। পবিত্ৰৰ চেহেৰাতো বয়সৰ ছাপ পৰিছে। ড্ৰাইভাৰ বুলি এতিয়া আৰু মনত কোনো সংকোচ নাই। লাইনৰ নিয়মিত যাত্ৰী-বোৰে কুশল প্ৰশ্ন কৰে।

মহিম চক্ৰৱৰ্তী ঢুকাইছে। শেষৰ ফালে তেওঁ অতিশয় শান্ত হৈ পৰিছিল। পবিত্ৰকো বিদ্ৰূপ কৰা নাছিল। ৰঙা কাপোৰ পিন্ধাও এৰিছিল। শেষৰ ফালে তেওঁ ঘৰৰ পৰা নোলাইছিল। একেবাৰে নিস্পৃহ। ঠিক নিস্পৃহ নহয়। পবিত্ৰৰ ল'ৰা ফটিকৰ পঢ়া শুনাৰ প্ৰতি প্ৰখৰ দৃষ্টি। ৰাতিপুৱাই আন্ধাৰ থাকোঁতে ৰাতি ৰাতি তুলি দিছিল। এপ্ৰোপ্ৰিয়েট প্ৰিপোজিশনৰ প্ৰশ্ন সুধি ফটিকক অস্থিৰ কৰি তুলিছিল। হয়তো অৱচেতন মনত আশা আছিল যে ফটিকে ভিন্ন পথেৰে আগবাঢ়ি বংশৰ মান ৰাখিব। ফটিক পঢ়াত খুব ভাল, ক্লাচত প্ৰথম হয়। ৰাম শাস্ত্ৰীৰ বংশধৰ, হুঁ হুঁ, বিদ্যাচৰ্চাই এই বংশৰ আচল কাম। মাজতে বিচ্যুতি

ঘটিছিল। ফটিকে আকৌ ঠিক লাইন লব।

"ডাইভৰণী।"

বুঢ়ুৰ মাকে চিৰা-মুড়ি বিক্ৰী কৰে। এনেকৈ মাতিলে প্ৰথম প্ৰথম উৰ্মিলাৰ বৰ বেয়া লাগিছিল, আজিকালি মনেই নকৰে। বিয়াৰ কইনা যেতিয়া আহিছিল, শাহুৱেক জীয়াই আছিল। কায়স্থ জমিদাৰৰ অৱস্থা পৰি আহিলেও কিছুমান পৰম্পৰাগত ক্ৰিয়াকৰ্ম তেতিয়াও চলি আছিল। পুৰোহিত বংশৰ মহিলাবোৰকো বছৰি এবাৰ ৰাজবাৰীত অৰ্থাৎ জমিদাৰৰ ঘৰত নিমন্ত্ৰণ কৰা হৈছিল। বৌৰাণীয়ে অৰ্থাৎ জমিদাৰৰ ডাঙৰ বোৱাৰীয়েকে নিজহাতে কেই-গৰাকীমান বয়সস্থা মহিলাৰ ভৰি ধুৱাই দিছিল।

উৰ্মিলাৰ শাহুৱেক সংকোচঃ মৰি যোৱা যেন হৈছিল।

"নালাগে মাও, নালাগে। কি কাম যে কৰেণ তোমৰা। আমাৰ ফাকৈ খাওৱা ফাটা ঠেং। লাজ লাগে মাও, হৈছে, হৈছে।"

অলপ পানী দিয়াৰ লগে লগে তেওঁ সসংকোচে ভৰি দুখন টানি নিছিল। এইবোৰ কথা উৰ্মিলাৰ এতিয়াও স্পষ্ট মনত আছে। বৌৰাণীয়ে সকবোৰক উপদেশ দিছিল। স্বামীৰ প্ৰতি কৰ্ত্তব্য, সংসাৰৰ দায়িত্ব, বামুণৰ ঘৰৰ জীয়ৰী-বোৱাৰীৰ যোগ্য চলন-ফুৰণ সম্বন্ধে উপদেশ দিছিল। শুনি পিছে বেয়া লগা নাছিল। সেই-বোৰ দিনৰ কথা সপোন যেন লাগে।

পবিত্ৰই উৰ্মিলাক সুধিলে, "কি ঠিক কৰিলা?"

"কিহৰ কি?"

"ককায়েৰাৰ ছোৱালীৰ বিয়াত যোৱাৰ?"

"কেনেকৈ যাওঁ? ফটিকৰ মেট্ৰিক পৰীক্ষা আহিলেই দেখোন। সি তো কোনোৰকমে নাযায়। তাক এৰি মইনো যাওঁ কেনেকৈ? আপুনি কি কৰিব? যাব নেকি?"

"কেনেকৈ যাওঁ। বগ্ৰীবাৰীৰ মেলাৰ সময়ত নাথাকিলে শশীৰ দিগ্‌দাৰী নহব?"

আচল কাৰণ কোনেও নক'লে। কোৱাৰ প্ৰয়োজনো নাই।

গোটেই লাইনতে সংবাদটো প্ৰচাৰ হৈ পৰিছে। পবিত্ৰৰ ল'ৰাই চাৰিটা লেটাৰ লৈ মেট্ৰিক পাচ কৰিছে। প্ৰতাপৰ গাত তত নাই। সিয়েই প্ৰচাৰ কৰিছে। য'তেই বাচ ৰৈছে, চিনাকি মানুহ দেখিলেই প্ৰতাপে খবৰটো জনাইছে।

সুৰেশ বাচষ্টেণ্ডত বৈ আছে।

"দাদা, মিঠাই খুৱাব লাগিব।"

বিৰিঞ্চলাল শকত মানুহ। খালী ভৰিৰে শিলগুটিৰ ওপৰেদি কছৰৎ কৰি লৰৰি আহি বাচৰ আগত থিয় হ'ল।

"এ পবিত্‌ৰ, ই না হোবে। মিঠাই নাখিযালে হাম বাচকো জানে নাহি দিবে "

উভতি আহোঁতে আৰু বহুতে তাৰ কাৰণে ৰখি আছে। ৰত্নেশ্বৰৰ লগত তাইৰ ল'ৰা ছুটাক লৈ ৰত্নেশ্বৰৰ ভনীয়েকো বেল-গুৰিৰ বাচষ্টেণ্ডত বৈ আছে।

তাই গভীৰ শ্ৰদ্ধাৰে সৈতে পবিত্ৰৰ ভৰি চুই সেৱা কৰিলে।

"দাদা, ইহঁত ছুটাক আশীৰ্ব্বাদ কৰক ইহঁতেও যেন আপোনাৰ দৰে হয়। আপোনাৰ ল'ৰাৰ ভাল নহয় যদি কাৰ হব?"

ষ্টিয়াৰিঙত হাত থৈ পবিত্ৰই ভাবে, বহুতো কথা ভাবে। চৰকাৰীভাৱে হয়তো চিন্তা কৰাৰ অধিকাৰ তেওঁৰ নাই, শিক্ষা-দীক্ষা নাই, বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নাই। তেওঁ যিখিনি শিকিলে, জীৱনৰ বাস্তৱ অভিজ্ঞতাৰ পৰাই শিকিছে। স্পষ্ট আৰু প্ৰত্যক্ষ। যাত্ৰা তেওঁৰ শেষ হোৱা নাই। "পতন উত্থান বন্ধুৰ পন্থা, যুগ যুগ ধাবিত যাত্ৰী।"

বুনিয়াদ ধ্বংস হৈ যোৱা দালান এটাক ওপৰে ওপৰে মেৰা-মতি কৰি বেছি দিন থিয় কৰাই ৰাখিব নোৱাৰি। আজি নহয় কালি এইটো ধ্বংসস্তূপত পৰিণত হৈ সকলোকে হেঁচি মাৰিব। ইয়েই ইতিহাসৰ শিক্ষা। নতুন ভিত্তি স্থাপন কৰি সক্কৈ হ'লেও নতুন ঘৰ এটাহে সাজিব লাগিব। পুৰণি ধ্বংসস্তূপৰ কালে চাই হাহাকাৰ কৰি থাকিলেই নহব।

প্ৰতিকূল অৱস্থাৰ লগত যুঁজ কৰি, সকলো বিদ্ৰূপ আৰু লাঞ্ছনা তুচ্ছ কৰি দৃঢ়প্ৰতিজ্ঞ হৈ পবিত্ৰই বলিষ্ঠ হাতেৰে ষ্টিয়াৰিং খামোচ মাৰি ধৰি গাড়ী চলাই আছে। মনত ক্ষোভ থাকিলেও দুৰ্বলতা নাছিল। আজি কিন্তু পবিত্ৰই কান্দিছে। উৰ্মিলাৰ চকুত যাতে ধৰা নপৰে তাৰ কাৰণে অলপ আঁতৰি ফুৰিছে। উৰ্মিলাইও পলাই ফুৰিছে। বুঢ়া বয়সত উৰ্মিলা চঞ্চল হৈ পৰিছে। বৃদ্ধ পবিত্ৰ চক্ৰৱৰ্তীৰ কাৰণে এক সীমাহীন মৰমে তাইৰ বুকুখনত হেঁচা মাৰি ধৰিছে।

ফটিকে জোৰ কৰি মাক বাপেকক তাৰ কাম কৰা ঠাইত কেইদিনমানৰ কাৰণে লৈ আহিছে। সি ভাৰত চৰকাৰৰ এক বিখ্যাত ৰিচাৰ্চ চেণ্টাৰত কাম কৰে। ডক্তৰ সেন এই প্ৰতিষ্ঠানৰ এক উচ্চ পদস্থ বিষয়া। তেওঁৰ ছোৱালী সুধন্যাৰ সেই প্ৰতিষ্ঠানতে কাম কৰা ফটিকৰ লগত এটা হৃদ্যতাপূৰ্ণ সম্বন্ধ গঢ়ি উঠিছে। মাক-দেউতাক অহা বুলি তাইক ফটিকে খবৰ দিছে। ডক্তৰ সেনক লগত লৈ তাই তেওঁলোকক মাত দিবলৈ আহিছে।

পবিত্ৰৰ ঘোৰ আপত্তি।

"মোক কিয়? মই কিয়? মইনো তেওঁলোকৰ লগত কি কথা পাতিম? একো নাজানো। কিবা কওঁতে কিবা কম। নালাগে যা।"

ফটিকে শুনা নাই। জোৰকৈ দুয়োকে টানি আনিছে।

দুয়োজনে অতি আত্মসচেতনভাৱে হাঁহি হাঁহি অসহায় আৰু আড়ষ্টভাৱে বহি আছে।

ডক্তৰ সেনে ক'লে -"মধুপুৰৰ কথা মই জানোঁ। খুৰাৰ মুখত বহুত গল্প শুনিছো। তেওঁ কিছুদিন মধুপুৰৰ দেৱান আছিল। আমি সক। তেওঁ কৈছিল যে তাৰ ব্ৰাহ্মণ আৰু কায়স্থ মানুহবোৰ হাইলি এডুকেটেড আৰু কালচাৰ্ড। ফটিকৰ সংস্পাৰ্শত আহিলেই গম পাই যে তেওঁ এৰিষ্টকেটিক ফেমিলিৰ ল'ৰা।"

ফটিকে ডক্তৰ সেনৰ কথাৰ মাজতে হাঁহি দিলে।

"এৰিষ্টোকেটিক মানে আপুনি কি বুজাইছে? মোৰ দেউতাই

ড্ৰাইভাৰ কাম কৰিছিল। হি ওৱাজ এ ড্ৰাইভাৰ।"

কোনেও একো কোৱাৰ চেষ্টা নকৰিলে।

"তাৰ কাৰণে মোৰ কোনো লাজ নাই। তেখেতৰ ড্ৰাইভাৰ হোৱাৰ সাহস আছিল কাৰণে আজি মই এই প্ৰতিষ্ঠানত কাম কৰিছো। তেখেতৰ কাৰণে মই গৰ্ববোধ কৰোঁ। ক'ৰবাত পঢ়িছো মোগল সম্রাট বাহাদুৰ শাহৰ বংশধৰবোৰে আজিকালি দিল্লীৰ গলিত তৃতীয় শ্ৰেণীৰ বেশ্যাৰ দালালি কৰে। ঈশ্বৰক ধন্যবাদ যে তেখেতৰ ল'ৰা-ছোৱালীৰ তেনেকুৱা পৰিণতি হোৱা নাই। আই এম প্ৰাউদ অব্ দি ওল্ড মেন।"

# ৰামবাবুৰ দোকান

মোক নামকাটি মাতিব পৰা মানুহ খুব কমেই আছে। চহৰততো নায়েই'। মোৰেই মৰিবৰ বয়স হ'ল। মোতকৈ ডাঙৰ হব লাগিব। তেনেহ'লে ?

একেবাৰে যে নাই, তেনে নহয়। প্ৰভাতদা আছে, প্ৰভাত চক্ৰৱৰ্তী। বয়স প্ৰায় পয়সত্তৰ বছৰমান হ'ব। এতিয়াও বেচ ভালেই আছে, যথেষ্ট কৰ্মক্ষম। ঘৰত লগ ধৰিবলৈ গ'লে লগ পোৱা টান। টৌ টৌকৈ ঘূৰি ফুৰে চানমাৰীৰ পৰা শান্তিপুৰলৈ। খোজকাঢ়ি ফুৰে।

"চিটিবাচত কায় উঠে?' যে ভিৰ।"

কথাষাৰ মিছা নহয়। বসয়স্ক মানুহৰ কাৰণে চিটিবাচত উঠা টান। ডেকা ল'ৰাৰ লগত প্ৰতিযোগিতাত ক'ত পাৰিব? হেন্দেল ধৰি থিয় হৈ থকা অৱস্থাত ওচৰৰ আসন এখন খালি হ'লেও বহাৰ সাধ্য নাই। পিছফালৰ পৰা ডেকা ল'ৰা এজনে সাঁতুৰি অহাৰ দৰে আহি আসনখন দখল কৰিব। আমি ক'ৰবাত ছিটিকি যাম। যদি আসনৰ সংখ্যা বাচৰ ভিতৰত থকা মানুহৰ সংখ্যাতকৈ কম থাকে তেতিয়া হ'লে মই কেতিয়াও বহাৰ চেষ্টা নকৰোঁ।

প্ৰভাতদা মধুপুৰৰ মানুহ নহয়, তেওঁ হাকামাৰ ফালৰ মানুহ। মধুপুৰৰ স্কুলত পঢ়িছিল। মধুপুৰ সম্বন্ধে তেওঁৰ এক অদ্ভুত দুৰ্বলতা আছে। স্কুলত পঢ়ি থকা কালছোৱা তেওঁৰ জীৱনৰ আটাইতকৈ স্মৰণীয় কাল। মধুপুৰৰ কথা ক'বলৈ গৈ তেওঁ উচ্ছসিত হৈ উঠে। সময়ৰ জ্ঞান নাথাকে। মই মধুপুৰৰ মানুহ। ময়েই বহুত কথা নাজানো।

পিছে কাৰণ আছে। তেওঁ যেতিয়া ভাত আছিল তেতিয়া মধুপুৰৰ চৰম উন্নতিৰ কাল। মধুপুৰ আছিল নামনি অসমৰ শিক্ষা আৰু সংস্কৃতিৰ কেন্দ্ৰ। মানুহৰ মনবোৰো আছিল ডাঙৰ।

এই বয়সতো প্ৰভাতদাৰ স্মৃতিশক্তি অলপো দুৰ্বল হোৱা নাই। ফটিকহঁতৰ ঘৰ আছিল ছাত্ৰাবাসৰ ওচৰতে। ফটিকৰ ভায়েকৰ টাইফয়েড্ হৈছিল। ভীষণ জ্বৰ। ডাক্তৰে কৈছিল মূৰত বৰফ দিব পাৰিলে ভাল আছিল। পিছে বৰফ ক'ত পোৱা যায়?

জমিদাৰৰ ঘৰত নিজাকৈ ইলেক্ট্ৰিচিটিৰ ব্যৱস্থা আছিল। বৰফ কৰাৰ মেচিন আছিল। গুৰুচৰণ মাষ্টৰে ফটিকক ক'লে, "যাচোন, খবৰ কৰ। পাব নেকি?"

ফটিক গৈ সুধীৰ মাষ্টৰৰ আগত পৰিল। সুধীৰ মাষ্টৰ জমি-দাৰৰ লগ; মোচাহেব বুলি কব পাৰি। চৌবিশ ঘণ্টা জমিদাৰৰ ওচৰে-পাজৰে থাকে।

সুধীৰ মাষ্টৰে ভেকাহি মাৰি উঠিল।

"বৰফ লাগে, চখ কি চাবা। এইখন বৰফৰ দোকান পাইছ? ভাগ্।"

জমিদাৰেও ঠিক সেই সময়ত বাহিৰলৈ ওলাই আহি ফটিকক গেট পাৰ হৈ যোৱা দেখিলে।

"কাৰ ল'ৰাহে, কিয় আহিছিল?"

"চাওঁকচোন তাৰ ফুটনিখন। বৰফ লাগে, বেটাই এইখন বেল কোম্পানীৰ দোকান পাইছে।"

অলপ পিছতেই জমিদাৰে বৰফ লৈ নিজেই ফটিকহঁতৰ ঘৰ পালে। ফটিকৰ ভায়েকৰ খা-খবৰ ললে। তাৰ অৱস্থা দেখি চিন্তিত-ভাৱে ওলাই আহি ফটিকক ক'লে, "এক কাম কৰ। মই গৈয়েই গাড়ীখন পঠিয়াই দিছো। তই ধুবুৰীলৈ যা। মই চিভিল চাৰ্জনক চিঠি এখন দিম। মোৰ কথা কৈ তই তেওঁক লৈ আহ। বৰফৰ কাৰণে চিন্তা কৰিব নালাগে। দুয়োবেলা মই বৰফ পঠিয়াই দিম। আৰু শুন, কিবা দৰকাৰ হ'লে তই নিজে মোক লগ ধৰিবি।

অইনৰ কথা শুনি শুচি নাহিবি।”

সেইবোৰ দিন বেলেগ আছিল। এটি পাহৰি যোৱা অধ্যায়! প্ৰভাতদাৰ দৰে দুই-চাৰিজনে সেইবোৰ দিনৰ স্মৃতি কঢ়িয়াই আছে। তেওঁলোকৰ লগে লগে সেই স্মৃতি নিশ্চিহ্ন হৈ যাব। মধুপুৰৰ কথা কবলৈ পালে প্ৰভাতদা উচ্ছ্বসিত হৈ উঠে। ইয়াৰ খবৰ সোধে, তাৰ খবৰ সোধে।

“মনমোহন চৰকাৰ আছেনে? কিযে ফুটবল খেলিছিল কি কম। আছে তোৰ মনত? ধেত্তেৰি, কি যে কওঁ! আমি স্কুলত পঢ়ি থাকোঁতে তোৰ কিজানি জন্মই হোৱা নাছিল। নাই, চেনি-লিটি আহি গৈছে। বয়স হ'ল, সময়ৰ অনুক্ৰম ঠিক ৰাখিব নোৱাৰা হৈছো।”

প্ৰভাতদাই সিদিনা সুধিলে, “ৰাক, ৰামৰ খবৰ কি? মাজতে সি দোকান দিছিল। আছেনে দোকানখন?” প্ৰভাতদাই হাঁহিলে।

“ৰামে দোকান কৰিব, হৈছে। ভাল ছাত্ৰ আছিল। বেৰি-হোৱাইটত ডাক্তৰি পঢ়িছিল। পৰীক্ষাৰ আগতে পৰীক্ষা নিদিয়াকৈ শুচি গ'ল।”

“কিয়?”

“থিয়েটাৰ কৰিবলৈ ঘৰত গৈ থাকিয়ে গ'ল। সি নহ'লে অৰ্জুনৰ পাৰ্ট নহয়। অৰ্জুনৰ পাৰ্ট কৰি আহি পৰীক্ষা দিয়াৰ কথা। সেই যে গ'ল গ'লেই।”

“হয় নেকি?”

“নাজান তই? সি জমিদাৰৰ ডাঙৰ ল'ৰাজনৰ বন্ধু আছিল। জমিদাৰৰ ল'ৰাই সিবাৰ দলবল লৈ কাশ্মীৰলৈ ফুৰিব গ'ল। ৰামো তেওঁলোকৰ লগত গ'ল। পৰীক্ষা বছৰি বছৰি হৈ থাকিব, কাশ্মীৰলৈ যোৱাৰ সুবিধাতো আৰু সদায় নাহে।”

“সঁচায়?”

“মিছা কথা কিয় কম? এই কৰিয়েই তো সিকালৰ মানুহ-বোৰ মৰিল। আছে এতিয়াও ৰামৰ দোকান?”

"ক'বতো নোৱাৰো।"

ৰামদাৰ দোকানখন আছে নে নাই নাজানো। অথচ এটা সময়ত দিনটো মই সেইখন দোকানতে পৰি আছিলো। এম, এ পাচ কৰাৰ পিছত চাকৰি বাকৰি লৈ থিতাপি লোৱাৰ আগতে ৰামদাৰ দোকানখনেই আছিল আমাৰ প্ৰধান আড্ডাখানা। আমি বুলি নহওঁ, মধুপুৰৰ প্ৰায় সকলোৱে তাত এবাৰ আহি আড্ডা মাৰি গৈছিল। ল'ৰাৰ পৰা আৰম্ভ কৰি বুঢ়া পৰ্যন্ত। ৰামদাৰ দোকানখনক দোকান নুবুলি ক্লাব বুলি কোৱাই ভাল। একালত খুব ডাঙৰ মনোহাৰী দোকান আছিল বুলি শুনিছিলো। কিন্তু আমি দেখাত বস্তু-বাহানি বিশেষ একো নাছিল। বিক্ৰীও নাই। বস্তু নাথাকিলে বিক্ৰী হ'ব ক'ৰ পৰা? তাৰোপৰি মধুপুৰৰ গণ্যমান্য মানুহবোৰ সদায় তাত গোট খাই থাকে, সাধাৰণ মানুহে সোমাবলৈ টান পায়

বুঢ়াবোৰ সাধাৰণতে আহে দহ এঘাৰমান বজাত। প্ৰধান উদ্দেশ্য তাত বহি এটোপা চাহ খোৱা। ঘৰত সেই সময়ত চাহ পোৱা টান, সকলোৱে ব্যস্ত। ৰামদাৰ দোকানত বহি চাহ খায়, গল্প কৰে, পৰনিন্দা, পৰচৰ্চা কৰি বাৰমান বজাত সকলোৱে ঘৰলৈ উভতি যায়। সেই সময়ত কোনো ডেকাল'ৰাই ভুলতেও ৰামদাৰ দোকানত নোসোমায়। ৰামদাৰ দোকানৰ সমুখত গণেশৰ চাহৰ দোকান। ৰামদাই গাদীৰ পৰাই চিঞৰে

"অ' গণেশ তিনিকাপ চাহ, তিনিটা ফল্‌চ।" কাপ বুলি ক'লেও গণেশে আইনাৰ গিলাচতহে চাহ দিয়ে। তিনিটা ফল্‌চ মানে তিনিটা খালি গিলাচ। তিনিকাপ চাহ ছয়জনে ভাগ কৰি খাব।

বজাৰৰ ইফালে এইটো লাইনত এই কেইখনমান স্থানীয় মানুহৰ দোকান। ৰামধাবুৰ মনোহাৰী দোকান, তাৰ কাষতে সত্যৰ কিতাপৰ দোকান, তাৰ পিছত ভূপতি ডাক্তৰৰ হোমিওপেথিক ফাৰ্মাচি। একেবাৰে শেষত চাকৰ নতুনকৈ খোলা মনোহাৰী দোকান। কাৰো দোকানত বিক্ৰী-বাট্টা বিশেষ নাই। কিবা এটা কৰিব

লাগে বুলি দোকান খুলিছে। নামতহে দোকান, আচলতে আড্ডাখানা।

আচল দোকানবোৰ হ'ল বজাৰৰ দক্ষিণ ফালে। ভাত মাৰোৱাৰী আৰু কিছু পূৰ্ববঙ্গৰ মানুহৰ দোকান। আচল ব্যৱসায়ৰ কেন্দ্ৰ সেইখনহে। হাজাৰ টকাৰ বেচা-কিনা। সেইবোৰ দোকানৰ কাৰো কথা পতাৰ সময় নাই।

চাৰুই দুপৰীয়া ভাত-পানী খাই দেউতাকক দেখুৱাই দুইমান বজাতেই দোকানত আহে। আহিয়েই দুৱাৰ-খিড়িকী মেলি দি গাদীত শোৱে। অলপ পিছতেই ঘোৰ টোপনি। নজনা মানুহে তাৰ দোকানলৈ বস্তু বিচাৰি আহে।

"অ' বাবু, বাবু।"

বাবুৰ সাৰসুৰ নাই। বেচি বিৰক্ত কৰিলে চাৰুই গেৰ্ গেৰাই উঠে।

"কি লাগে?"

"এটা হাৰিকেন দেখুৱাওকচোন।"

"নাই, হাৰিকেন চাৰিকেন নাই।"

"সেইয়া, আছে দেখোন সিফালে।"

"সেইবোৰ বিক্ৰীৰ কাৰণে নহয়।"

তাৰ পিছতো ক্ৰেতাই কিবা কৈ থাকিলে চাৰুই কাণ নিদিয়ে। বাগৰ সলাই সিফালে মুখ কৰি নাক ঘোৰ্ ঘোৰাবলৈ আৰম্ভ কৰে।

ৰামদাইও দুপৰীয়া ঘৰত ভাত খাবলৈ যায়। তেওঁৰ দেউতাক নাই। গতিকে ভাত-পানী খাই ঘৰতে টোপনি মাৰি ধীৰে সুস্থিৰে আবেলি তেওঁ দোকানলৈ আহে। ইতিমধ্যে দোকান খোলা থাকে। ৰামযশ তেওঁৰ দোকানৰ বখীয়া হৈ থাকে। আচলতে সি হ'ল ঠেলাৱালা। পিছে ৰামদাইতৰ লগত থাকি সিও কাম কৰিব নোৱাৰা হৈছে। দুপৰীয়া তাক মাতিলে সিও নানাৰকম ওজৰ-আপত্তি দেখুৱায়। চকাত পাম্প নাই, তাৰ নিজৰ বোখাৰ, পেট গড়বৰ, নানা ধৰণৰ আপত্তি।

গধূলি ৰামদাৰ দোকানত আড্ডা ভালকৈ জমে। ধুবুৰীৰ অফিচত যিসকলে কাম কৰে, মধুপুৰতো যিসকলে জমিদাৰৰ কাছাৰীত

কাম কৰে, স্কুল মাষ্টৰ আৰু অইন সকলোৱে এই সময়ত দোকানত গোট খায়। ৰাতি দহমান বজালৈ আড্ডা চলে।

দোকানত বিক্ৰী বাট্টা নাই, সেই লৈ চিন্তাও নাই। ৰামদাইঁতৰ যথেষ্ট মাটিবাৰী আছে। খোৱা-পিন্ধাৰ চিন্তা নাই। মহা আনন্দে আছে। মাজে মাজে চিঞৰি তেওঁ গণেশক নিৰ্দেশ দিয়ে।

"এই গণেশ, পাঁচ কাপ চাহ আৰু পাঁচটা ফল্ চ।" ৰাতি অলপ বেছি হ'লে অইন দোকানীও দুই-এজন আহে। দিনটো কাম-কাজ কৰি ভাগৰ লাগে, অলপ জিৰণি বিচাৰে। আঁঠুৰ ওপৰলৈ কাপোৰ কোঁচাই ভৰি তুলি সমুখৰ বেঞ্চখনত বহে।

"কি খবৰ দাদা, কেনেকুৱা বিক্ৰী বাট্টা?"

'বিক্ৰী আৰু বাট্টা! একো নাই।"

"কেনেকৈ হ'ব? চৌবিশ ঘণ্টা ইমান মানুহে হুলস্থুল কৰি থাকিলে কোন সোমাব আপোনাৰ দোকানত?"

সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা কাৰণে ৰামচন্দ্ৰ চৌধুৰীক অৰ্থাৎ ৰামদাক সকলোৱে খাতিৰ কৰে। মানুহজন ভাল কাৰণে সকলোৱে মৰমো কৰে। নিজৰ দোকানৰ উন্নতিৰ চেষ্টা নকৰিলেও অইন কামত আলস্য নাই। তেওঁ বজাৰৰ পূজা কমিটিৰ স্থায়ী চেক্ৰেটাৰী। সাত দিন দোকান বন্ধ, আড্ডা পূজামণ্ডপলৈ স্থানান্তৰিত। আৰকালি ভ্ৰাম'মান থিয়েটাৰ পাৰ্টি অনা হয়। ৰামদা প্ৰধান উদ্যোক্তা। দোকান আৰু এসপ্তাহ বন্ধ।

দোকানত বস্তু-বাহানি নাথাকিলেও, বিক্ৰী বাট্টা নহ'লেও ৰামদাৰ দোকান হ'ল মধুপুৰৰ এটা বিখ্যাত অনুষ্ঠান। কাৰোবাক বিচাৰি ঘৰত নাপালে মানুহে ৰামদাৰ দোকানত বিচাৰি আহে। কাৰোবাক কিবা খবৰ দিবলৈ হ'লে তাতেই কৈ যায়। দোকানখন হ'ল মধুপুৰৰে এটা ঘণীভূত সংস্কৰণ। মধুপুৰৰ ক'ত কি হৈছে, দোকানত বহিয়েই সেই খবৰ পোৱা যায়। সকলো খা খবৰ যেন নিজে নিজে আহি তাত উপস্থিত হয়।

মই মধুপুৰৰ মানুহ। মধুপুৰৰ মই কি জানিছিলো? এটা

নির্দিষ্ট গণ্ডীৰ মাজত মোৰ গতিবিধি সীমাবদ্ধ আছিল। এই গণ্ডীৰ বাহিৰৰ মানুহে কোনে কি কৰিছে মই একোৱেই নাজানিছিলো। ৰামদাৰ দোকানত বহি থাকি বহুত কথা জনা হ'লো।

মই ভাবিব পাৰিছিলো নেকি যে বৃন্দাবন চক্ৰবৰ্তীৰ দৰে মানুহ এজনে সোণৰ হাৰ এডাল আনি ৰামদাৰ হাতত দিব? বজাৰৰ সিফালৰ নীলমণি দত্তই বন্ধকী কাৰবাৰ কৰে। বৃন্দাবন চক্ৰবৰ্তী প্ৰতিপত্তি থকা মানুহ। নিজে হাৰডাল হাতত লৈ কেনেকৈ নীলমণিৰ ওচৰত যায়? ৰামদাৰ জৰিয়তে বন্ধক দিয়াৰ চেষ্টা। ৰামদা হাৰডাল লৈ নীলমণিৰ তালৈ গ'ল। চক্ৰবৰ্তী চকী এখনত বহি ৰ'ল। নিশ্চিন্ত নিৰ্বিকাৰ মুখৰ ভাব কোনে ক'ব যে তেওঁৰ কিবা সমস্যা আছে? মই চিগাৰেট খাবলৈ দোকানৰ পিছফালে গৈছিলো। চিগাৰেট খোৱা শেষ কৰি পিছফালৰ পৰা ওলাই আহিলো। মোক হঠাতে তেনেকৈ ওলাই অহা দেখি তেওঁ সামান্যভাৱে চক খাই উঠিল। তৎক্ষণাৎ চম্ভালি ললে।

"কায়বে, ভদ্ৰ! তুই কোটে হাতে? কাম কাজেৰ কিবা হইল তোৰ? বিৰাও একদিন মোৰ লগত, ডি-চিৰ ওটি নিয়া যাইম। কিবা এটা কাম দিবই লাগিব।' মই ক'লে একৰাব নোৱাৰিব।"

মই বিনীতভাৱে হাঁহিলো। এম, এ পাচ কৰি মই হাকিম হোৱাৰ তালত আছো, মই যাম ডি-চিৰ তাত কাম বিচাৰি? তথাপিও মই উপলব্ধি কৰিব পাৰো যে তেওঁ মোৰ শুভাকাংখী, মোৰ ভালৰ কাৰণে তেওঁ এই কষ্ট স্বীকাৰ কৰিবলৈ প্ৰস্তুত আছে। ইতিমধ্যে ৰামদা আহি পালে। হাতৰ টিপতে বৃন্দাবন চক্ৰবৰ্তীৰ হাতত টকাখিনি দিলে তেৱোঁ হাতৰ টিপতে টকাখিনি লৈ গুচি গ'ল। কিমান টকা নুসুধিলে, গণিও নাচালে।

ৰামদাৰ দোকানৰ সমুখত এখন চাইনবোৰ্ড আছে। তাত ডাঙৰ ডাঙৰকৈ লিখা আছে 'মিচেলিনিয়াচ ষ্টোৰচ; প্ৰঃ ৰামচন্দ্ৰ চৌধুৰী।" পিছে দোকানৰ নাম কোনেও নাজানে বা নকয়। সকলোৱে কয় ৰামবাবুৰ দোকান। দোকানখন আচলতে এখন দোকান নহয়। এইটো এটা প্ৰতিষ্ঠান, মধুপুৰৰ এটা ক্ষুদ্ৰ সংস্কৰণ।

ৰামদা এজন দাৰ্শনিক, সিদ্ধ পুৰুষ বুলিও কব পাৰি। দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ। অদ্ভুত এক নিৰাসক্ত উদাৰ মন। জীৱনত মই বহুত ঠাইত বহুত কাম কৰিছো, বহুতো ডাঙৰ ডাঙৰ মানুহৰ সংস্পৰ্শত আহিছো। এনেকুৱা ডাঙৰ মনৰ মানুহ মই খুব কমেই দেখিছো।

মানুহজন যে এনেকুৱা আছিল তেনে নহয়। দোকানৰ কামৰ বাহিৰে অইন কোনো কামতে আলস্য নাই। আগৰ দিনত টান নৰিয়া হ'লে চিকিৎসাৰ কাৰণে মানুহে কলিকতালৈ গৈছিল। সি-ফালৰ মানুহে সাধাৰণতে কোচবিহাৰলৈ গৈছিল। সুকান্তৰ অসুখ, গতিকে ৰামদাৰ দোকান বন্ধ। সুকান্তক কোনে কোচবিহাৰলৈ লৈ যায়? যেই সেই মানুহ হ'লে নহব; মানুহজন পাকৈত হ'ব লাগিব। কোন আৰু যাব? আছে নহয় ৰাম চৌধুৰী। গতিকে দোকান বন্ধ। কাৰোবাক কলিকতালৈ নিব লাগিলেও তেওঁ. কলিকতাৰ অলি-গলি তেওঁৰ নখদৰ্পণত। ভূধৰ বৰুৱাৰ ছোৱালীৰ বিয়া। হঠাতে বিয়াৰ ঠিক হ'ল, হাতত মুঠেই সময় নাই। কলিকতাৰ পৰা আ-অলংকাৰ আনিব লাগে। যাকে তাকে পঠিয়াব নোৱাৰি। বৌ-বাজাৰত ঠগৰ পাল্লাত পৰিলে খাই দিব। আৰু ইমান টকা-পইচা লগত দি কাক বিশ্বাস কৰিব পাৰি? উপায় নাপাই ভূধৰ বৰুৱা ৰামদাৰ শৰণাপন্ন হ'ল।

"ৰাম, এইটো কাম তুই নাকৰ্‌লে তো হবাৰ নাহয়।"

দোকানত বহি আড্ডা মাৰি থাকোঁতে মই বহুত ঘটনা লক্ষ্য কৰিলো। পুৰণি অভিজাত শ্ৰেণীৰ পতন আৰু নতুন এক শ্ৰেণীৰ ক্ৰমিক উত্থান।

"ৰাম।"

আকৌ বৃন্দাবন চক্ৰৱৰ্তী। এইবেলি এযোৰ সোণৰ খাৰু। ৰামদাই ঘোৰতৰ আপত্তি কৰিবলৈ ধৰিলে।

"আগৰ হাৰডাল উলিওৱা হোৱা নাই, আৰু কিয়?"

"নহয় অ', মোক কিছু টকা লাগে। নহলে মোৰ ইজ্জত

নাথাকে।”

ৰামদাই ক'লে, “বন্ধকত দিয়াতকৈ বিক্ৰী কৰি নিদিয়ে কিয়? ভাল দাম পাব।”

“নাইহে, এইবোৰ বস্তু বিক্ৰী কৰি হাতছাৰা কৰিব নোৱাৰি নহয়। আজিৰ বস্তু নেকি? এইযোৰ মোৰ আইতাৰ হাতৰ বস্তু।”

ৰামদাই শেষ চেষ্টা কৰিলে। অলপ ইতঃস্তত কৰি ক'লে, “অলপ কিবা হ'লে হয় যদি মোৰ পৰাই লৈ যাওঁক। কেইদিন মান পিছত মোক দিব।”

“ৰ'ব্যাচোন, ৰ'বা। বস্তুখিনি সোনকালে মোকোলাই লম নহয়।”

অদ্ভুত মানুহ এওঁলোক। মুখ দেখি ধৰাৰ উপায় নাই যে কিবা সমস্যা আছে। যেনেকুৱা স্বাভাৱিক ভাবে মানুহক মাত দিছে যেন দুনিয়াত কোনো চিন্তা নাই। মোক দোকানত সোমোৱা দেখি মাত দিলে।

“কায়বে ভদ্ৰ! কি খবৰ তোৰ? কাম-কাজৰ কিবা হইল? যাইস আমাৰ ওটি একদিন। এবাৰ কলমৰ গাছত খুব আম লাইগছে। আম খায়া আসিস।”

গধূলি অলপ ৰাতি কৰি আহিল মহাদেব কুণ্ড।

“কি খবৰ ৰামবাবু?”

“এই আৰু। তোমাৰ খবৰ কি?”

“আপুনি ভালে আছে, চখৰ দোকান। আমাৰহে কপাল। শেষৰাতি তিনি বজাত ট্ৰাকৰ মালৰ ওপৰত বহি বঙ্গাইগাওঁলৈ গ'লো। তাৰ পৰা আহিয়েই ধুবুৰীলৈ গ'লো। গোটেই দিনটো নোখোৱা নোবোৱাকৈ থাকি এই অলপ আগতেহে আহি পালো।”

অনাৱশ্যকভাৱে মাতটো সৰু কৰি কুণ্ডই ক'লে, “ইবাৰ সৰিয়হৰ দাম উঠিব। কিনি থব নেকি দুই চাৰিশ মোন?”

“নাইহে, ক'ত ইমান টকা বন্ধ কৰি থম?”

“ঠিকেই কৈছে। আপোনাৰ এইবোৰ কৰাৰ দৰকাৰেই বা কি? কম ঝামেলাৰ কাম? কেতিয়াবা বিৰক্ত লাগি যায়। আমি

ইমান গাধৰ দৰে খাটিছো আৰু মিত্র বাবুই ঘৰত বহি থাকিয়েই কোচবিহাৰলৈ নিমখ চালান কৰি লাল হৈ গ'ল।"

"কেনেকৈ পঠিয়ালে? গংগাধৰ নৈৰ দলঙৰ দুয়োফালে দেখোন কাঢ়া চেকিঙৰ ব্যৱস্থা।"

"আৰে বাবা, যেনেকুৱা চেকিঙৰ ব্যৱস্থা আছে, তেনেকুৱা চিচিং-ফাক কৰাৰো মন্ত্র আছে নহয়। ফাইভ হানড্রেড পার্চেণ্ট লাভ। এক ট্রাক নিমখ পাৰ কৰিব পাৰিলে কিমান লাভ হয় হিচাপ কৰি চাওঁকচোন। গাধৰ দৰে খাটি গোটেই বছৰত আমি তাৰ আধাও উলিয়াব নোৱাৰো।"

ৰামদাৰ দোকানখনতো আচলতে দোকান নহয়, আড্ডাখানা। সমুখৰ বাৰান্দাখন তেওঁ ভাৰা দিছে। বাওঁফালে ৰজনীৰ তামোল-পাণৰ দোকান আৰু সোঁফালে যদুবাবুৰ দৰ্জিৰ দোকান। দোকান মানে, তেওঁ এটা চিলাই মেচিন লৈ তাত বহে। ৰাতি মেচিনটো ভিতৰত সুমুৱাই থয়। যদুবাবুক সকলোকে 'মহা' বুলি মাতে। শব্দটো ঠিক মহা নহয়, মাউচা। কিয়, ঠিক নাজানো। আমিও তেওঁক মাউচা বুলি মাতো। যদুবাবুৱে দাবী কৰে যে তেওঁৰ নিচিনা কাম জনা মানুহ মধুপুৰত কিয়, ধুবুৰীতো নাই।

মোৰ এটা কামিজ চিলাই কৰিবলগীয়া আছিল। মাজু বাই-দেৱে দিল্লীৰ পৰা মোৰ কাৰণে কাপোৰ লৈ আহিছে। মাউচাৰ লগত ইমান খাতিৰ, তেওঁকেই জোখ লব ক'লো। তেওঁ হুমতুম একো নকয়। জোখ লোৱাৰ কোনো উমঘাম নাই। এদিনাখন কাপোৰডোখৰ আনি তেওঁৰ চিলাই মেচিনৰ ওপৰত পেলাই দিলো।

"এইয়া কাপোৰ। জোখটো লওঁক, কামিজটো সোনকালে দিব।"

যদুবাবুৱে ঘূৰাই ফিৰাই পিটিকি পিটিকি চাই অলপ আচৰিত হৈ ক'লে, "বেচ দামী কাপোৰ দেখোন, ফাচ্ কেলাচ্।"

"ফাচ্ কেলাচেই তো। বাইদেৱে বেয়া কাপোৰ দিব নেকি?"

যদুবাবুৱে সসংকোচে ক'লে, 'আপুনি এক কাম কৰক, সীতা-নাথক দিয়ক। ইমান দামী কাপোৰ নষ্ট কৰে কিয়?"

ৰজনীৰ দোকানতো চিগাৰেট থাকে তো দিয়াচলাই নাই, তামোল থাকে তো পাণ নাই। কেতিয়াবা দোকানীয়েই নাই। দোকান খুলি থৈ চাহ খাবলৈ গ'ল যে গ'লেই। ৰামদা তেওঁৰ দোকানত নাথাকিলে ৰজনীয়ে গুণগুণাই গান গায় "পাৰ কৰাহে।" প্ৰায়েই সি দোকানলৈ নাহে। তেতিয়া ৰজনীৰ ভায়েক ভজনী আহে, কেতিয়াবা টজনী। মিলাই থোৱা নাম; তিনিজনৰ একে ৰকম চেহেৰা, একে ৰকম মাত, একে ধৰণৰ ত্ৰিভঙ্গমুৰাৰী হৈ থিয় দিয়াৰ ভঙ্গী। ৰামদাই হালি মুখৰ ওচৰত মুখখন আনি সোধে, "আজি কোন এডিশ্বন? ৰজনী নে ভজনী, নে টজনী?"

ৰামদাৰ দোকানত মাল-পত্ৰ বিশেষ একো নাই। অইন মানুহে বিভিন্ন উদ্দেশ্যে তেওঁৰ দোকানখন ব্যৱহাৰ কৰে। ফৰিদে তামোল-পাণৰ কাৰবাৰ কৰে। উদ্বৃত্ত বস্তু থোৱাৰ ঠাই নাই। অইনৰ তাত থ'লে পইচা দিব লাগে, কেতিয়াবা মালবো ঘাটি হয়। ফৰিদে ৰামদাক কৈ দোকানৰ পাৰ্টিশ্বনৰ পিছফালে মাল থবলৈ ললে।

"দুই চাৰিটা বস্তা। ৰাতিটোৰ কাৰণে মাত্ৰ। চুক এটাত পৰি থাকিব। ৰাতিপুৱাই উলিয়াই লৈ যাম।"

ফৰিদৰ মাল পৰ্বত আকাৰ ধাৰণ কৰিলে। আলুৰ বস্তা, কচুৰ বোজা। পিছফালৰ দুৱাৰ খুলি পেচাব কৰিবৰ কাৰণে বাহিৰলৈ ওলাবৰ উপাই নাই। ৰামদাৰ মেজাজ গৰম হৈ গ'ল। তেওঁ চিঞৰ বাখৰ আৰম্ভ কৰি দিলে।

"এই ৰামযশ, এইবোৰ দলিমাৰি বাহিৰত পেলাই দে।"

ৰামযশৰ এতিয়া গাত বল নাই। চুচুকচামাককৈ সি তাৰপৰা পলালে।

আকৌ বৃন্দাবন চক্ৰৱৰ্তী আহিল। তেওঁক অহা দেখি আমি অস্বস্তি বোধ কৰিবলৈ ধৰিলো। এইবাৰ বা কি? হাতৰ আঙঠি নে কাণৰ ফুল? এইবেলি তেওঁৰ মুখত স্বাভাৱিক নিৰাসক্ত ভাব নাই। অলপ চঞ্চল।

"ৰাম।"

"খুৰা।"

বেচ কিছু সময় কোনো কথা নাই।

"পঞ্চাশটামান টকা দিব পাৰিবা নে?"

ৰামদাৰ দোকানত থাকি বহুত কথাই শুনিলো, বহুত কথা জানিলো। বুঢ়াবোৰে সাধাৰণতে দহ-এঘাৰমান সজাত আহে। ৰাম-দাৰ দোকানত বহি চাহ খায়, গল্প কৰে।

"মহদা ভট্টাচাৰ্য্যই সকলোৰে দোষ ধৰি ফুৰে। তেওঁ পিছে নিজৰ ল'ৰাৰ লগত একেলগে বহি ভাত খায় নে নাখায়?"

"কিয়? ল'ৰাৰ লগত বহি একেলগে ভাত খালে কি হয়?"

"তুমি একো নজনা হ'লা। সি আলমগঞ্জৰ মুছলমান ছোৱালী এজনীক ৰখা নাই?"

"অ', তা কি হ'ল? একো তো অন্যায় কৰা নাই, শাস্ত্রসিদ্ধ কামকে কৰিছে। দুষ্কুলাদপি নে কি হে? মোৰ এইবোৰ মুখতো নাহে। আমাৰহে শাস্ত্র মানি চলিবৰ নহ'ল।"

"সি ছোৱালীজনীৰ মুখত মুখ লগাই চুমা নাখায়? ক'ত থাকিল তেনেহলে তাৰ জাতি? তই ইয়াত কি শুনি আছ?"

শেষৰখিনি মোক উদ্দেশ্য কৰি কোৱা কথা। খঙৰ নহয়, কৌতুকৰ ভাবি। মই লেবালবিকৈ তাৰ পৰা পলালো। আড্ডাত বহিলে বুঢ়াবোৰৰ জ্ঞান নাথাকে।

বিৰাজ সদায় এপাক ৰামদাৰ দোকানলৈ আহে। "অ', দাদা, চাহ-তাহ নাই আজি? দেখিছে; দেখিছে, বেটাই কি কৰিছে।"

বিৰাজ হঠাতে উত্তেজিত হৈ উঠিল।

"কি হ'ল?"

"দেখিছে মহেন্দ্ৰৰ দোকানত কেনেকুৱা আইনা লগাইছে। শো-কেচ বনাইছে চালাই। দিম নেকি এখন ইটা মাৰি?"

"এই বহ, এইবোৰ নকৰিবি। চাহ খা।"

"এম্‌টি টি?"

"কি খাবি?"

"কি আৰু খাম? আপুনি যিহে কিৰ্পিণ। চিণ্ডাৰা এটাকে আনিবলৈ কওঁক। গণেশৰ দোকানৰ চাহ খোৱাতকৈ গ্লাচ এটাত মুতি তাকে খোৱাই ভাল।"

"হব দে।"

"হোৱাই গেট এংগ্ৰি? ব্লাড প্ৰেচাৰ বাঢ়ি যাব। বচ্ ফৰ্ট্, চাহ খোৱাৰো মুধা মৰিব। এভ্ৰিবডি ইজ ইন হাই টেম্পাৰেচাৰ।"

"আৰু কাৰ টেম্পাৰেচাৰ দেখিলি?"

"মাই অনেষ্ট ব্ৰাদাৰ (সিফালে সতীয়া ভায়েকক সৎভাই বুলি কয়) ইজ ভেৰি এংগ্ৰি।"

"কিয়?"

"প্ৰোপাৰ্টি। অৰ্থই অনৰ্থৰ মূল। হি ইজ ট্ৰায়িং টু কিল মি এণ্ড মাই মাদাৰ। মাৰিব নোৱাৰিলে খং মুঠিব?"

"ভেইট্।"

"নো ভেইট্। মাদাৰৰ বিছনাত স্নেক কেনেকৈ আহে? অনেষ্ট ব্ৰাদাৰনে ফেক ডালা।"

"ভেইট্। তহঁতৰ ঘৰৰ চাৰিওফালে যিহে জঙ্ঘল। সাপ অহাটো একো আচৰিত কথা নহয়।"

"আপ ভেইট্ ভেইট্ কৰ্তে ৰহিয়ে। কাহা, চায় কাহা?"

কিছুদিন পিছত বিৰাজৰ মাকৰ মৃত্যু হ'ল। বিৰাজে বাটে ঘাটে চিঞৰি চিঞৰি কৈ ফুৰিবলৈ ধৰিলে যে তাৰ সতীয়া ভায়েক পদ্মলোচনে তাৰ মাকক মাৰিলে।

ৰামবাবুৰ দোকানত কানাই ডাক্তৰ আহে। আক্ষেপ কৰি ক'লে, "বিৰাজটো একেবাৰে পগলা হৈ গ'ল। মই তাৰ মাকৰ চিকিৎসা কৰিছো, ভগবান বাবুও গৈছিল। ইট ওৱাজ এ পিওৰ কেচ অব্ কলেৰা। সিহঁতৰ চুবুৰিৰ কেইবাজনো মৰিছে।"

হৃষীকেশ চক্ৰৱৰ্তী চিন্তিতভাৱে ৰামদাৰ দোকানত সোমাল। মোক দেখা পাই সুধিলে, "ৰাম নাই?"

"অলপ ওলাই গৈছে। আহিব, বহক।"

যোৱাৰাতি কিছুমানে মদ খাই বজাৰত হাল্লা কৰিছে। কিবা এটা বিচাৰ কৰাৰ কাৰণে ৰামদাকো মাতি লৈ গৈছে। এই গণ্ড-গোল কৰাবোৰৰ ভিতৰত হেনো গণেশো আছে। এনেকুৱা গণ্ড-গোল মাজে-মধ্যে হৈয়েই থাকে। ডাবি ধমকি দিলে কিছুদিন ঠাণ্ডা থাকে। গণেশে হাত মোহাৰি মোহাৰি অতি অপ্ৰস্তুতভাৱে ৰাম-দাৰ পিছে পিছে আহিল। সি ৰামদাক পতিয়ন নিয়াবৰ চেষ্টা কৰি আছে যে আচলতে সি মদ খোৱা নাই।

"সঁচায় দেউতা, মই মদ খোৱা নাই। খেলিয়াহঁতে বিলাতী মদৰ বটল কেইটামান আনিছে। বিলাতী মদ নো কি বস্তু তাকে চোৱাৰ কাৰণে বটল এটাৰ ছিপি খুলি শুঙি চাইছো মাত্ৰ। তাৰ পিছত আৰু ক'ৰ নোৱাৰো।"

"হব যা, এইবোৰ নকৰিবি, শুঙিও নাচাবি। যা, তুই কাপ-মান চা পঠিয়াই দে।"

হৃষীকেশ চক্ৰৱৰ্তীৰ সমস্যা সঁচায় জটিল। তেওঁ ৰামদাক ক'লে, "বিনোদক কৈ কিবা এটা ব্যৱস্থা কৰা।"

"কিহৰ ব্যৱস্থা?"

বিনোদ হৃষীকেশ চক্ৰৱৰ্তীৰ ভতিজা ল'ৰা। জীৱন চক্ৰৱৰ্তীৰ ল'ৰা। তেওঁলোকৰ কোনেও মধুপুৰত নাথাকে। বিনোদ আৰু তাৰ সৰু ভায়েক শ্বিলঙত কাম কৰে। তাতেই ঘৰ দুৱাৰ কৰি স্থায়ীভাৱে থকাৰ সিদ্ধান্ত লৈছে। সস্তাত চৰকাৰী মাটিও পাইছে। ইয়াৰ তেওঁলোকৰ ভাগত মাটিখিনি বিক্ৰী কৰি সেই টকা ঘৰৰ কামত লগাব সিংহাসন তেওৱাৰীয়ে মাটিখিনি কিনিবলৈ ওলাইছে। বাওঁফালে সৰু ভায়েক মধুসূদনৰ মাটি সোঁফালে হৃষীকেশ চক্ৰৱৰ্তীৰ আৰু মাজত বিনোদহঁতৰ মাটি। দুইঘৰৰ মাজত এনেকৈ বাহিৰা মানুহ এজন সোমালে কেনেকুৱা হয় কথাষাৰ?

হৃষীকেশ চক্ৰৱৰ্তীয়ে আপত্তি কৰাত বিনোদে ওলোটা প্ৰস্তাৱ দিলে।

"তেনেহ'লে তোমালোকে লোৱা। লাগে অলপ কমকৈ দিবা। মোক টকা লাগে। মাটিডোখৰ বিক্ৰী নকৰিলে ক'ত পাম?"

অসম্ভৱ প্ৰস্তাৱ। সিংহাসনে এঁকেশ হাজাৰ টকা দিবলৈ ওলাইছে। হৃষীকেশ চক্ৰৱৰ্তীৰ এই অৱস্থা। মধুসূদনৰতো কোনো হুচেই নাই। ভাং খাই 'ব'ম, ব'ম' বুলি চিঞৰি থাকে।

"বিনোদৰ লগত তোমাৰ ভাল। তাক বুজাই কৰাচোন।"

বুজাই কোৱাৰ কি আছে? বিনোদক টকা লাগে। মাটি-খিনি সি বিক্ৰী কৰিবই। এই টকা লগ লগাই সি শ্বিলঙত ঘৰ সাজিব। স্থানীয় কোন মানুহৰ ইমান টকা দি এই মাটি কিনাৰ শক্তি আছে?

ৰামবাবুৰ দোকান। 'মিচেলিনিয়াচ্ ষ্টোৰচ্' বুলি ক'লে খুব কম মানুহে চিনি পাব। ময়েই নাজানিছিলো। বাটৰ মাজত থিয় হৈ মুৰ দাঙি চাইহে নিঃসন্দেহ হ'লো। সঁচায় এখন চাইনবোর্ড আছে। 'মিচেলিনিয়াচ্ ষ্টোৰচ্।' কোনো এটা অনুষ্ঠানৰ গুৰুত্ব সকলো সময়তে অনুষ্ঠানটোৰ বিৰাটত্বৰ ওপৰত নির্ভৰ নকৰে। ৰাম-বাবুৰ দোকানত বস্তু বাহানি নাই; বিক্ৰীবাট্টা নাই তথাপিও দোকান-খন সকলোৰে মৰমৰ ঠাই। আচল আকর্ষণ ৰামদা। নির্লোভ, সহানুভূতিশীল। কাৰো অন্যায় কৰিবলৈ নাযায়, পাৰিলে মানুহৰ উপকাৰ কৰে। মানুহে তেওঁলোকৰ সমস্যা লৈ তেওঁৰ ওচৰ চাপে। সকলোৰে কথা ধৈর্য ধৰি সহানুভূতিৰে সৈতে শুনে। একো কৰিব নোৱাৰিলেও মানুহ সন্তুষ্ট হয়।

তেওঁৰ পৰিবাৰক আগতে মই চিনি পোৱা নাছিলোঁ। ৰাম-দাই মোক তেওঁৰ ঘৰত লৈ গৈ চিনাকি কৰি দিলে। ৰামদাৰ সৈতে একেবাৰে মিলি যোৱা। মোক প্ৰায়েই যাবলৈ মাতিছিল। সদায় সাৱধান কৰি দিছিল:

"এওঁৰ লগ লৈছা, চাবা। তোমাৰো একো নহব। নিজৰ ভাল বিচাৰিছা যদি এওঁৰ লগ এৰা।"

কথাষাৰ এক হিচাপে মিছা নহয়। ৰামদা হ'ল কিবাকৈ বৈ

যোৱা অইন যুগৰ অইন মানুহৰ নিদৰ্শন।

বামদাৰ ঘৰৰ সৰু ছোৱালীজনীক মই তেওঁলোকৰ ছোৱালী বুলি ভাবি আছিলো। পিছতহে গম পালো তেওঁলোকৰ ল'ৰা-ছোৱালী নাই। এইজনী যদুবাবুৰ ছোৱালী। যদুবাবুই ইষ্টবেঙ্গলৰ পৰা আহি তেওঁলোকৰ আশ্ৰয়ত আছিল। যদুবাবুৰ পৰিবাৰে বৌক দিদি (বাইদেউ) বুলি মাতিছিল। সেইসূত্ৰে যদুবাবু মাউচা অৰ্থাৎ মহা।

দ্বিতীয়বাৰ সন্তান প্ৰসৱ কৰাৰ সময়ত যদুবাবুৰ পৰিবাৰ ঢুকাল। বৌয়ে ছোৱালীজনীক বুকুত সাৱটি ললে।

একোখন ঠাইৰ একো একোটা বিশেষ চৰিত্ৰ গঢ়ি উঠে, এটা নিজা বৈশিষ্ট্য। এইটো ঠাইখনৰ সমষ্টিগত মানসিকতাৰ প্ৰকাশ। এই বৈশিষ্টা একে দিনাই গঢ়ি নুঠে। এইয়া হ'ল তাৰ ভৌগোলিক, অৰ্থনৈতিক, সামাজিক এই সকলোবোৰ অৱস্থাৰ এটা পৰিণত প্ৰতিফলন। মানুহে জাপি দিয়া কথা নহয়। বৰং ঠাইডোখৰে লাহে লাহে এনেকুৱা এটা ৰূপ লয় যে মানুহে তাত মানসিক সংঘাত নোহোৱাকৈ সচ্ছন্দে থাকিব পাৰে। সাধুৰ কাৰণে বেলেগ ৰূপ, চোৰৰ কাৰণে বেলেগ ৰূপ। মধুপুৰত জমিদাৰী প্ৰথা প্ৰচলিত আছিল। বঙ্গদেশতো এই প্ৰথা চলি আছিল। আকৌ মধুপুৰৰ সম্ভ্ৰান্ত মানুহে গৰ্ব কৰিছিল যে তেওঁলোক শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সন্ততিৰ বংশধৰ। এক বিশেষ অনুকূল পৰিস্থিতিত মধুপুৰে দুয়োফালৰ ভালখিনিৰ বহুতোখিনি কিছু পৰিমাণে আহৰণ কৰি লব পাৰিছিল। মই মধুপুৰৰ মানুহ কাৰণে গৰ্ব কৰি এই কথা কোৱা নাই।

প্ৰভাত চক্ৰৱৰ্তী মধুপুৰৰ মানুহ নহয়। তেওঁ হাকামাৰ মানুহ। হোষ্টেলত থাকি মধুপুৰৰ স্কুলত পঢ়িছিল। মধুপুৰৰ কথা কওঁতে এতিয়াও তেওঁ উচ্ছসিত হৈ উঠে। মোক যে ইমান মৰম কৰে তাৰ একমাত্ৰ কাৰণ হ'ল মই মধুপুৰৰ মানুহ।

প্ৰভাতদাই কৈছিল, "আমি সিবাৰ শিল্ডৰ খেলাত ফাইনেলত উঠিলো। ধুবুৰী টাউন ক্লাবৰ লগত খেল। জমিদাৰক কোনেও কৰৰ সাহস নকৰে। মই আগবাঢ়ি গ'লো। আমাৰ জাৰ্চিবোৰ

ভাল নহয়। ডাঙৰ ডাঙৰ চাহাব-চুবা সকলোৱে খেল চাব। আমাৰ বৰ লাজ লাগে। জমিদাৰে একো নকৈ হাঁহিলে। সিদিনাই কলিকতালৈ মানুহ পঠিয়াই পিছদিনাই চাহাবৰ দোকানৰ পৰা ধুনীয়া জাৰ্চি অনাই দিলে। বঙা আৰু ডিপ্‌ ব্লু ষ্ট্ৰাইপ থকা। মাখনৰ নিচিনা কোমল কাপোৰ। এক গোলত জিকি শ্বিল্ড পালো। শেষ মুহূৰ্ত্তত গোলটো মৰেই দিলো। এক বছৰৰ কাৰণে মোৰ হোষ্টেলত থকা খোৱাৰ সকলো খৰচ জমিদাৰে দিলে।"

এই যে এখন ঠাইৰ এটা বিশিষ্ট ৰূপৰ কথা ক'লো এইটো এটা বহুলভিত্তিক কথা। সেইবুলি সকলো মানুহ একেধৰণৰ হ'ব নে? সকলো ঠাইতে ভাল মানুহো আছে বেয়া মানুহো আছে। তাৰোপৰি ভাল-বেয়াৰ বিচাৰো সদায় নিৰ্ভুল নহয়। হয়তো ডেকা কালত ৰংবোৰ বেছি উজ্জল দেখি। ডেকাকালত যাক শ্ৰদ্ধা কৰিছিলো তেওঁক মাত্ৰাতিৰিক্ত ভাৱে শ্ৰদ্ধা কৰিছিলো, যাক ভাল পাইছিলো তাক সৰ্বান্তঃকৰণে ভাল পাইছিলো। দেখি শুনি মনৰ স্বচ্ছতা নষ্ট হৈ গৈছে। বহুতো ডাঙৰ মানুহক দেখিলো। স্বাৰ্থপৰ, পৰশ্ৰীকাতৰ, কুচক্ৰী। বুঢ়া মানুহকো দেখিছো, নাতি ল'ৰাৰ বয়সৰ ল'ৰাৰ উন্নতি দেখি হিংসাত ক'লা পৰি গৈছে। ৰামদাৰ দৰে নিৰ্মল মনৰ মানুহ খুব কম দেখিছো। এইটো মোৰ ভাগ্যৰ কথা যে মই তেওঁৰ ঘনিষ্ঠ সংস্পৰ্শত আহিছো। মোক এটা সুস্থ নিৰপেক্ষ দৃষ্টিভঙ্গী লোৱাৰ শিক্ষা তেৱেঁই কিছু পৰিমাণে দিছে।

এই ৰামদাকো মই এদিন খং কৰা দেখিছিলো। আৰু খং কৰিছিল মধুপুৰৰ বয়োজ্যেষ্ঠ বিশিষ্ট মানুহ ৰাজেন বৰুৱাৰ ওপৰত।

শুভ বৰুৱাৰ ছোৱালীজনী বাৰীৰ পিছফালৰ পুখুৰীত ডুবি মৰিল। আত্মহত্যাও হ'ব পাৰে দুৰ্ঘটনাও হ'ব পাৰে। তাই সাঁতুৰিব নাজানে ভেটফুল আনিবলৈ গৈ পিছলি পৰিবও পাৰে। মানে, সম্ভাৱনাৰ কথা কোৱা হৈছে। অতি দুখলগা ঘটনা। মানুহৰ সেই লৈও নানা ধৰণৰ জল্পনা-কল্পনা। নানাধৰণৰ মুখৰোচক আলোচনা।

ৰাজেন বৰুৱাই ৰামদাৰ দোকানত বহি বেচ-কৌতুক মিহলি

সুব্ৰত ক'লে, "আচল কথা কি জানা ৰাম? ছোৱালীজনী পোৱাঁতী হবৰ হৈছিল।"

ৰামদাই পিছফালে যাবলৈ ওলাইছিল। তৎক্ষণাৎ ঘূৰি ইফাল-মুৱা হ'ল।

"কি যা-তা কথা কৈছে এইবোৰ।"

এনেকুৱা ক্ষেত্ৰত শ্ৰোতাই বক্তাক উদগনি দিয়ে। গভীৰ আগ্ৰহৰ সৈতে বিস্তৃত বিৱৰণ শুনিবলৈ বিচাৰে। এইটোৱেই মানুহৰ স্বাভাৱিক প্ৰতিক্ৰিয়া।

ৰামদাৰ স্বৰ শুনি ৰাজেন বৰুৱা থতমত খাই গ'ল।

"মই কি জানো? মানুহে যি কয় মই তাকেহে কৈছো।"

"নাজানে যদি কিয় কবলৈ যায়? মোৰ আগত এনেকুৱা কথা কেতিয়াও নকব। শুভখুৱা সম্বন্ধত আপোনাৰ ভায়েক নহয়? আপোনাৰ মুখৰ পৰা এনে ধৰণৰ কথা ওলোৱা উচিত? ছিঃ।"

সজোৰে ছিঃ বুলি কৈ ৰামদাই আকৌ পিছফালে যাবলৈ ওলাল। ৰাজেন বৰুৱাৰ গোটেই মুখখন ক'লা পৰি গ'ল। পিছলৈ কোনো দিনাই মই তেওঁক ৰামদাৰ দোকানলৈ অহা দেখা নাই।

সংজ্ঞামতে ৰামদাক কোনোপধ্যে ডাঙৰ মানুহ বুলি কব নোৱাৰি। ধৰ্মপ্ৰচাৰক নহয়, ৰাজনৈতিক নেতা নহয়, বৈজ্ঞানিক, সাহিত্যিক একো এটাই নহয়। তথাপিও মোৰ মতে তেওঁ এজন সঁচা ডাঙৰ মানুহ। তেওঁৰ সান্নিধ্যই মানুহক এক ধৰণৰ শান্তি দিছিল। মানুহেও তেওঁৰ সান্নিধ্য বিচাৰিছিল।

ভগৱান ডাক্তৰ অতিশয় গম্ভীৰ প্ৰকৃতিৰ মানুহ। চল্লিশ বছৰ আগতে তেওঁৰ পৰিবাৰ ঢুকাইছে। তেওঁ দ্বিতীয়বাৰ বিয়া কৰোৱা নাই। বিয়া-বাৰু, মেল-মিটিং ক'তো তেওঁ নাযায়। বেমাৰী চোৱাৰ বাহিৰে কেতিয়াও কাৰো ঘৰত নাযায়। দাড়িখিনি ঠিক সপ্তম এড্ওৱাৰ্ডৰ দৰে। চাইকেলত উঠি বেমাৰী চাবলৈ যায়। তেওঁ বিশেষ এক ধৰণে চাইকেলত উঠে। চাইকেলৰ পিছৰ চকাৰ লগত লগোৱা এটা ফুটপিন আছে। পিছফালৰ পৰা ফুটপিনত ভৰি দি কেইটা-

মান জাপ মাৰি তেওঁ চাইকেলত উঠে। জহকালি জাৰকালি সকলো সময়তে এটা ছাতি মেলি বাওঁহাতেৰে মূৰৰ ওপৰত ধৰি থাকে।

দুৰৰ পৰা বেমাৰী চাই আহোঁতে দুপৰীয়া তেওঁ কেতিয়াবা ৰামদাৰ দোকানত বহি বিশ্ৰাম লয়।

"কি খবৰ ৰাম?"

ৰামদাই বিনয়ৰ হাঁহি এটা মাৰে।

"চাহ একাপ খাব নেকি?"

"চাহ?—না, থাকক।"

কেতিয়াবা তেওঁ নিজেই চাহৰ কথা কয়। উপস্থিত সকলোৰে কাৰণে চাহ আৰু সন্দেশ আনিবলৈ কয়। নিজে পইচা উলিয়াই দিয়ে। ৰামদাই পইচা দিয়াৰ চেষ্টা নকৰে। ৰামদাৰ দোকানত বহি চাহ খাই বোধহয় একমাত্ৰ ভগৱান ডাক্তৰেহে চাহৰ দাম নিজে দিয়ে।

বেচ ৰাতি হৈছে। দোকানৰ পৰা ওলাই ৰামদাই ঘৰলৈ যাব ওলাইছে। এনেতে ভগৱান ডাক্তৰ দোকানৰ সমুখত চাইকেলৰ পৰা নামিল।

"যোৱা নেকি?"

"কিবা, দৰকাৰ আছিল নেকি?"

"বৰ ভাগৰ লাগিছে। অলপ বহি গ'লো হয়। ঘৰত গৈতো অকলে কোঠাটোত সোমাই থাকিব লাগিব।"

ৰামদাই আথেবেথে তেওঁক মাতি আনি বহিবলৈ দিলে।

"ৰাতি হৈছে, তোমাৰ দিগদাৰী নহয়তো?"

"একো নহয়। বহক আপুনি।"

ভগৱান ডাক্তৰ সঁচায় বৰ ক্লান্ত। চকু মুখ কিবা সোমাই গৈছে।

"এ ভেৰি হেল্‌দি চাইল্ড; কিন্তু কোনো উপায় নাছিল।"

আমি আগতেই কথাবাৰ শুনিছিলো। গোবিন্দৰ পৰিবাৰৰ প্ৰসৱৰ ক্ষেত্ৰত সংকট দেখা দিছে। তেতিয়াৰ দিনত মধুপুৰৰ নিচিনা

ঠাইত চিন্তাবিন্যান অপারেশন কৰাৰ প্ৰশ্নই নুঠে। আচলতে মানুহে ডাক্তৰকো মতা নাছিল। ধাইকহে মাতি আনিছিল! জমিদাৰে দৰমহা দি এজনী ধাত্ৰীক ৰাখিছিল। মিচেচ গিৰিবালা মুখাৰ্জি, ভাৰতীয় ক্ৰিশ্চিয়ান। মানুহে তেওঁক মাতি লৈ গৈছিল।

গোবিন্দৰ পৰিবাৰৰ অৱস্থা সঙ্কটাপন্ন হৈ উঠিল। হয় শিশু, নহয় প্ৰসূতি এজনকহে বচাব পৰা যাব পাৰে। পলম কৰিলে দুয়োৰে মৃত্যু অৱধাৰিত। কানাই ডাক্তৰে আতঙ্কিত হৈ ক'লে, "মই নোৱাৰিম।" ভগৱান ডাক্তৰকো মতা হ'ল। তেওঁ গৰ্ভস্থ ভ্ৰূণ কাটি উলিয়াই আনিলে।

ভগৱান ডাক্তৰে হুমুনিয়াহ কাঢ়িলে।

"ইমান ৰাতি চাহ পোৱাৰতো উপায় নাই?"

ৰামদাই ব্যস্ত হৈ ক'লে -"হ'ব। সোণাৰামৰ দোকান বহুত ৰাতিলৈ খোলা থাকে। ৰ'ব, অনাই দিওঁ। এই, ৰামযশ, ৰামযশ।"

ৰামযশ ৰামদাৰ দোকানৰ বৰ্থীয়া। ৰামদা গ'লে দুৱাৰত খিলি লগাই সি দোকানৰ গাদীত শুই থাকে। ৰামদাই আকৌ দোকানত সোমোৱাত সি পিছফালৰ তক্তাপোছখনত কাতি হৈছিল। ইতিমধ্যে তাৰ গভীৰ টোপনি।

ডাক্তৰ মনে মনে বহি থাকিল। হঠাতে তেওঁ ক্লান্তভাৱে হাঁহিলে।

"মোৰ নাম ভগৱান হ'লেও আই এম নট্ গড। কোনটো সিদ্ধান্ত শুদ্ধ কোনটো অশুদ্ধ স্থিৰ কৰা সহজ নহয়। দেয়াৰ ওৱাজ নো টাইম টু থিংক।"

মধুপুৰ বজাৰৰ ইজাৰাদাৰ লক্ষ্মী দত্তৰ অফিচো ৰামবাবুৰ দোকানৰ বাৰান্দাত। অফিচ মানে এটা কাঠৰ বাকচ। এখন কঠ পাৰি তেওঁ বাৰান্দাত বহি লয়। বজাৰত বস্তু বিক্ৰী কৰিলে টেক্স দিব লাগে। আচলতে বিক্ৰী হওঁক বা নহওঁক বজাৰত বস্তু লৈ আহিলেই টেক্স দিব লাগে। লক্ষ্মীবাবুই বগা নীলা কাগজত ৰবাৰৰ ষ্টেম্প মাৰি বিভিন্ন মূল্যৰ টিকট তৈয়াৰ কৰি লয়। এই টিকট-বোৰ দি বিক্ৰেতাৰ পৰা টেক্স আদায় কৰা হয়। টেক্সক তাত

গুণ্ডি বুলি কোৱা হয়। আদায়কাৰীবোৰৰ নিৰ্দিষ্ট দৰমহা নাই। সিহঁতক টকাত ছুই অনাকৈ কমিশ্বন দিয়া হয়। অইনদিনা বিশেষ কাম নাথাকে। দেওবাৰ আৰু বুধবাৰে আবেলি হাট বহে। সেই দুদিনহে কামৰ হেঁচা পৰে। গধূলি ৰামদাৰ দোকানৰ বাৰান্দাত হুলস্থুল লাগে। কোনোবাই বস্তু বিক্ৰী কৰি টেক্স নিদিয়াকৈ পলাবলৈ লৈছিল। দুজনমান আদায়কাৰীয়ে তাক ধৰি আনিছে। টেক্সৰ পৰিমাণ লৈ কাৰোবাৰ লগত ঘোৰতৰ কাজিয়া লাগি গৈছে। বিভিন্ন ধৰণৰ সমস্যা।

হাটৰ দিনা ৰাতি হাৰিকেন জ্বলাই লক্ষ্মীবাবুই বাৰান্দাত বহি হিচাপ লয়।

"তোক সাত টকাৰ টিকট দিছিলোঁ, একটকা ছুই অনাৰ টিকট ফিৰাই দিলি। কিমান পাব লাগে?"

"কিমান পাইছে?"

"চা, তয়েই গণি চা।"

লক্ষ্মীবাবুই বাকচৰ ওপৰত থোৱা পইচাখিনি চমচেৰৰ ফালে ঠেলি দিয়ে।

"নাকন কেনে, কতো আছে?"

"পাঁচ টকা চৈধ্য অনা পাব লাগে, আছে পাঁচ টকা ছয় অনা। বাকী পইচা ক'ত?"

"মোৰ পাওনাৰ পৰা কাটি লওঁক। বেগাৰ খাটুনি।"

সেলকুই কোনোদিনাই আগতে হিচাপ কৰি কমকৈ পইচা জমা দিব নোৱাৰে। তাক দহ টকাৰ টিকট দিয়া হৈছিল। সি জমা দিলে এঘাৰ টকা সাত অনা।

"মানুহক টিকট দিয়া নাছিলি নেকি?"

সেলকুৰ খং উঠি যায়।

"কেনে নাদিম?"

লক্ষ্মীবাবুৰ হাতত মস্ত বেন্দেজ। আগদিনা হিচাপ-পত্ৰ কৰি টকা লৈ ঘৰৰ ফালে যাওঁতে কোনোবাই ছুৰি দেখুৱাই টকাখিনি

কাঢ়ি লোৱাৰ চেষ্টা কৰিছিল। লক্ষ্মী দত্ত হ'ল সাতঘাটৰ চেঙেলী। থাপমাৰি ধৰোঁতে হাতত লাগি জখম হৈছে।

"কোন? চিনি পাইছে নেকি?"

লক্ষ্মী দত্ত মনে মনে থাকিল।

"চিনি পালেও কাকো কব নোৱাৰি। কল্পনা কৰিব নোৱাৰা কথা।"

ওচৰত কোনো নাই, তথাপিও ইফালে সিফালে চাই ফুচ-ফুচাই নাম এটা ক'লে।

ৰামদা আৰু মই চক খাই উঠিলো। সঁচায় অবিশ্বাস্য কথা। মধুপুৰৰ অতি সম্মানীয় মানুহ এজনৰ ল'ৰা!

ইমান দিনৰ মূৰত মোৰ নিয়োগ পত্ৰ আহিছে। দুই এদিনতে যাম। ৰামদাৰ দোকানত ৰামদাৰ লগত বহি কথা পাতি আছো। দোকানৰ আগেদি এটা সমদল পাৰ হৈ গ'ল। মহেন্দ্ৰ সাহা মধু-পুৰ টাউন কমিটিৰ চেয়াৰমেন হৈছে। জমিদাৰৰ ভতিজা ল'ৰা, সংস্কৃত টোলৰ অধ্যাপক ন্যায়ৰত্নৰ ল'ৰা. এওঁলোক কোনেও ইলেক-শ্বনত জিকিব পৰা নাই।

বিৰাজ এফালে বহি আছিল, ভীষণ উত্তেজিত হৈ উঠিল।

"দিম নেকি, দিম নেকি ইটা দুখনমান মাৰি? দেখিছে, দেখিছে মহেন্দ্ৰ চালাই চিল্কৰ পাঞ্জাবী পিন্ধি কেনেকৈ আগে আগে গৈ আছে? দিম নেকি তাৰ হাঁহি পকা মুখখন থেপ্‌চা কৰি?"

ৰামদাই তাক হাতত ধৰি টানি বহুৱালে।

মোৰ ফালে চাই ক'লে, "মধুপুৰৰ ৰূপ সলনি হৈ আহিছে। আমাৰ দিন গ'ল। দুখ কৰি লাভ নাই, এইটোৱেই নিয়ম।"

ৰামদাৰ সুৰত কোনো ক্ষোভ নাই, এটা অতি সাধাৰণ উক্তি।

# প্ৰতীক্ষা

বহুত দিন ধৰি এই পৃথিৱীত থাকি মানুহ ক্লান্ত হৈ পৰিছে নেকি? অস্থিৰ, বিৰক্ত আৰু উন্মত্ত? হৈছে, যথেষ্ট হৈছে। খেল শেষ কৰাৰ সময় উকলি গৈছে। ৰাষ্ট্ৰ, জাতি, ব্যক্তি সকলোৱে যেন এই পুৰণি পৃথিৱীখন ধ্বংস কৰাৰ কাৰণে উঠি পৰি লাগিছে। সামূহিক আত্মহননৰ প্ৰবৃত্তি।

ঘৰত থাকিলে ঠিকেই থাকে কিন্তু আলিবাটত ওলোৱাৰ লগে লগে মহেশ চৌধুৰীৰ মনটো উত্তেজনাৰ সঞ্চাৰ হয়। উচ্ছৃংখল উন্মত্ত গতি। প্ৰথমেই যিখন চিটি বাচ তেওঁৰ সমুখত ৰয়, ঠেলি-হেঁচি উদ্‌ভ্ৰান্তৰ দৰে তাতেই তেওঁ জাপ মাৰি উঠাৰ চেষ্টা লয়। ঘৰলৈ উভতি আহি তেওঁ নিজেই আচৰিত হৈ উঠে। ইমান উত্তেজিত হৈ উঠাৰতো কাৰণ নাছিল। দুই মিটাৰ পৰ্দাৰ কাপোৰ কিনিবলৈ যোৱাৰ কাৰণে ইমান ব্যস্ত হৈ উঠাৰ সঁচাই প্ৰয়োজন নাছিল। কেইবছৰমান পিছত বোধহয় মানুহৰ এইখিনি সংযমো নাথাকিব। মানুহে মানুহক বগৰাই দি গচকি পাৰ হৈ যাব, গাড়ী-মটৰে মানুহক চেপি উৰ্ধশ্বাসে লৰৰি যাব। কাৰো চকু ফিৰাই চোৱাৰ সময় নাই। কোনেও আচৰিত নহব। এইটোৱেই হ'ব স্বাভাৱিক জীৱন ধাৰা।

বাচটোত কেইজনমান ল'ৰাই কথা পাতি আছিল। প্ৰথমে মহেশ চৌধুৰীয়ে ধৰিব পৰা নাছিল—কি ভাষাত তেওঁলোকে কথা পাতি আছে। অসমীয়া যেনেই লাগিছে, কিন্তু ক'ৰবাত কিবা এটা যেন গণ্ডগোল আছে। তাকেইতো কোনো এটা বাক্য সম্পূৰ্ণ

নহয় আৰু প্ৰতিটো অৰ্ধসমাপ্ত বাক্যত যৌনাঙ্গ নিৰ্দেশক একো একোটা শব্দ। নতুন ব্যাকৰণ, নতুন বাক্য গঠন পদ্ধতি। ভাষা ভাবৰ বাহন। নতুন যুগৰ নতুন ভাব প্ৰকাশৰ বাবে হয়তো এই-টোৱেই উপযুক্ত ভাষা।

মহেশ চৌধুৰীয়ে আওপুৰণি ধাৰণা এটা খামোচ মাৰি ধৰি আছে। ডেকাল'ৰাকেইজন সমাজৰ নিম্নস্তৰৰ পৰা অহা ল'ৰা নহয়। ভাল খাব পৰা, পিন্ধিব পৰা ঘৰৰ ল'ৰা। ওচৰতে বৈ থকা মহিলা আৰু বৃদ্ধৰ উপস্থিতিলৈ ভ্ৰূক্ষেপ নাই। শুনিলেতো শুনিলে, কি কৰিব? মহেশ চৌধুৰীয়ে মুখটো জোকাৰিলে। এওঁলোকে 'কি কৰিব' বুলি নকয়। এই একেটা ভাবকে এওঁলোকে বেলেগ বাক্যেৰে প্ৰকাশ কৰিব। স্পষ্টভাৱে উচ্চাৰণ নকৰিলেও মহেশ চৌধুৰীয়ে লক্ষ্য কৰিলে যে ভেৰেঁ৷ তেনে ধৰণৰ বাক্য এটা গঠন কৰিব পাৰে দেখোন।

সকলো কামৰে ব্যাখ্যা আছে। হত্যা, বলাৎকাৰ ফৌজদাৰী আইন মতে দণ্ডনীয় সকলো অপৰাধৰ কৈফিয়ৎ স্বৰূপে যুক্তি দাঙি ধৰা টান নহয়। ঘৰুৱা পৰিবেশ, সামাজিক বিশৃংখলা, মূল্যবোধৰ অৱক্ষয়, কাৰণ কিবা এটা নে? হয়তো সঁচা। মানুহ এটা যন্ত্ৰ। বিচাৰ বিবেচনা কৰাৰ ক্ষমতা নাই, বিবেক বোলা কোনো বস্তু নাই। বাহিৰা শক্তিয়েহে মানুহক পৰিচালনা কৰে।

ঘনশ্যাম বৰুৱাই কৈছিল, "বুজিছা, গুৱাহাটীত ভদ্ৰ আৰু মাৰ্জিতভাৱে থাকিবলৈ পৰিয়াল এটাৰ মাহিলি কমেও পাঁচ হাজাৰ টকা উপাৰ্জনৰ ব্যৱস্থা আৰু এখন গাড়ীৰ প্ৰয়োজন।"

"হয় নেকি?"

"নহয় কি? চিটি বাচত উঠিবলৈ হলে ঠেলা-হেঁচা কৰিবই লাগিব। আনক উঠিবলৈ দিলে তুমি নিজেই বৈ থাবা। গতিকে আনক ঠেলি বগৰাই দিয়া। আৰু তলৰ খাপৰ হ'লে এক বালটি পানীৰ কাৰণে মাৰ-পিট কৰিব লাগিব। পেতপেতা বোকা-পানী, দুৰ্গন্ধময় নলা-নৰ্দমা, ভিৰ-হুলস্থুল, ইয়াৰ মাজত থাকি সংস্কৃতি বজাই ৰখা সম্ভৱ জানো? বিবাট চৌহদ লৈ ঘৰ, ধুনীয়া কাৰ্পেটৰ দৰে

লন, গাড়ী এখন থাকিলেহে তুমি বিমূৰ্ত্ত চিন্তাক মনত ঠাই দিব পাৰিবা। ষ্টিৰিঅ'ৰ লঘু সংগীতৰ সুৰ ভাহি আছে, তেতিয়াহে তুমি দামী চিগাৰেটৰ ধোঁৱাত আবৃত্ত হৈ উচ্চখাপৰ চিন্তাত মগ্ন হব পাৰিবা। পৃথিৱীখন তেতিয়া সঁচাই বৰ ধুনীয়া যেন লাগিব।”

মানুহৰ চৰিত্ৰ ক্ৰমাৎ অস্বাভাৱিক হৈ আহিছে। স্বাভাৱিক বৃত্তি-বোৰৰ পৰিবৰ্তন হৈ আহিছে গভীৰ দুশ্চিন্তাই মহেশ চৌধুৰীৰ মনক আচ্ছন্ন কৰি ৰাখিছে। নিজৰ কাৰণে তেওঁ চিন্তা কৰা নাই। তেওঁৰ ল'ৰা ছোৱালী, সিহঁতৰ ল'ৰা ছোৱালীৰ কথা ভাবি তেওঁ আতংকিত হৈ উঠে। বাস কৰাৰ কাৰণে সিহঁতে দানৱ আৰু অসুৰ অধ্যুষিত এখন পৃথিৱীহে পাব।

মানুহৰ অস্তিত্ব পৰস্পৰৰ সহযোগিতাৰ ওপৰত নিৰ্ভৰশীল। এইটো এটা নীতি-বচন নহয়, বাস্তৱ প্ৰয়োজন। যিজন মানুহে সকলোকে ভাল নাপায় তেওঁ কাকো ভাল পাব নোৱাৰে। এইটো মহেশ চৌধুৰীৰ কথা নহয়। ইমান ভাল কথা তেওঁ নিজৰ পৰা ক'ব নোৱাৰে, কিন্তু তেওঁ কথাষাৰ বিশ্বাস কৰে।

মহেশ চৌধুৰীয়ে বিস্ময় বোধ কৰে। মানুহবোৰে হাঁহিছে কেনেকৈ? আবেলি বিৰাট অফিচটোৰ পৰা মানুহবোৰ পিল্‌পিলকৈ ওলাই আহিছে। গোটেই দিনৰ পৰিশ্ৰমৰ পিছত এওঁলোকে ক্লান্ত বিৰক্তভাৱে লাহে লাহে তলমূৰকৈ ওলাই আহিব লাগিছিল। এজনে অইন এজনৰ লগত হাত-মুখ জোকাৰি উত্তেজিতভাৱে কথা পাতি আছে। কোনোফালে দৃষ্টি নাই। তাৰে এজনে হঠাতে বৈ গৈ হাঁহিবলৈ ধৰিলে। লগৰজনে সংগীজনৰ হাঁহি শেষ হোৱালৈ ধৈৰ্য ধৰি বৈ থাকিল। হাঁহিছে, ধেমালি কৰিছে, ঠেলা-ঠেলি কৰিছে। একপাল ছাগলী, জৰাই কৰিবলৈ লৈ যোৱা অৱস্থাতো এটাই জাপ মাৰি অইন এটাৰ ওপৰত উঠিছে। আজিৰ কাগজৰ খবৰ, ভিয়েৎনামত সাতাইশজন মানুহক জীয়াই থকা অৱস্থাতে পুৰি মাৰিছে। তাৰ পিছতো এওঁলোকে হাঁহিছেনো কেনেকৈ?

অধ্যাপক তামুলী উদ্বিগ্ন হৈ পৰিছে। মহেশ চৌধুৰীৰ হৈছে কি?

মুৰৰ কিবা গণ্ডগোল হোৱা নাইতো? সদায় চিন্তিত, বিষণ্ণ আৰু শংকিত। সিদিনা ফুটপাথেৰে তলমূৰকৈ গৈ থাকোঁতে পিছ-কালৰ পৰা মাত দিয়াত দেখদেখকৈ চক্ খাই উঠিল। কি হৈছে মানুহজনৰ?

চৌধুৰীয়ে সোঁহাতখন দাঙি অৰ্ধবৃত্তাকাৰে ঘূৰাই আনিলে।

"এইবোৰ মানুহ, ভাল কাপোৰ-কানি পিন্ধি থকা এই মানুহ-বোৰ। এওঁলোকে অংগচ্ছেদ কৰিব পাৰে, হত্যা কৰিব পাৰে, ধৰ্ষণ কৰিব পাৰে। সুযোগ পালেই হ'ল।"

তামুলী আতংকিত হৈ উঠিল।

"কি কৈছা এইবোৰ? তোমাৰ হৈছে কি? এইটোতো বৰ বেয়া কথা! পৃথিৱীত বেয়া মানুহ নাই বুলি নকওঁ, কিন্তু ভাল মানুহো আছে।"

"ক'ত? ক'ত আছে তেওঁলোক?"

কি সাংঘাতিক কাণ্ড! ৰাস্তাত মেৰামতিৰ কাম হৈ আছে। বাটৰ কাষত ঠায়ে ঠায়ে কিছুমান ডাঙৰ ডাঙৰ গাঁত খন্দা হৈছে। গাড়ী, ঘোঁৰা বা মানুহ যাতে গাঁতত নপৰে তাৰ কাৰণে চাৰিও-কাষে বাঁহৰ খুটা পুতি বেৰ দি থোৱা হৈছে। কেইজনমান ডেকা ল'ৰাই জোকাৰি টানি খুটাবোৰ উভালি পেলাই আছে। পৈশাচিক আনন্দ, মহা স্ফুৰ্তি। অলপ ৰাতি হ'লেও মানুহৰ সমাবেশ একে-বাৰে নোহোৱা হোৱা নাই। কোনেও প্ৰতিবাদ কৰা নাই। মহেশ চৌধুৰীয়ে দেখিলে যে তেওঁৰ ল'ৰাজনে নিষ্প্ৰদীপ ৰাতি স্কুটাৰ লৈ গাঁতত সোমাই পৰিল।

"হেৰা, হেৰা, কি কৰিছা? কি কৰিছা এইবোৰ?"

কোনেও তেওঁৰ কথাত কাণ নিদিলে। মহেশ চৌধুৰী বীৰ নহয়। জীৱনত তেওঁ মাৰ-পিট কৰি পোৱা নাই। প্ৰয়োজনো হোৱা নাছিল। এদল উচ্ছৃংখল ল'ৰাক প্ৰত্যাহ্বান জনাবলৈ যোৱা তেওঁৰ স্বভাৱো নহয়। তেওঁ ভয়ানক উত্তেজিত হৈ পৰিল। তেওঁৰ গোটেই গা কঁপিবলৈ ধৰিলে। তথাপি তেওঁ আগবাঢ়ি গৈ খুটা এটাত

থাপ মাৰি ধৰিলে।

"এইবোৰ নকৰিবাহে। মানুহ পৰিব, হাত ভৰি ভাঙিব, বেয়াকৈ জখম হ'ব।"

মহেশ চৌধুৰীয়ে কথা শেষ কৰিব নোৱাৰিলে। এজন ল'ৰাই গাৰ বলেৰে তেওঁক ঢকা মাৰি দিলে।

"চালা, বুঢ়া গৰু! বাহাদুৰি দেখুৱাবলৈ আহিছ।"

ফুটপাথৰ পকাত মূৰত খুন্দা খাই মহেশ চৌধুৰী অজ্ঞান হৈ পৰিল। মানুহ পাৰ হৈ গৈ আছে। তেওঁক গচকি যোৱা নাই। গচকি যোৱাতকৈ অলপ সোঁফালে ঘূৰি যোৱাটো বোধহয় কম কষ্টসাপেক্ষ।

মহেশ চৌধুৰীৰ জ্ঞান ফিৰি আহিল, কিন্তু তেওঁৰ উঠাৰ শক্তি নাই। লাহে লাহে মানুহৰ চলাচল কমি আহিল। তেওঁ লৰচৰ কৰিব নোৱাৰি তেনেকৈ পৰি ৰ'ল। আকাশ মেঘে ছাটি ধৰিছে। তথাপি তেওঁ লৰচৰ কৰাৰ চেষ্টা নকৰিলে। বিশৃংখলভাৱে খণ্ড খণ্ড চিত্ৰ তেওঁৰ চকুৰ আগত ভাহি উঠিল। আগতে শুনা কিছুমান কথা বিচ্ছিন্নভাৱে তেওঁৰ কাণত পৰিবলৈ ধৰিলে। "পৃথিৱীত ভাল মানুহো আছে।"

তাৰেই কোনোবা এজনৰ কাৰণে তেওঁ প্ৰতীক্ষা কৰি ৰ'ল।

# মহানগৰ

সবিতাই থাপমাৰি ধৰণীৰ হাতৰ পৰা কামিজটো কাঢ়ি ল'লে
"এই লেতেৰা চোলাটো কিয় পিন্ধিব লাগিছে ?"

"ক'ত লেতেৰা ? ভালে আছে দেখোন।"

"ভালে আছে ?"

সবিতাই কামিজৰ কলাৰটো ওলোটাই দেখুৱালে, যিটো অংশ গলধনত লাগি থাকে, তাত ইমুৰৰ পৰা সিমুৰলৈ এটা ক'লা দাগ পৰি গৈছে।

সবিতাৰ এইটো এটা বায়ু বুলিয়েই কব পাৰি। ঘৰ দুৱাৰ, চকী-মেজ, আচবাব-পত্ৰ ঘঁহি মাজি চিকচিকীয়া কৰি ৰাখে, ক'তো একখুদ ধূলি পৰিব নিদিয়ে।

নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মহিলাৰ এইটো এটা স্বাভাৱিক প্ৰেৰণা। নিজকে বহুতো আৰামৰপৰা বঞ্চিত কৰি লাহে লাহে দুই এক পদ বস্তু সংগ্ৰহ কৰে আৰু ঘঁহি মাজি চিকচিকীয়া কৰি ৰাখে। নিজহাতে ঘৰৰ গোটেইখিনি কাম কৰিব লাগে। তাৰ মাজতে আঁঠু কাঢ়ি কাঢ়ি ফটাকানি ভিয়াই গোটেইবোৰ কোঠাৰ মজিয়াবোৰ মচিব, লাঠিৰ মুৰত বাঢ়নি বান্ধি লৈ তীক্ষ্ণ দৃষ্টিৰে চাই চাই অদৃশ্য এলান্ধু গুচাব।

আগতে তেওঁলোকে ঘৰত চিলিং ফেন লগাব পৰা নাছিল। এখন টেবুল ফেনকে ইফালে সিফালে ঘুৰাই লৈ ফুৰিছিল। অলপতে ধৰণীয়ে মহাৰ্ঘ্য ভাত্তাৰ টকাখিনি একেলগে পাই দুখন চিলিং ফেন লগাই লৈছে। শুভ্ৰ-শুভ্ৰ কাৰ্পেট নাথাকিলেও, ফেন নচলিলেও, সিফালে চালেই মনটো ভাল লাগি যায়। ফেনখন

লগোৱাৰ পিছত বহা কোঠাৰ চেহেৰাই সলনি হৈ গৈছে। ইমান দিনে কোঠাটো কিবা উদংমুদং হৈ থকা যেন লাগি আছিল।

সবিতাই আতংকিত হৈ বহা কোঠাৰ কেনখনৰ ফালে চালে। কেনৰ ব্লেডবোৰৰ দাঁতিত চাবিওফালে ক'লা চামনি পৰিছে। তেওঁ উধাতু খাই লৰৰি গৈ লাঠিৰ মূৰত বাঢ়নি বান্ধি লৈ দাগবোৰ গুচাবৰ চেষ্টা কৰিলে, পিছে তেনেকৈ দাগবোৰ গুচাব নোৱাৰিলে। তেওঁ মেজৰ ওপৰত মূঢ়া এটা তুলি তাৰে ওপৰত উঠি ফটা কাপোৰেৰে ঘঁহি দাগবোৰ গুচাবৰ চেষ্টা কৰিলে। তেনেকৈও গুচাব নোৱাৰিলে। এনেকৈ অস্থিৰ ভাৰসাম্য ৰক্ষা কৰি ব্লেডবোৰ ঘঁহি থকা দেখিলে ধৰণীয়ে খং কৰিব, কিন্তু উপাই নাই। ধৰণী এতিয়া অফিচত। তেওঁ অহালৈ নিৰ্বিকাৰভাৱে কেনখনৰ ফালে চাই থাকিব নোৱাৰি। চাবোন পানীত কাপোৰ তিয়াই ঘঁহি ঘঁহিও সবিতাই দাগবোৰ তুলিব নোৱাৰিলে। কি হ'ল? সঁচাকৈ আতংকিত হবলগীয়া কথা। সবিতাৰ কান্দি দিবৰ মন গ'ল।

অকল সেয়েই নহয়। পিছদিনা বাথৰূমৰ চুকত লাগি থকা এলান্ধু গুচাবলৈ যোৱাত এলান্ধুখিনি লেউলেৱা বস্তুৰ দৰে বেৰত লাগি ধৰিলে। বেৰখনত ক'লা দাগ এটা পৰিল। হাজাৰ চেষ্টা কৰিও সবিতাই ঘৰৰ কোনো বস্তু চাফ-চিকুণ কৰি ৰাখিব নোৱাৰা হ'ল। প্ৰত্যেক বস্তুৰ ওপৰত এটা তৈলাক্ত ক'লা তৰপ।

তদুপৰি অসহ্য হৈছে ধৰণীৰ নিৰ্বিকাৰ ভাৱ। অলপো সহানুভূতি নাই। আপত্তি জনালে গেৰগেৰাই উঠে।

"মই কি কৰিম? হবই! দিনে-ৰাতি ট্ৰেইন চলে, বাটত হাজাৰ হাজাৰ গাড়ী মটৰ চলে। কিমান কল-কাৰখানা আছে চহৰত, খবৰ ৰাখা? ক'লা ক'লা চামনি নপৰি বগা চন্দনৰ প্ৰলেপ পৰিব নেকি?"

দিনে দিনে অসম্ভৱ পৰিৱৰ্তন হৈছে মানুহজনৰ। কথা-বতৰা, চাল-চলন কিবা অমাৰ্জিত হৈ আহিছে। অনবৰত কাহি থাকে। ঠিক কাহি থকা বুলিও ক'ব নোৱাৰি, অদ্ভুত ধৰণে গল-খেকাৰি

মাৰি ভিতৰৰ পৰা জোৰকৈ কিবা উলিয়াই দিয়াৰ চেষ্টা কৰা যেন লাগে। ওচৰ-পাজৰৰ তিৰোতা মানুহে শুনি জোকোৱা বুলি ভাবিলে আচৰিত হ'বলগীয়া নহ'ব।

উশাহ লওঁতেও ধৰণীৰ কষ্ট হয়। ঠিক কষ্ট বুলি কব নোৱাৰি, যিমানখিনি বতাহ টানি লৈছে সিমানখিনি যেন যথেষ্ট নহয়, আৰু অলপ পালে ভাল আছিল। ধৰণী ইতিহাসৰ ছাত্র, পঢ়া-শুনা কৰি ভাল পাইছিল। প্রাচীন সভ্যতাৰ ইতিহাস, হিষ্টৰী অব্ এনচিয়েণ্ট চিভি-লাইজেশ্যন। গোটেই মহানগৰ এখন পৰিত্যক্ত হৈ কিয় মাটিৰ তলত পোত গ'ল? মিথাইল আইচোচায়ানেট বা তেনেকুৱা বিষাক্ত গেচে গোটেই বতাহ কলুষিত কৰি পেলাইছিলনেকি? মহানগৰৰ মানুহ-বোৰ য'ত যেনেকৈ আছিল তাতেই পৰি মৰিবলৈ ধৰিলে। কেই জনমানে কোনো প্রকাৰে পলাই গৈ চাৰিওপিনে এই ভয়ঙ্কৰ ঘটনাৰ খবৰ প্রচাৰ কৰি দিলে। জনশ্রুতি ক্রমাৎ বিয়পি পৰিল। বণিক-সকলে একগোট হৈ পণ্যসম্ভাৰ লৈ মহানগৰখনৰ পৰা ফালৰি কাটি নতুন বাণিজ্য-পথেৰে যাত্রা আৰম্ভ কৰিলে। ইতিমধ্যে নগৰখন লাহে লাহে ধূলাত পোত খাই পৰিল।

এতিয়া আৰু ধৰণীৰ কিতাপ পঢ়াৰ উৎসাহ নাই। আৰু অলপ নির্মল বতাহ টানি লব পাৰিলেহে ভাল আছিল। কণ্ঠনলীত কিবা যেন জেপেটি ধৰি আছে, তেলতেলীয়া আঠাৰ দৰে। ধৰণীয়ে অদ্ভুত ধৰণে গল-খেকাৰি মাৰি বস্তুখিনি উলিয়াই দিয়াৰ চেষ্টা কৰিলে।

সদিভাই গা এৰি দিছে। লাভ নাই, ঘৰ-দুৱাৰ চাফ কৰি ৰখাৰ চেষ্টা কৰি একো লাভ নাই। অসম্ভৱ কথা। ঠাইৰ নাটনি, তথাপিও তেওঁ খালি ডালডাৰ টিনত মাটি ভৰাই ফুলৰ পুলি কইছিল। ইমান যত্ন কৰি থকাৰ পিছতো সেইবোৰৰ কেটেঙা চেহেৰা দেখিলে খং উঠি যায়। একো লাভ নাই, বৃথা চেষ্টা।

সদিভাই গা এৰি দিছে, কোনো কামতে তেওঁৰ উৎসাহ নাই, পাটো লবাৰবেই ইচ্ছা নাই। লাহে লাহে তেওঁ ভয়ানক লেথা হৈ পৰিল। নিজৰ কামখিনিও তেওঁ কৰিব নোৱাৰা হ'ল। ঘৰ-দুৱাৰ

সাবা-মচাও বাদ দিলে। চাৰিওফালে ধূলি-মাকতি। লগতে তেওঁ শকত হ'বলৈ আৰম্ভ কৰিলে, অস্বাভাৱিক ধৰণে শকত। ঘৰ-দুৱাৰ লেতেৰা, কাপোৰ-কানি লেতেৰা, তাৰে মাজতে যিখিনি নকৰিলে নহয় নিৰুৎসাহভাৱে সবিতাই সেইখিনিও কৰিব নোৱাৰা হ'ল।

এন্দুৰ নহয় চিকা। চিকাও নহয়, নিগনি। ক'ৰপৰা আহি ঘৰত সোমাইছে কব নোৱাৰি। বিজুলি গতিৰে এঠাইৰপৰা আন-ঠাইলৈ যায়। চকুৰে ভালকৈ মনিব পৰাৰ আগতেই বাকচৰ পিছ-ফালৰ পৰা ওলাই খাটৰ তলত বাচনবোৰৰ সিফালে অদৃশ্য হ'ল। আগতে হ'লে সবিতাই হুলস্থূল লগাই দিলে হয়। ঘৰৰ গোটেই বস্তু ওলট-পালট কৰি হ'লেও নিগনিটোক মাৰিলে হয়, নহয় ঘৰৰ পৰা খেদিলে হয়। এতিয়া নিগনিটোক দেখিও সবিতাৰ মনত কোনো প্ৰতিক্ৰিয়া নহয় কিতাপ-পত্ৰ কুটি নষ্ট কৰে নে কাপোৰ কানিয়ে নষ্ট কৰে সেই লৈ কোনো উদ্বেগ নাই। তেওঁ নিৰাসক্ত আ নিৰ্বিকাৰভাৱে নিগনিটোৰ গতিবিধি লক্ষ্য কৰি যায় মাত্ৰ।

নিগনিটোৱে গেলা নৰ্দমাটোৱেদি বাহিৰৰ ক'ৰবাৰ পৰা আহে। গোটেই গাটো লেতেৰা বোকাৰে লুতুৰিপুতুৰি। সেই অৱস্থাতে গোটেই ঘৰত ঘূৰি ফুৰে। এই আলমাৰীৰ মূৰত, এই আলনাৰ তলত থোৱা জোতাৰ বাকচবোৰৰ পিছফালে।

নিগনিটোক দেখিও সবিতাৰ মনত কোনো প্ৰতিক্ৰিয়া নহয়, হাতখন বিজুলী সঞ্চাৰে বাঢ়নি বা লাঠিডালৰ ফালে স্বয়ংক্ৰিয়ভাৱে আগবাঢ়ি নাযায়। তেওঁৰ মনতো যেন ধূলি মাকতিৰ এক অপৰিবাহী আৱৰণৰ সৃষ্টি হৈছে। তেওঁ শূন্য দৃষ্টিৰে নিগনিটোৰ গতিবিধি লক্ষ্য কৰে। সেই একেই দৃষ্টিৰে তেওঁ ধৰণীৰ ফালে চায়। আনন্দও নাই, বিদ্বেষো নাই। প্ৰেমো নাই, ঘৃণাও নাই। এক যান্ত্ৰিক দৃষ্টি।

ধৰণীৰ নিজৰো পৰিবৰ্তন হৈছে কাৰণে তেওঁ সবিতাৰ আপেক্ষিক পৰিবৰ্তন কি হৈছে ঠিক ধৰিব নোৱাৰে। পিছে ক'ৰবাত কিবা গণ্ডগোল হৈছে বুলি তেওঁ উপলব্ধি কৰে। ভুক কোঁচাই তেওঁ সবিতাৰ ফালে চায়। অধলা কাপোৰ পিন্ধা প্ৰাণহীন পুতলাৰ দৰে

যান্ত্রিকভাৱে ঘূৰি ফুৰা দেখিও ধৰণীয়ে ধৰিব নোৱাৰে সবিতাৰ কি হৈছে। কেৱল অস্পষ্ট ভাৱে অনুভৱ কৰে যে ক'ৰবাত কিবা বিজুতি ঘটিছে পিছে এইবোৰ কথাত বেছিপৰ মন দি থকাৰ তেওঁৰ অৱকাশ নাই। কণ্ঠনলীত কিবা লাগি ধৰি থকা যেন বোধ কৰি তেওঁ অদ্ভুত ধৰণে গল-খেকাৰি মাৰিবলৈ আৰম্ভ কৰে।

সবিতাই জীৱনত বৰ বেছি একো বিচৰা নাছিল। আ-অলঙ্কাৰ নহয়, প্ৰাচুৰ্য্য নহয়, মাত্ৰ পবিত্ৰ নিৰ্মল এটা পৰিৱেশ। জীৱনৰ এই হাবিয়াসো তেওঁৰ পূৰ্ণ নহ'ল। নাই, তেওঁৰ মনত দুখ নাই। এদিন তেওঁ কি সপোন দে'খিছিল সেই সপোনৰ কথাও তেওঁ পাহৰি গৈছে।

সবিতাৰ ঘৰত নিগনি এটাই পিল্‌পিলকৈ ঘূৰি ফুৰে। নিগনি-টোৰ গোটেই গাত এটা ক্লেদৰ প্ৰলেপ। সেই লৈ তেওঁৰ মনত কোনো বিকাৰ নাই। ধৰণীৰ গাতো চমটা মৰা মলি, এটা ভেবে টা-ভেকেট গোন্ধ। অকল বাহিৰতে নহয়, তেওঁৰ ভিতৰখনতো তৰপে তৰপে মলি জমি আছে। তেওঁ গল খেকাৰি মাৰি মলিখিনি গুচাবৰ নিষ্ফল চেষ্টা কৰে। তেওঁ যেতিয়া সবিতাৰ কালে আগবাঢ়ি আহে, সবিতাৰ ভাব হয় যে নিগনিটোৱে মানুহৰ আকাৰ লৈ আন্ধাৰত তেওঁৰকালে আগবাঢ়ি আহি আছে। প্ৰেম আৰু প্ৰীতিৰ কোনো প্ৰশ্ন নাই, এটা যান্ত্ৰিক প্ৰক্ৰিয়া। পিছে এই লৈ সবিতাৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি নহয়। আচলতে কোনো অনুভূতিয়েই তেওঁৰ মনত কাম নকৰে। যান্ত্ৰিকভাৱে এটা যন্ত্ৰই আন এটা যন্ত্ৰৰ কাষচাপি আহে। এইটোও এটা যান্ত্ৰিক প্ৰক্ৰিয়া।

# প্ৰয়োজন

কাম কাজ নাই। কেতিয়াবা পুৰণি কাগজ-পত্ৰবোৰ চাওঁ। ক'ৰপৰা কি ওলায় ঠিক নাই। ঠিকনা, ফোন নম্বৰ, বিভিন্ন ধৰণৰ ৰচিদ-পত্ৰ। প্ৰয়োজনীয় কাগজ, যত্ন কৰি থোৱা আছে। কোনো মতে ভাবি নাপাওঁ কাৰ ঠিকনা। শৈলেন্দ্ৰ নাথ চক্ৰৱৰ্তী, ১৪ নং বালিগঞ্জ চাৰ্কুলাৰ ৰোড, কলিকতা! কোন নো? কিয় এনেকুৱা যত্ন কৰি ৰাখি থৈছো? এইয়া, সৰু মামাৰ ছোৱালীৰ কানাডাৰ ঠিকনা। অন্ততঃ এই ডোখৰ কাগজৰ কোনো মূল্য নাই। তেওঁলোক আজিকালি কানাডাত নাথাকেই। ভনীজোঁৱায়ে এতিয়া বোম্বেত কাম কৰে। এইয়া মোৰ ছাত্ৰী জয়া নাগৰ বোম্বেৰ ঠিকনা। বোম্বেলৈ গ'লে তেওঁলোকৰ তাত উঠিবলৈ লিখিছে। আহল-বহল কোৱাৰ্টাৰ, যথেষ্ট ঠাই আছে, একো অসুবিধা নহয়। আছেনে এতিয়াও বোম্বেত? থাকিলেও পোন্ধৰ বছৰ পিছতো সেই একে ঠিকনাতে আছে নে? এইডোখৰ কাগজৰ কি প্ৰয়োজন?

গোটেই জীৱন ধৰি কিমান সম্ভেদ গোটাই থৈছো! একোৰে কোনো মূল্য নাই। আৱৰ্জনা, জঞ্জাল। কিছুমান কাগজ পত্ৰ ইমান যত্ন কৰি থৈছো যে সেইবোৰ বিচাৰি পোৱা অসম্ভৱ। কোনখন কিতাপৰ মাজত, লেফাফাৰ ভিতৰত যত্ন কৰি থোৱা আছে যে বিচাৰি উলিওৱা অসাধ্য। আছে, ক'ৰবাত আছে, নিশ্চয় আছে। পিছে কাৰো কোনো প্ৰয়োজন নাই। প্ৰয়োজন নাথাকে, শেষ পৰ্য্যন্ত একোৰে একো প্ৰয়োজন নোহোৱা হয়।

সিদিনা মই কলেজত পঢ়ি থাকোতে সৰু ভাইজনে মোক

লিখা চিঠি এখন পালো। সি হাতৰ আখৰ লিখিব পৰা হৈছিল মাত্র। কেঁকোৰা-কেঁকুৰি ডাঙৰ ডাঙৰ আখৰেৰে মোলৈ লিখা চিঠি। বন্ধত ঘৰলৈ যাওঁতে তাৰ কাৰণে জোতা এযোৰ লৈ যাবলৈ লিখিছে। কাগজ ডোখৰৰ পিছফালে ভৰি এখন আঁকি ভৰিৰ জোখ দি মাজতে নিজৰ নামটোও লিখি দিছে। ইখন কাগজৰ কি প্ৰয়োজন? কি কামত লাগিব? এই ভৰিৰ মাপৰ জোতাৰ এতিয়া আৰু কোনো প্ৰয়োজন নাই। আমাৰ সকলোৰে মূল আকাৰৰ সম্পূর্ণৰূপে পৰিৱৰ্ত্তন ঘটিছে। পুৰণি আকাৰত আৰু নিজকে খাপ খুৱাই লব নোৱাৰো। হয়। আমাৰ পৰিৱৰ্ত্তন ঘটিছে। প্ৰতিদিন, প্ৰতি মুহূর্ত্তত, ধীৰে ধীৰে কিন্তু নিশ্চিত ভাৱে। মোৰ যৌৱনৰ অনুভূতিবোৰ হেৰাই গৈছে। উচ্ছ্বাস আবেগ, এইবোৰ অনুভূতি মনলৈ আকৌ টানি আনিব নোৱাৰো। থুলমূলকে একেটা শব্দ মানুহ বুলি সকলোকে বুজালেও এজন বুঢ়া মানুহ আৰু এজন ডেকা ল'ৰা সম্পূর্ণ ভিন্ন জীৱ। মানুহ এজনে অনিবাৰ্য্যভাৱে সদায় নিজক পিছফালে এৰি থৈ আহে। ক'ৰবাত পঢ়িছো, প্ৰতি সাত বছৰৰ মূৰত মনুষ্য দেহৰ কোষবোৰৰ আমূল পৰিৱৰ্ত্তন ঘটে।

মোৰ দেহৰ কোষবোৰ ক্লান্ত। মনৰ ক্ষিপ্ৰতা কমি আহিছে। ঘনিষ্ঠ পৰিচিত মানুহৰ নামো কেতিয়াবা কোনোমতে মনত পেলাব নোৱাৰো। মানুহজনৰ কথা-বতৰা, পোছাক পৰিচ্ছদ, কথা কোৱাৰ বিশেষ ভঙ্গী, ইহঁতৰ বৈশিষ্ট্য, সকলো স্পষ্টকৈ চকুৰ আগত দেখা পাওঁ কিন্তু তাৰ নামটো কোনোমতে মনত নপৰে নামটো মনত পেলোৱাৰ চেষ্টা কৰি অস্থিৰ হৈ উঠো। কি হ'ব পাৰে, কিনো হব পাৰে? বাৰু নামৰ আদ্যাক্ষৰটো কি? 'অ' বে হ'ব পাৰে নে? অমল, অজিত, অপূৰ্ব। নহয়। আ আদিত্য, আনন্দ, আলোক? উহু, 'আ'ৰেও নহয়। নাই, কোনোৰকমে মনত নপৰে। মই অস্বস্তি অনুভৱ কৰো। নামটো সঠিক ভাৱে দিব নোৱাৰালৈ মানুহজন যেন শূন্যত ওপঙি থাকিব। কেনেকুৱা অৱস্থা, ভাৱকচোন।

মোৰ কাম কাজ নাই। অফুৰন্ত অৱসৰ। বহি বহি বহুতো

কথা চিন্তা কৰি থাকো। গোটেই জীৱন ধৰি ইমান যে লম্ফজম্ফ কৰিলো এইবোৰৰ কি অৰ্থ আছিল? ঘৰ-দুৱাৰ বাহ্নি সকলো ঠিক-ঠাক কৰি থানথিত লগাই লওঁতে লওঁতে মৰিবৰ হ'লেই।

পৰিবাৰৰ মৃত্যুৰ পিছত নিঃসঙ্গ জীৱন যাপন কৰি কথাবোৰ আৰু স্পষ্ট হৈ উঠিছে। ডাঙৰ ল'ৰাজন সপৰিবাৰে আমেৰিকাত থাকে। সৰুজন জাৰ্নালিষ্ট নে কি কব নোৱাৰো। আজি দিল্লী, কালি বোম্বে ঘূৰিয়েই ফুৰে। আচলতে কি ৰবে ভালকৈ জনাৰ প্ৰয়োজনো নাই। আগতে এইবোৰ কথা লৈ চিন্তা কৰিছিলো। আজিকালি একো নাভাৱো। প্ৰত্যেকে নিজেই নিজৰ জীৱন যাপন কৰে। আনৰ প্ৰতিভূ হিচাপে আনৰ হৈ কোনেও জীয়াই নাথাকে। ডাঙৰ ল'ৰাজনে আমেৰিকালৈ এপাক যাবৰ কাৰণে প্ৰায়েই মোক মাতি আছে। তাৰ আন্তৰিকতাক মই অবিশ্বাস নকৰো। কিন্তু দ্বিধা মোৰ নিজৰ মনতেই। অপ্ৰয়োজনীয় বস্তু এটা ইয়াতেই পৰি থাকিল বা তাতেই পৰি থাকিল? কথা একেই। মই ভালকৈ জানো যে মোৰ সন্তানৰ জীৱনত আজি মোৰ প্ৰয়োজন শেষ হৈ গৈছে।

অকলে বহি বহি থাকিলে বহুতো চিন্তা মনত আহে। জীৱনত কি কৰিলো কি পালো প্ৰথম প্ৰথম তাৰ এটা হিচাপ উলিওৱাৰ চেষ্টা কৰিছিলো। এতিয়া এইবোৰ কথা অৰ্থহীন যেন লাগে। মৰাৰ লগে লগে সকলো শেষ সামান্য চিনো ক'তো নাথাকে। পিতাৰ অস্পষ্ট ফটো এখনৰ বাহিৰে আৰুনো কি চিন আছে? চেষ্টা কৰিও তেওঁৰ কথা মনত মই পেলাব নোৱাৰো, তেওঁৰ উপস্থিতি অনুভৱ কৰিব নোৱাৰো। ককাদেউতাৰ কথাতো একোৱেই মনত নপৰে। মোৰেই যেতিয়া এই অৱস্থা, অইনৰ কথা আৰু কি কব লাগিছে? অইন কোনে তেওঁলোকক মনত ৰাখিছে?

ডাঙৰ ডাঙৰ মানুহকো বুৰঞ্জীৰ পাতত কৃত্ৰিমভাৱে ধৰি ৰখা হয়। আচলতে মৃত্যুৰ লগে লগে তেওঁলোক আৰু জীয়াই নাথাকে। শিলৰ মূৰ্তিক জীয়াই থকা বুলি কব নোৱাৰি। জীয়াই থকাৰ

অৰ্থ আৰু ব্যাপক। ইজিপ্তৰ পিৰামিদত সংৰক্ষিত মমীবোৰক আমি জানো জীয়াই আছে বুলি ক'ব পাৰো? আচলতে যিদিনাই মানুহৰ প্ৰয়োজন শেষ হয় সিদিনাই তাৰ মৃত্যু ঘটে।

শিক্ষকতা কৰিছিলো। কিছুমানে হয়তো মোৰ কথা বুজি পাইছিল, মোক ভাল শিক্ষক বুলি কৈছিল। কিছুমানে একো বুজি পোৱা নাছিল, বাজে শিক্ষক বুলি কৈছিল। সহকৰ্মীবোৰৰ কিছুমানে মোক বেয়া পাইছিল, কিছুমানে ভালো পাইছিল। গল্প দুই এটা লিখিছো। যিসকলে মৰম কৰিছিল তেওঁলোকে ভাল বুলি কৈছিল। কিছুমানে কৈছিল আৱৰ্জনা। সৰহ সংখ্যক মানুহে এটা গল্পও পঢ়া নাছিল। পিছে এইবোৰো মিছা। গৱেষক আৰু ছাত্ৰৰ বাহিৰে ৰবি ঠাকুৰৰ কবিতা আজি কেইজনে পঢ়ে। আজিৰ ডেকাল'ৰা কেইজনে বাৰ্ণাৰ্ড শ্বৰ নাটক পঢ়ে? পঞ্চাশ বছৰ পাৰ নহওঁতে বিশ্ববিখ্যাত সাহিত্যিক একোজনৰ এই অৱস্থা। গতিকে কোনোবাই মোক সাহিত্যিক বুলি ক'লে মোৰ লাজ লাগে। মই অস্বস্তি বোধ কৰো

জীৱনত এনেকুৱা এটা কামো মই কৰা নাই যাৰ কাৰণে মই নিজেই গৰ্ববোধ কৰিব পাৰো। অতি সাধাৰণ জীৱন, এতিয়া মৃত্যুৰ প্ৰতীক্ষা। বচ্, শেষ।

জগবন্ধু বাবুয়ে মাজে সময়ে মোৰ ইয়ালৈ আহি মোৰ লগত কথা পাতে। তেওঁৰ লগত কথা পাতিলে কেতিয়াবা মোৰ মনত আতঙ্কৰ সৃষ্টি হয়। মানুহজনৰ মনত তিলতিলকৈ এটা তিক্ততা জমা হৈ আছে। ইমান জ্ঞানী আৰু বুদ্ধিমান মানুহ; কিন্তু এটা কথাত তেওঁৰ দৃষ্টিৰ স্বচ্ছতা নষ্ট হৈ গৈছে। সকলো সময়তে এনেকৈ তিক্ততাৰ স্বাদ লৈ জীয়াই থকাটো যে কি শাস্তি সেই কথাষাৰ উপলব্ধি কৰাৰ চেষ্টা কৰি মই বিব্ৰত হৈ উঠো. তেওঁৰ ধাৰণা কোনেও তেওঁক নিবিচাৰে, সকলোৱে তেওঁক অৱজ্ঞা কৰে। নিজকে তেওঁ এজন অবাঞ্ছিত আলহীৰ দৰে বোধ কৰে। ধীৰ স্থিৰ মানুহ। গধূলি ফুৰিবলৈ ওলাই মোৰ ইয়ালৈ আহে। ব্যক্তিগত কথা নকয়।

আমি কেবেজেজ আৰু কিচ পৈয়েই সাধাৰণতে কথা পাতো। সিদিনা পিছে তেওঁ নিজকে চম্ভালিব নোৱাৰিলে। কথাৰ মাজতে হঠাতে মন্তব্য কৰিলে—"বুজিছে চৌধুৰী? অৱসৰ লোৱাৰ পিছত আৰু মানুহৰ জীয়াই থকা উচিত নহয়।"

অতি ব্যাপক প্ৰস্তাৱ। এই প্ৰস্তাৱ মানি ল'লে দেখোন একেবাৰে মহামাৰী আৰম্ভ হৈ যাব। মই অলপ হাঁহিলো মাথোন। তেওঁক একো প্ৰশ্ন নকৰিলো। দুৰ্বল মুহূৰ্ত্তত কিবা এবাৰ নকবলগীয়া কথা কৈ পিছত নিজেই হয়তো সংকোচ বোধ কৰিব।

জগবন্ধু বাবুৱে ক'লে—"নাতি ল'ৰাজনৰ মুখত ভাত দিয়াৰ সময়ত শচীনে মোক সুধিলে—পিতা, কেনেকুৱা কি কৰা যায় কোৱাচোন। মই ক'লো—মানুহ দুমুহক কাক কেনেকৈ কি খুওৱা সেই বোৰ তোমালোকৰ কথা। মোৰ হ'লে মাত্ৰ এটা কথা কবৰ আছে। গাৰঁৰপৰা আমাৰ কুল পুৰোহিতজনক অনাৰ ব্যৱস্থা কৰা। বংশৰ প্ৰথম ল'ৰাৰ এটা শুভকাৰ্য্য। তেৱেঁই কামটো কৰক।"

মই একো নকৈ মনে মনে থাকিলো।

অলপপৰ মনে মনে বৈ জগবন্ধু বাবুৱে ক'লে, "কুল পুৰোহিতজনক নানিলেহে। মই হুমতুম একো মতা নাছিলো। কাম-কাজ শেষ হোৱাৰ পিছত শচীনে নিজেই ক'লে—দেউক নানিলো। বুঢ়া মানুহ, তেওঁৰো দিগদাৰী আমাৰো দিগদাৰী। বাচত উঠি তেওঁ আহিবও নোৱাৰিলে হয়। গাড়ীখন পঠাই অনাও টান। ইফালেও লাগে। আৰু যি পেট্ৰলৰ দাম, খৰচো বহুত পৰি গ'ল হয়।" মই ক'লো—"হয় পিছে।"

জগবন্ধু বাবু অলপ উত্তেজিত হৈ উঠিল।

"নহয়হে। মানুহক খুৱাওঁতে কমেও দুই হাজাৰমান টকা খৰচ কৰিলে। আৰু নো কেইটা টকা বেচিকৈ খৰচ হ'ল হয়? মই একো নকলো। পিছে, বুজিছে, চৌধুৰী, মনত বৰ দুখ পালো।"

এইবেলি মই ক'লো—"এইয়া। এইটো এটা মন কৰিবলগীয়া কথাই নহয়। এইটো কাম শচীনে ইচ্ছা কৰি কৰা নাই। কুল

পুৰোহিতজনক অনাৰ কথাত সি একো গুৰুত্ব দিয়া নাই। আপুনিও যে কথাষাৰত এটা বিশেষ গুৰুত্ব দিছে সেইটোও সি উপলব্ধি কৰিব পৰা নাই। সুবিধা হ'লে আনিব, নহ'লে নাই। এই আৰু কি?"

জগবন্ধু বাবুৱে ক'লে—"মই বৰ আশা কৰি আছিলো। প্ৰথম নাতি ল'ৰাৰ অন্নপ্ৰাশনৰ মাংগলিক কামখিনি কুল পুৰোহিতে কৰিব বুলি মই বৰ ইচ্ছা কৰিছিলো।"

মই ক'লো "নাই নাই। এইবোৰ কথা লৈ মন বেয়া কৰাৰ কোনো অৰ্থ নহয়। এই কথাটোত আপুনি যে ইমান গুৰুত্ব দিছে সেই কথাটোৱেই সিহঁতে বুজিব পৰা নাই।"

কথাখিনি কৈ মই অলপ হাঁহিলো।

জগবন্ধু বাবুৱে বেজাৰ মনেৰে সুধিলে—"হাঁহিলে কিয়?"

মই ক'লো "মানুহে যে জেনাৰেশ্বন গেপৰ কথা কয়, কথাষাৰ মিছা নহয়। আমি সঁচাই ভিন্ন সমতলত বিচৰণ কৰো। পৰস্পৰৰ কথা বুজি নাপাওঁ। আমাৰ দৃষ্টিভঙ্গী, ৰুচি, সকলো সলনি হৈ গৈছে। আমাৰ ৰুচিৰ যে কিমান পৰিবৰ্তন হৈছে তাৰ এটা সাধাৰণ উদাহৰণ দিওঁ, শুনক। ঘৰত থাকোঁতে মোৰ সৰু ল'ৰাজনে ফুল ভলিউমত ৰেডিঅ' খুলি বিদেশী গান শুনিছিল। এইবোৰ গান নে কি কব নোৱাৰো। চিঞৰ, বাখৰ, হুলস্থুল। অসহ্য। এদিন চাইগলৰ 'শো যা ৰাজকুমাৰী' গানটো অহাৰ লগে লগে সি ৰেডিঅ' টো বন্ধ কৰি দিলে। মই ক'লো চাওঁ, চাওঁ, দিয়াচোন, দিয়া।"

সঁচা। আমাৰ ৰুচি, দৃষ্টিভঙ্গী সম্পূৰ্ণ ভিন্ন। সিদিনা প্ৰথম মই এই কথাষাৰ উপলব্ধি কৰিলো। আমি সৰু থাকোতে পিতাই মাজে সময়ে যাত্ৰাৰ গানৰ সুৰত বঙালী গান এটাৰ কেই-কাঁকি-মান গাইছিল। তেওঁৰ গান শুনি আমি আঁৰালত খুব হাঁহিছিলো। আমাৰ চাল-চলন দেখি আমাৰ ল'ৰা-ছোৱালীয়ে কিজানি হাঁহে। কিজানি কিয়? নিশ্চয় হাঁহে। জগবন্ধু বাবুৱে আজিকালিৰ ল'ৰা ছোৱালীৰ বিষয়ে মাজে সময়ে কটু সমালোচনা কৰে। মই প্ৰতি-বাদ কৰি তেওঁৰ লগত কাজিয়া কৰিবলৈ নাযাওঁ। পিছে পোচাক

পাতি, চালচলন চাই মানুহক বিচাৰ কৰিলে ভুল কৰাৰ সম্ভাৱনা থাকি যায়। মোৰ বিশ্বাস ভাল মানুহ আগতেও আছিল, এতিয়াও আছে। বেয়া মানুহ যে কেৱল এতিয়াহে আছে, আগতে নাছিল এইটোও বিশ্বাসযোগ্য নহয়। দৃষ্টিভঙ্গীটো হ'ল আচল। আমি সক থাকোঁতে মানুহে কোৱাকুই কৰিছিল যে এজন মানুহে তেওঁৰ পৰিয়ালৰ লগত লগ হৈ নিজৰ মাকক হেনো মৰিয়াইছিল। কথাষাৰ মই তেতিয়াও বিশ্বাস কৰা নাছিলো, এতিয়াও বিশ্বাস নকৰো। কোনোবাই এনেকুৱা কাম কৰিব পাৰে বুলি মই ধাৰণা কৰিব নোৱাৰো।

কি কথা কৈছিলো? আজিকালিৰ ল'ৰা-ছোৱালীৰ কথা। সকলোৱে ভাল বুলি নকওঁ। পিছে সকলোৱে বেয়া বুলিনো কওঁ কেনেকৈ?

কালি বাতিপুৱা বীৰেশৰ ঘৰলৈ গৈছিলো। সি কেইদিন মানৰ কাৰণে আমেৰিকাৰ পৰা ইয়ালৈ আহিছে। তাত সি মোৰ ডাঙৰ ল'ৰাজনৰ ওচৰতে থাকে। লৰালৰিকৈ বীৰেশৰ বিয়াখন পতা হ'ল। অলপতে কইনাকো লৈ সি আকৌ আমেৰিকালৈ উভতি যাব। মই যেতিয়া যাওঁ তেতিয়া বীৰেশ ঘৰত নাছিল। তাৰ পৰিয়ালে মাত দিলে। কেমিষ্ট্ৰীত প্ৰথম শ্ৰেণীত এম, এচ-চি পাছ কৰা ছোৱালী। উগ্ৰ আধুনিকতাও নাই, জড়তাও নাই। নৰম লগা ধুনীয়া ছোৱালী। কথা পাতিও ভাল লাগিল। আমেৰিকালৈ গৈ আৰু পঢ়াশুনা কৰাৰ ইচ্ছা আছে। মোক চাহ নোখোৱাকৈ আহিবলৈ নিদিলে। বহা কোঠাৰ কেনখন বেয়া হৈ আছিল। মই চাহ খাই থাকোতে ছোৱালীজনীয়ে এখন বিচনি আনি মোক বিচিবলৈ ল'লে। মই হাক দিলো কিন্তু ভঙ্গীটো মোৰ বৰ ভাল লাগিল। এইবোৰ ছোৱালীক নো মই বেয়া বুলি কওঁ কেনেকৈ?

পৰিয়াৰ নথকাত এই বয়সত, কেতিয়াবা বৰ বেছি নিঃসঙ্গ বোধ কৰো। তেওঁৰ মৃত্যুৰ বৰ হেঁপাহ আছিল। মোৰ সময় আৰু সুবিধা নাছিল। আচলতে পইচা-পাতিও নাছিল। এবাৰ গৈছিলো দিল্লীলৈ। দিল্লীক কেন্দ্ৰ কৰি চণ্ডীগড়, অমৃতসৰ, হৰিদ্বাৰ, আগ্ৰা

এইবোৰ ঠাইটুৰ গৈছিলো। দ্বিতীয় পৰা শ্ৰীনগৰলৈ গৈছিলোঁ। গুলমাৰ্গ পহেলগাম এইবোৰ ঠাইত গৈ বৰ ভাল লাগিছিল। পৰিবাৰৰ এবাৰ পুৰীলৈ যোৱাৰ বৰ ইচ্ছা আছিল। যাম বুলি ভাবিছিলোঁ। কলিকতাৰ পৰাই উভতি আহিলো। ঠিক সেই সময়তে, বেল ধৰ্মঘট আৰম্ভ হ'ল। যাম যাম বুলি থাকোঁতে যোৱা আৰু নহ'লে হুটিল।

বাতি টোপনি নাহে। শুই থাকিলে এইবোৰ কথা মনত পৰে। পুৰণি স্মৃতি ৰোমন্থন কৰাৰ বাহিৰে অইন একো কাম নাই।

চহৰৰ পৰা দহ মাইলমান দূৰত মই ঘৰ সাজিছো। আমাৰ চুবুৰিটোত বহুতে মাটি লৈ থলেও ঘৰ-দুৱাৰ বন্ধা নাই। মোৰ বয়সৰ মানুহ নায়েই। মোৰ কাষৰ ঘৰটোত ডেকা ল'ৰা এজন তেওঁৰ পৰিবাৰক লৈ থাকে। ডেকা ল'ৰা। আত্মপ্ৰত্যয় আছে। নিজৰ কামকাজ লৈ ব্যস্ত। খুব স্বাভাৱিক কথা। মোৰ লগত কথা-বতৰা হৈছে। মোক মিষ্টাৰ চৌধুৰী বুলি সম্বোধন কৰে। প্ৰথমদিনা মোৰ ভুক কোঁচ খাই উঠিছিল। পিছত নিজেই হাঁহিছিলো। কি বুলি মাতিব তেনেহ'লে? ককাদেউতা, নে জেঠা? আচলতে বেছ ভাল ল'ৰা, বেছভদ্ৰ। ল'ৰাজনৰ নামটো পাহৰিলো।

ৰৰষুণ, ৰৰষুণ। বাপ, কি ৰৰষুণ। ইমান পানী নো ক'ত জমা হৈ আছিল।

কোন? এই ৰাতিখন, এই দৰাপিটা ৰৰষুণত? এটা শব্দৰ ভাৱে যে মনত অহা নাছিল তেনে নহয়। অকলে থাকো। কামকৰা ল'ৰাটোৰ টোপনি আহিলে ঘৰত জুই লাগিলেও সি গাৰ নাপায়। কুকুৰটোৰ ভুকভুকনিত বুজিলো সঁচাই কোনোবা আহিছে। বিছনাৰ পৰাই মাত দিলো, "কোন?"

"মই, সত্যেন।"

তৎক্ষণাৎ বুজি পালো কাষৰ ঘৰত থকা ল'ৰাজন। মোৰ ইয়ালৈ যে ঠিক সহায় বিচাৰি আহিছে, এনে নহয়। ভাৱাৰ্থ আতংকিত হৈ কিংকৰ্তব্যবিমূঢ় হৈ পৰিছে। হিচাপমতে তেওঁৰ পৰিবাৰৰ প্ৰসৱৰ দিন আৰু এমাহ পিছতহে আছিল। বাতি ফৰ্মালৰ

বজাত অলপ বিষ উঠিছিল। এতিয়া অসহ্য যন্ত্ৰণাত অস্থিৰ হৈ উঠিছে।

কৈকিয়তৰ সুৰত সত্যেনে ক'লে, "তুই এদিনৰ ভিতৰতে মাকৰ ঘৰত থৈ আহিমগৈ বুলি ঠিক কৰি থৈছিলো। এতিয়া কি কৰা যায়? অলপ অলপ তেজো গৈছে দেখোন।"

আতঙ্কত সত্যেনৰ উদ্‌ভ্ৰান্তৰ দৰে অৱস্থা।

মোৰ গাড়ীখন মোৰ দৰেই বুঢ়া। বয়স থাকোঁতেই মই ৰাতি গাড়ী চলাবলৈ টান পাইছিলো। আৰু এই বৰষুণৰ মাজত? কিন্তু উপায় কি? মোৰ দুৰ্বলতা ক'ৰবাত গুচি গ'ল।

"ব'লা হাস্পাতাললৈ লৈ যাওঁ।"

"আপুনি পাৰিব?"

সংশয় প্ৰকাশ কৰিলেও বুজিলো সি গোটেই অন্তৰেৰে বিচাৰিছে যে মই যেন পাৰো।

মই সাধাৰণতে ঈশ্বৰৰ নাম নলওঁ; কিন্তু সিদিনা মই সকলো অন্তৰেৰে ঈশ্বৰক মাতিলো। সত্যেনৰ পৰিবাৰক যদি মই সময়মতে হাস্পাতাললৈ লৈ যাব নোৱাৰো তেনেহলে মোৰ যেন সকলো গুৰি হৈ মাটিত বাগৰি পৰিব। এই প্ৰত্যাহ্বানৰ সন্মুখীন হবই লাগিব।

ধাৰাষাৰে বৰষুণ দি আছে। ওৱাইপাৰে ভালকৈ কাম নকৰে। ভালকৈ দেখাও নাপাও, বহুতোখিনি অনুমানৰ ওপৰত গৈ আছো। আগফালৰপৰা ট্ৰাক এখন আহি আছিল। চাৰিওফালে বিয়পি পৰা পোহৰৰ বাহিৰে মই একো নেদেখা হলো। মই বাটৰ সোঁফালে আছো নে বাওঁফালে আছো নে মাজতে আছো ক'ব নোৱাৰা হ'লো। গাড়ীৰ লাইট বন্ধ কৰি মই ৰৈ থাকিলো। ট্ৰাকখনে মোৰ গাড়ীক খুন্দা মাৰে নে গাড়ীখনৰ কাষেদি পাৰ হৈ যায় যাওক। ট্ৰাকখন তীব্ৰ বেগে মোৰ কাষেদি পাৰ হৈ গ'ল।

পিছফালৰ আসনত সত্যেনৰ পৰিবাৰে যন্ত্ৰণাত আকৌ এবাৰ চিঞৰি উঠিল। গাড়ীখন তেনেকৈ বাটত ৰাখি হাতভৰি গোটাই বহি থকাৰ এটা অদম্য ইচ্ছাই মোক হেঁচা মাৰি ধৰিলে। জোৰকৈ মই আকৌ আগবাঢ়ি গ'লো। মোৰ এই বুঢ়া গাড়ীয়ে মোক

কেতিয়াও বিপদত পেলোৱা নাই। এবাৰ বাতি নগাঁৱৰপৰা আহি-ছিলো। ঘৰলৈ আহি গেৰেজৰ সন্মুখতহে টাইৰডটো খুলি পৰিছিল। এনেকুৱা বহুতো উদাহৰণ আছে। মই গাড়ীত বহিয়েই উপলব্ধি কৰিলো যে আজিও গাড়ীখনে তাৰ সুনাম নষ্ট নকৰে। মই দৃঢ় প্ৰত্যয় লৈ আগবাঢ়ি গ'লো।

এই হাস্পাতাল। এইয়া ইমাৰ্জেঞ্চি ওৱাৰ্ডৰ সমুখ। সত্যেন পৰিবাৰক লৈ ব্যস্ত হৈ পৰিল। স্বাভাৱিক। মই গাড়ী লৈ ওলাই আহিলো। মোৰ খুব দুৰ্বল লাগিল, মূৰটোও ঘূৰা যেন বোধ কৰিলো। বৰষুণৰ লগতে বতাহো আৰম্ভ হৈছে। মই গম পালো যে এই দুৰ্যোগত গাড়ী চলাই দহ মাইল বাট যোৱাৰ মোৰ শক্তি নাই। কিন্তু উভতি যোৱাৰ প্ৰয়োজন কি? মোৰ উদ্দেশ্য সিদ্ধি হৈছে। হাস্পাতালৰ বাহিৰত বাটৰ কাষত গাড়ী ৰখাই আইনা-বোৰ তুলি দি মই পিছফালৰ আসনত শুই থাকিলো।

মই বৰ ক্লান্ত; কিন্তু উলাহৰ ঢৌ এটাই মোৰ মনটোক ডুবাই দিলে।

কেতিয়া টোপনি আহিছিল ক'ব নোৱাৰো। যেতিয়া সাৰ পালো তেতিয়া বতাহ বৰষুণ একো নাই। আকাশ পৰিষ্কাৰ। বেলিৰ পোহৰ আহি মোৰ চকুত পৰিছে। মই গাড়ীৰ পৰা নামি হাত ভৰি পোনাই ললো। বাটৰ কাষত থিয়হৈ পেচাব কৰিলো। সত্যেনৰ পৰিবাৰৰ কি হ'ল? খবৰটো লৈ যাব পাৰিলে ভাল আছিল। এইটো অৱশ্যে মোৰ কাৰ্য্যতালিকাত নপৰে। হাস্পা-তালত পৌছাই দিয়াটো আছিল মোৰ দায়িত্ব। মই সেই দায়িত্ব পালন কৰিছো। বহুদিনৰ পিছত মোৰ মনত বৰ ধুনীয়া অনুভূতি এটাৰ সঞ্চাৰ হ'ল। মই সঁচাকৈ জীয়াই থকা যেন বোধ কৰিলো। অতি প্ৰয়োজনীয় কাম এটা কৰাৰ আনন্দত মোৰ মনটো ভৰি গ'ল।

"বৰদেউতা? গোটেই বাতি আপুনি ইয়াতেই আছিল? ইচ্ বাম, ইচ্ বাম।"

ইমানপৰে সত্যেন হয়তো মোৰ কথা পাহৰি আছিল। মোক

এনেকৈ ইয়াত দেখি সি অপ্ৰস্তুত হৈ পৰিল।

মই কলো, "বাদ দিয়া এইবোৰ কথা। খবৰ কি আগতে কোৱা।"

"ভাল, ল'ৰা এটা হৈছে। ছুয়ো বেছ ভালে আছে। ব'লক। মইয়ো আপোনাৰ লগত যাওঁ। পিছত আকৌ আহিম।"

"যাওঁ মানে? মিঠাই ক'ত? দোকানপাট খুলিছে জানো?" মই যে বুদ্ধ, কিছু সময়ৰ কাৰণে সেই কথাষাৰ মই পাহৰি গলো।

# সান্নিধ্য

মোহন সিঙৰ কথাবাৰ পৰিয়ালক নোকোৱাই ভাল আছিল। তেওঁ মিছাকৈ উদ্বিগ্ন হৈ উঠিল। গধূলি মই অকলে ফুৰিবলৈ যোৱা সম্বন্ধে তেওঁৰ আপত্তি বাঢ়ি গ'ল।

"এইখন এখন পগলাৰ ৰাজ্য। বাটত মানুহ-দুনুহ কোনো নাথাকে। ৰাতিখন অকলে অকলে নো কিয় এনেকৈ ফুৰিব লাগে?"

আচলতে উদ্বিগ্ন হ'বলগীয়া কথা নাছিল। মই গৈ আছিলোঁ। কেম্পাচৰ সীমা পাৰ হৈ গৈছোঁ। সিফালৰ পৰা মোহন সিঙে আপোন মনে বক্তৃতা দি আহি আছিল। বাটত কোনোবা পগলাক লগ পালে আমি তাৰ ফালে চকু নিদিওঁ, সম্পূৰ্ণ আওকাণ কৰি আগ-বাঢ়ি যাওঁ। এইটোৱেই আমাৰ কেম্পাচৰ প্ৰচলিত ৰীতি।

মোহন সিঙে লাঠি এডালৰ মূৰত এপাত জোতা ভৰাই পতাকাৰ দৰে কান্ধত লৈ আহি আছিল হঠাতে মোক আগভেটাদি প্ৰকাণ্ড এটা চালাম দিলে।

"চালাম, চাৰ।"

মই চক্ খাই উঠি লৰালৰিকৈ ক'লো—"টয়ে মানে, কি খবৰ মোহন সিং? ভাল তোমাৰ?"

"এই চালা জীৱনৰ সুখখন মই এক যোচা মাৰি উৰাই দিম। চালাই মোক পগলা বুলি কৈছে। মই পগলা? আপুনিয়েই কওঁকচোন চাৰ।"

তাৰ ৰক্তবৰ্ণ চকুৰ ফালে চাই মই ভয়ে ভয়ে ক'লো—"মইহে। কিয় পগলা হবা তুমি?"

"শুনেছনে? মোক চিনি পোৱা নাই। কিমান বাঘ সিংহৰ লগত ফুৰিলোঁ কোনেও মোক পগলা বুলি নকলে, আৰু ই চালাই মোক কয় পগলা। কি বুলি ভাবিছে সি? মোৰ গাত বল নাই? আপুনি কি কয়? মোৰ গাত বল নাই নেকি?"

নিৰ্জন বাটত তাৰ পেশীবহুল দেহৰ ফালে চাই আকৌ মই ভয়ে ভয়ে কলোঁ—

"কিয় নাথাকিব? যথেষ্ট আছে।"

খুচি হৈ মোহন সিঙে জোৰ কৰি মোৰ ভৰিৰ ধূলা ললে। মাজবাটত থিয় হৈ মই জোতা খুলিবলগীয়া হ'লোঁ। কামৰ প্ৰতি বাদ কৰি মোহন সিঙৰ মেজাজ গৰম কৰি দিয়াৰ সাহস নহ'ল। গধূলি মই ঘৰত থাকিব নোৱাৰোঁ। কিহবাই মোক টানিবলৈ আৰম্ভ কৰি দিয়ে। মই অস্থিৰ হৈ উঠোঁ। মই এক দেৱতাৰ অন্বেষণত ওলাই যাওঁ। এনেকুৱা এটা ব্যাখ্যা দিলে দোষ হব জানো?

মোৰ মানসিক গঠনত হয়তো কিবা এটা অসম্পূৰ্ণতা আছে, কিবা এটা মৌলিক উপাদানৰ অভাৱ। কেম্পাচৰ আনবোৰ মানুহ স্বয়ংসম্পূৰ্ণ। বাটত ফুৰি থাকোঁতে মই কোনোদিন কাকো লগ নাপাওঁ। আনবোৰে এই অস্তিত্বহীন দেৱতাৰ অন্বেষণত বাটলৈ ওলাই যোৱাৰ প্ৰয়োজনবোধ নকৰে। তেওঁলোকৰ কোনো অভাৱ নাই গতিকে অভাৱ বোধো নাই। তেওঁলোকে শাক-পাঁচলিৰ খেতি কৰে, গৰু ছাগলীৰ যত্ন লয়। গধূলি ল'ৰা-ছোৱালীৰ পঢ়া-শুনাত চকু দিয়ে। কামৰ মানুহ, দায়িত্বশীল মানুহ।

প্ৰথম প্ৰথম মই সহকৰ্মীবোৰৰ ঘৰলৈ গৈছিলোঁ। সকলোৱে মোক আপ্যায়ন কৰি বহিবলৈ দিছিল। জোৰকৈ চাহ জলপান খুৱাইহে উঠিবলৈ দিছিল। কিন্তু অনুচ্চাৰিত প্ৰশ্ন এটা বতাহত ছটফটাই উঠিছিল। কিয়, কিয় মই তেওঁলোকৰ তালৈ আহিলোঁ। গৃহস্থৰ এই এক অস্বস্তি। কেতিয়া ওলাই যাওঁ তাৰ কাৰণে তেওঁ হাঁহিমুখে অধৈৰ্য হৈ অপেক্ষা কৰি বৈছিল। মোৰ এই অনুপ্ৰবেশৰ চেষ্টাক সকলোৱে সন্দেহৰ চকুৰে চাইছিল। নিজকেও মোৰ 'পিপিং

টমৰ' দৰে লাগিছিল।

এই অসম্পূৰ্ণতা, নিজ সত্তাৰ বাহিৰৰ পৰা মানসিক প্ৰশ্ৰয় পোৱাৰ এই হেঁপাহ, আইনৰ মনৰ উত্তাপেৰে নিজকে সজীৱ কৰি লোৱাৰ এই আকুলতা, অইনৰ অনুভূতিৰ স্পৰ্শ পোৱাৰ এই আগ্ৰহ, সকলোবোৰেই মোৰ মানসিক গঠনৰ অসম্পূৰ্ণতাৰ প্ৰমাণ। অপৰিচিত মানুহৰ মাজত নিজকে মই হেৰাই যোৱা যেন বোধ কৰোঁ। সেই কাৰণে পৰিচিত মনৰ সান্নিধ্য বিচাৰোঁ। মাতা, বন্ধু আৰু প্ৰিয়া, এনেকুৱা কাৰোবাৰ হাতত কন্দেকৰ কাৰণে নিজৰ হাতখন থবলৈ খোজোঁ।

সদায় গধূলি ওলাই যাওঁ। সিদিনা বৰষুণ দি আছিল। বৰষুণ এবাৰ লগে লগে মই ওলাবলৈ ললোঁ। পৰিবাৰে গম্ভীৰ-ভাৱে কলে, "ছাতি লৈ যোৱা। আকাশ মেঘে ছাটি আছে। বৰষুণ আহে দেখোন।"

মই হাঁহি কলোঁ, "ছাতি লৈ মানুহে সান্ধ্যভ্ৰমণ কৰিবলৈ যায় নে? নালাগে?"

পৰিবাৰে কলে, "এনেকুৱা বতৰত মানুহে সান্ধ্যভ্ৰমণ কৰিবলৈ ওলায় নে নাই তাকো পিছে কব নোৱাৰোঁ।"

পৰিবাৰৰ হৈছে মহা মস্কিল। জোৰ কৰি মোক হাক দিবও নোৱাৰে। তেওঁৰ নিজৰেতো কেতিয়াবা অসহ্য লাগি যায়।

ইয়াত এনেকৈ ভূতৰ দৰে মানুহ থাকিব পাৰেনে? এনেকৈ থাকিলে মানুহ পগলা নহব কিয়? বিৰাছুও গুছি গ'ল। আদহীয়া মানুহ। সকৰপৰাই আমাৰ গাঁৱৰ ঘৰত কাম কৰি আছে। এইবাৰ ঘৰলৈ যাওঁতে মহা উৎসাহে সি মোৰ লগত আহিছিল। ভালেই হ'ল। ইয়াত ভাল বিশ্বাসী কাম কৰা ল'ৰা পোৱা টান। দুদিন পিছতেই কিন্তু সি অস্থিৰ হৈ উঠিল। কোনোমতে নাথাকে। উদ্‌ভ্ৰান্তৰ দৰে হৈ পৰিল।

"বাপ্! এনে জাগাত কাৰ থাকে? এটি থাকলে মুই পাগলা হয়া যাইম।" কোনো কথা নুশুনিলে। সক ভাইজন আহিছিল।

তাক পাই আজি বাতিপুৱা জোৰ কৰি তাৰ লগতে গুচি গ'ল।

পৰিবাৰে মোক জোৰকৈ হাক নিদিয়ে। ভয় কৰে যে মযো কিজানি পগলা হৈ যাওঁ। তেওঁক দোষ দিব নোৱাৰি। আমাৰ কেম্পাচত পগলাৰ সংখ্যা অস্বাভাৱিকভাৱে বেছি। পৃথিৱীৰ আইন কোনো ঠাইত জনসংখ্যা অনুপাতে ইমানবোৰ পগলা থাকিব পাৰে বুলি মোৰ যথেষ্ট সন্দেহ আছে।

ভাল মানুহ একো একোজন হঠাতে পগলা হৈ যায়। দেখাত কোনো কাৰণ নাই, হ'ল আৰু পগলা। ইয়াৰ পগলাবোৰৰ বৈশিষ্ট্য আছে। কোনেও সম্পূর্ণভাৱে পগলা নহয়। কিছুমান কথাতহে সম্পূর্ণ উন্মাদ কিন্তু আইন কিছুমান কথাত আকৌ সম্পূর্ণ স্বাভাৱিক। যিজনে অলপ আগতেই মুখ ভেঙুচাই বাটত মানুহক খেদি ফুৰিছিল অলপ পিছতেই তেৱেঁই সাপ্তাহিক বজাৰখনৰ পৰা দাম দৰ কৰি সুচাৰুৰূপে সম্ভাত বজাৰ কৰি আহিল।

বৰুৱাহঁত আছিল আদর্শ দম্পতী। চৰকাৰী কামৰ কাৰণে ওলাবলগীয়া সময়খিনিৰ বাহিৰে কোনেও বৰুৱাক ঘৰৰ বাহিৰত দেখা পোৱা নাছিল। আনকি আমি তেওঁক কাহিৰৰ বাৰান্দাতো কেতিয়াও দেখা নাছিলোঁ। দিনটো ঘৰৰ ভিতৰত সোমাই তেওঁ কি কৰি থাকিব পাৰে সেই লৈ দুই একজনে জল্পনা-কল্পনাও কৰিছিল। একজন মানুহেতো আৰু দিনৰ দিনটো বহি বহি পৰিবাৰৰ মুখৰ ফালে থৰ লাগি চাই থাকিব নোৱাৰে। তেনেহলে? অৱশ্যে বেছিদিন গুণা গথা কৰি থাকিবলগীয়া নহ'ল।

হঠাতে এদিন প্রতিবেশীবোৰ বৰুৱাৰ পৰিবাৰৰ ভয়ার্ত আর্তনাদ শুনি সচকিত হৈ উঠিল। আতংকিত হৈ মানুহে দেখিলে যে বৰুৱাৰ পৰিবাৰে প্রাণৰ ভয়ত দৌৰি আছে আৰু বৰুৱাই লোম মাৰি এডাল লৈ তেওঁক খেদি গৈ আছে। আমি আশ্চর্য হোৱা নাছিলোঁ। আৰু একজনে সীমা অতিক্রম কৰি গ'ল। এই. আৰু ?

বৰুৱা এতিয়াও কেম্পাচতে আছে। সম্পূর্ণ স্বাভাৱিক। অৱশ্য,

বিনয়ী, অমায়িক। তেওঁৰ পৰিবাৰ এতিয়া তেওঁৰ লগত নাই। তেওঁৰ পৰিবাৰক দেখিলেহে তেওঁ উন্মাদ হৈ উঠে, হিতাহিত জ্ঞান-শূন্য হৈ পৰে। নহলেতো তেওঁ ভাল মানুহ।

বকৱাৰ দৰে বহুতো মানুহ আছে আমাৰ কেম্পাচত। বাহিৰৰ মানুহে দেখিলে কেতিয়াও গম নাপায় যে তেওঁলোক পগলা। তেওঁ-লোক আংশিক ভাৱেহে পগলা কিন্তু আংশিকভাৱে সম্পূৰ্ণ স্বাভাৱিক।

বতাহ হওক, বৰষুণ হওক, গধূলি মই ওলাই যামেই। ঘৰত থাকিলে মোৰ উশাহ বন্ধ হৈ আহে, মই অস্থিৰ হৈ উঠোঁ। নিৰ্জন বাটেৰে গৈ থাকিলে মোৰ চিন্তাস্ৰোতত বাধা নপৰে। নিয়ন লাইটৰ পোহৰত মোৰ ছাঁটোক পিকাচোই আঁকা ছবিৰ দৰে দেখি। মই আক আগবাঢ়ি যাওঁ। ইয়াৰ পিছত বাটত পোহৰ নাই। আন্ধাৰত মই অশৰীৰী জীৱৰ দৰে আগবাঢ়ি যাওঁ। অনুপস্থিত এক দেৱতাক লগ ধৰিবলৈ মই আগবাঢ়ি যাওঁ। সীমাৰেখা ঠিক কোন-খিনিত ?

এই চূড়ান্ত পৰিস্থিতিৰ কথা কল্পনা কৰকচোন। আপুনি মহা-কাশযান এখনত গ্ৰহ নক্ষত্ৰ পাৰ হৈ অসীম শূন্যৰ পিনে গৈ আছে, গৈয়েই আছে। যান্ত্ৰিক বিজুতিৰ ফলত এই মহাকাশযানখনক আক কেতিয়াও পৃথিৱীৰ বুকুলৈ ঘূৰাই অনা সম্ভৱ নহব। ধৰক খোৱা-বোৱাৰ প্ৰশ্নলৈ আপোনাৰ চিন্তাৰ কাৰণ নাই। যানখনত ঘনীভূত খাদ্য আক অম্লজান বাষ্প ইমান আছে যে আপোনাৰ জীৱন-কালৰ কাৰণে পৰ্যাপ্ত। আপোনাৰ মানসিক অৱস্থা কেনেকুৱা হব ? কল্পনা কৰা টান। ঠিকেই।

বাক বাদ দিয়ক। তেনেহলে এইদৰে কল্পনা কৰকচোন। ধৰক আপোনাক এটা কোঠাত বন্ধ কৰি থোৱা হৈছে। আপোনাক যেতিয়াই যি লাগে বুতাম টিপিলেই আপুনি হাতৰ কাষত পাই আছে। কিন্তু আপুনি কোনো মানুহৰ মুখ দেখিব নোৱাৰে, কাৰো লগত কথাও পাতিব নোৱাৰে। এই ক্ষেত্ৰত আপোনাৰ মনৰ অৱস্থা কেনেকুৱা হব ? কোৱা টান। ঠিক কথা। এনেকুৱা কৃত্ৰিম অৱ-

ভূতি উপলব্ধি কৰা সঁচাকৈয়ে টান।

বাৰু তেনেহলে স্বাভাৱিক পৰিস্থিতিৰ কল্পনা কৰকচোন। ধৰক আপুনি অকলে শ্ৰীনগৰলৈ ফুৰিবলৈ গৈছে। যাত্ৰীৰ ঠেলাহেঁচা, ভিৰ আৰু ভিৰ।' বাটত, যানবাহনত, যাত্ৰীনিবাসত মানুহৰ ভিৰ। মানুহৰ ঠেলা হেঁচাত আপুনি অতিষ্ঠ। পিছে ইমান অসংখ্য মানুহৰ মাজত আপুনি এজনো অসমীয়া মানুহক দেখা নাই; একাষাৰ অসমীয়া মাত শুনা নাই। এই ভিৰৰ মাজতো আপুনি অকলশৰীয়া বোধ নকৰিব জানো? কিন্তু কিয়?

এনেকুৱা আনুমানিক পৰিস্থিতিৰ কল্পনা কৰাৰ প্ৰয়োজন কি? এই কেম্পাচত থাকিয়েইতো মই এক দাৰুণ নিসঃঙ্গতা বোধ কৰোঁ। এক অসীম শূন্যতাবোধে মোক আগুৰি ধৰে। ইয়াৰ এক নিজা বৈশিষ্ট্য আছে। নিঃসঙ্গতাৰ যে এনেকুৱা ধৰ্ম থাকিব পাৰে মোৰ ধাৰণা নাছিল। চাৰিওপিনৰপৰা ই মোক হেঁচা মাৰি ধৰে। মোৰ কান্দত অৱৰুদ্ধ হোৱা যেন লাগে। মোৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম হয়। মই লৰালৰিকৈ বাটলৈ ওলাই যাওঁ।

মোৰ এই অনুভূতিৰ ধাৰণা কথাৰে দিব নোৱাৰিম। অনুভূতিৰ ব্যাপ্তি অসীম। শব্দ আৰু বাক্য হ'ল মানুহে আৱিষ্কাৰ কৰা হাতিয়াৰ। অনন্ত প্ৰসাৰিত অনুভূতিৰপৰা নিজে ঢুকি পোৱাকৈ সীমিত আৰু খণ্ড অংশ এটা কাটি অনাৰ আহিলা মাত্ৰ। নানা কথাৰে মেৰিয়াই আমি এই সীমিত অংশক বান্ধি থওঁ, টোপোলাৰ দৰে ধুনীয়া ধুনীয়া কথাৰে সজাই লওঁ। এনেকৈয়েই হয়তো আমি সাহিত্য সৃষ্টি কৰোঁ।

শব্দবোৰক ছুৰী কটাৰীৰ লগত তুলনা কৰিলেই বা দোষ কি? কিহৰ আৰু দোষ? কৰিলেই হ'ল। কথাৰে আমি সামগ্ৰিক অনু ভূতিৰ পৰা একোডোখৰ কাটি আনো। কাটি অনাৰ লগে লগে কাটি অনা এই খণ্ডিত অংশৰ ৰূপ তৎক্ষণাৎ সলনি হৈ যায়। আচল অনুভূতি চিনিব নোৱাৰা হৈ পৰে।

ষষ্ঠ ইন্দ্ৰিয়ৰ নিৰ্দেশত মই মোৰ মুৰটো তৎক্ষণাৎ আঁতৰাই লওঁ।

বাঁহৰ জোঙা আগটো মোৰ কাণৰ কাষেদি পাৰ হৈ গ'ল। আন্ধাৰত এজন মানুহৰীয়া মোৰ কাষেদি পাৰ হৈ গ'ল। তাৰ কান্ধত এটা বাঁহ, জোঙা আগটোৰ সৈতে দীঘল অংশ আগফালে প্ৰসাৰিত, মানুহৰ পাচিটো পাছফালৰ চুটি অংশত ওলোমাই লোৱা।

আকৌ নীৰৱতা, আকৌ নিঃসঙ্গতা। সমুখত সুদূৰ প্ৰসাৰিত বাট। এই বাটেৰে গৈ থাকিলে মই এক সপোনৰ ৰাজ্যত উপনীত হম। চেষ্টা কৰিও এই কল্পনাটো মই জীয়াই ৰাখিব নোৱাৰোঁ। এনেকৈ মই তিনিআলি পাওঁ। এটা গৈছে খানাপাৰাৰ পিনে আনটো গৈছে শৰাইঘাট দলঙৰ পিনে।

মই অলপ ক্লান্তি বোধ কৰোঁ। সৰু তামোলপাণৰ দোকানখনৰ সমুখত থিয় হওঁ। অকলশৰীয়া সৰু ল'ৰা এজনে উদাস দৃষ্টি মেলি পৰম নিৰ্বিকাৰভাৱে দোকানত বহি আছে। মই সজাগ হৈ উঠোঁ, আৰু আগবাঢ়ি নাযাওঁ। এয়েই মোৰ সীমা

দোকানৰ ল'ৰাজনক সুধিলোঁ, "ফিলটাৰ চিগাৰেট আছে?"

নিস্পৃহভাৱে সি উত্তৰ দিলে, "নাই।"

"কি আছে তেনেহলে?"

"বিড়ি আছে, লবি?"

লাহে লাহে মই উভতি আহোঁ।

পিছদিনা আকৌ মই পাণ দোকানৰ আগত থিয় হলোঁ। একেখন দোকান, একেটা ল'ৰা। মোক দেখি ল'ৰাজনৰ মুখখন উজ্জ্বল হৈ উঠিল হঠাৎ সি এটা দেৱশিশুত পৰিণত হ'ল।

"এই।"

"কি?"

"ফিলটাৰ চিগাৰেট লাগে?"

'আছে নেকি?"

"আছে। পিতাক কৈ তোৰ কাৰণে অনাই থৈছোঁ।"

মই ইমানদিনে মোৰ সান্ধ্যভ্ৰমণৰ এটা যুক্তি বিচাৰি পাইছোঁ বা যুক্তি সৃষ্টি কৰি লৈছোঁ। সদায় গধূলি মই আগৰ দৰে ওলাই

যাওঁ। মোৰ এই যাত্ৰা উদ্দেশ্যহীন বা ক্লান্তিকৰ নহয়। মোৰ এই ভ্ৰমণৰ এটা নিৰ্দিষ্ট লক্ষ্য আছে। সীমা অতিক্ৰম কৰি যোৱাৰ সম্ভাৱনা নাই। বতাহ হওক বৰষুণ হওক মই সদায় আহি এই পাণদোকানৰ সমুখত থিয় হওঁ। লগে লগে হঠাতে ল'ৰাজনৰ মুখখন বিশেষ এক পোহৰৰ আভাত উজ্জ্বল হৈ উঠে। হাঁহিমুখে মোৰ পিনে এক পেকেট চিগাৰেট আগবঢ়াই দিয়ে। ময়ো হাঁহিমুখে চিগাৰেট লওঁ। আমাৰ কোনো কথা কোৱাৰ প্ৰয়োজন নহয়।

# তকৰা কদম

অতি অস্পষ্ট আৰু মৃদু কিন্তু ভুল কৰাৰ কাৰণ নাই। তকৰা কদমৰ গোন্ধ। তেওঁ ভালকৈ জানে যে আশে পাশে তকৰা কদমৰ গছ নাই পঞ্চাশ বছৰৰ দূৰত্ব অতিক্রম কৰি এই গোন্ধ তেওঁৰ নাকত আহি লাগিছে। নহয়; এই গোন্ধ তেওঁৰ মনতেই সঞ্চিত হৈ আছে। তাৰপৰাই ওলাই আহিছে। পাৰিপাৰ্শ্বিকতাৰপৰা বিচ্ছিন্ন হৈ কেৱল গোন্ধখিনি তেওঁৰ নাকত সোমাইছে। কোন পটভূমিত কেনেকৈ এই গোন্ধ আহিছিল এইখিনি স্মৰণ কৰাৰ চেষ্টা কৰিবলৈ যোৱাৰ লগে লগে গোন্ধখিনিও নোহোৱা হৈ গ'ল। চৰাই এটাই যেন চক খাই উৰা মাৰি অদৃশ্য হৈ গ'ল। চৌধুৰীয়ে এটা হুমুনিয়াহ কাঢ়িলে।

আমি অতীতৰ স্মৃতি ৰোমন্থন কৰো, ভৱিষ্যতৰ সপোন দেখোঁ। পিছকালে এৰি অহা অতীত আৰু অনাগত ভবিষ্যত। বৰ্তমান এটা অৰ্থহীন শব্দ। বৰ্তমান কি? সময়ৰ সোঁতত ভেটা দি তাৰ কোন কালছোৱাক বৰ্তমান বুলি কব পাৰি? পাঁচ মিনিট? পাঁচ চেকেণ্ড? এক চেকেণ্ডৰ এক শতাংশ, এক নিযুতাংশ? বৰ্তমানৰ যদি অস্তিত্বই নাই তেনেহলে কি এই বৰ্তমান? বৰ্তমানত একো ঘটনাই ঘটিব নোৱাৰে কাৰণ যিকোনো ঘটনা ঘটিবলৈ হ'লে এছোৱা সময়ৰ প্ৰয়োজন। ঘটনা এটা ঘটিছিল বা ঘটিব। আমি হয় অতীত নহয় ভবিষ্যত, এই দুটাৰ কোনোবা এটাত বাস কৰোঁ। অতীতৰ স্মৃতি আৰু ভৱিষ্যতৰ সপোন, ইয়েই আমাৰ জীৱন। চৌধুৰীৰ বয়স বাঢ়ি আহিছে, বহুতো কামেই তেওঁ কৰিব নোৱাৰে, কৰিবৰ ইচ্ছাও নাই। দুই-

বল খেলিব নোৱাৰে, জঁপিয়াব নোৱাৰে, প্ৰেমত পৰিব নোৱাৰে। ভবিষ্যতৰ সপোন দেখাৰ শক্তিও তেওঁৰ নাই।

চৌধুৰীয়ে আৰামীচকীখনত চকু বন্ধ কৰি শুই আছিল। দৃশ্যটো আকৌ স্পষ্ট আৰু উজ্জল হৈ উঠিল। আগতে বহুতো সৰুসুৰা অংশ তেওঁৰ চকুত পৰা নাছিল। তেতিয়া হয়তো তেওঁ মন কৰাও নাছিল কিন্তু সকলোখিনি তেওঁৰ মনৰ কোনোবা ঠাইত সঞ্চিত হৈ আছে। এতিয়া সমগ্ৰ দৃশ্যটো তেওঁৰ চকুৰ আগত স্পষ্ট হৈ উঠিল।

হয়, কাষৰ গছত চৰাইবোৰে মাতি আছিল। চৌধুৰী এজন ডেকা ল'ৰা' নিজৰ ওপৰত অগাধ বিশ্বাস, ভবিষ্যত তেওঁৰ হাতৰ মুঠিত। বিস্মিত আৰু মুগ্ধ নেত্ৰে তেওঁ চাই আছে। অপলক দৃষ্টিত আনন্দ আৰু স্তুতি উপচি উঠিছে।

ৰাতি পুৱাইছে মাত্ৰ। তেওঁ বিছনাৰপৰা উঠি মূৰশিতানৰ খিৰিকীখন খুলি স্তব্ধ হৈ বৈ গ'ল। নাদৰ পাৰত ছোৱালীজনীয়ে গা ধুই আছে। ক'তো এজন মানুহ নাই। নিশ্চিত নিৰাপত্তাত নিঃশংকচিত্তে তাই নাদৰপৰা পানী তুলি গা ধুই আছে। নাদৰপৰা পানী তুলি থাকোঁতে তাইৰ উন্মুক্ত স্তনযুগল তালে তালে নাচি আছে।

চৌধুৰী শিলৰ মূৰ্তিৰ দৰে বৈ থাকিল। খিৰিকীখন আধা-খোলা অৱস্থাত থাকি গ'ল, তেওঁৰ হাতখন ছিটকিনিৰ ওপৰত তেনেকৈ বৈ থাকিল। আনন্দৰ মাজতো অব্যক্ত এক মধুৰ বেদনাত তেওঁৰ বুকুখন টনটনাই উঠিল। এই এক অপৰিচিত অনুভূতি। ঠিক এই সময়তে তেওঁ তকৰা কদমৰ সুবাস সম্বন্ধে সচেতন হৈ উঠিল। এই গোন্ধটো আহি কিবা এক অদ্ভুতভাৱে তেওঁৰ অনুভূতিৰ লগত মিহলি হৈ গ'ল। তেওঁ অস্পষ্টভাৱে নিজৰ ভিতৰত নতুন এক ইন্দ্ৰিয়ৰ উন্মেষৰ সংকেত অনুভৱ কৰিলে। চকুৰে দেখি, কাণেৰে শুনি। তেনেকৈ এই নতুন ইন্দ্ৰিয়টোৰে অইন কিবা এটা কৰিব পাৰি। কিন্তু কি? লাহে লাহে অতি সন্তৰ্পনে এই নতুন ইন্দ্ৰিয়-টোৰ বোধশক্তি যেন বিকশিত হোৱাৰ ইঙ্গিত পোৱা গৈছে। তেওঁৰ দৃশ্যমান ত্ৰৈমাত্ৰিক জগতত যেন আৰু এক নতুন মাত্ৰাৰ সংযোগ

ঘটিবলৈ লৈছে। অতি সন্তৰ্পনে, বন্ধ নিশ্বাসে তেওঁ বৈ থাকিল। হয়তো তৰুণা কদমৰ গোন্ধটোৰ লগত ইয়াৰ কিবা যোগাযোগ আছে। গোন্ধটোৰ যেন বং আছে, মাত্ৰা আছে, শাৰীৰিক অস্তিত্ব আছে। হঠাতে যেন এই গোন্ধটো তেওঁৰ মনৰ ভিতৰত সোমাই গ'ল। মনটোক সুবাসিত আৰু উজ্জ্বল কৰি তুলিলে। উপলব্ধিৰ ঠিক্ আগ মুহূৰ্তত চৌধুৰী অ'কৌ সাৰ পাই উঠিল।

"দেউতা।"

ডাঙৰ বোৱাৰীয়েকৰ মাতত তেওঁ সাৰ পালে। অলপ বিৰক্ত হৈ উঠিল।

"কি হ'ল?"

"হৰলিক্‌চ টোপা খাই লওঁক।"

"কিমাননো খাই থাকিব লাগে? অলপ আগতেই খালো দেখোন।"

বোৱাৰীয়েকে প্ৰতিবাদ নকৰিলে। সকলোৱে জানে আজিকালি চৌধুৰীৰ একো কথাই মনত নাথাকে। তৎক্ষণাৎ পাহৰি যায়।

সমৰ আহি চৌধুৰীৰ কাষত থিয় হ'ল। চৌধুৰীয়ে বোৱাৰী-য়েকক সুধিলে "এওঁ কোন?"

সমৰে কলে -"মই, মই সমৰ।"

"তই কেতিয়া আহিলি? কলেজ বন্ধ নেকি?"

চৌধুৰীৰ অসুখ বেছি হোৱা বুলি খবৰ পাই তেওঁৰ মাজু ল'ৰা সমৰ বাতিপুৱা আহি পাইছে। দেউতাকৰ লগত ইতিমধ্যে তেওঁৰ কথা-বতৰাও হৈছে। কিন্তু দেউতাকে কথাবাৰ ইতিমধ্যে সম্পূৰ্ণৰূপে পাহৰি গৈছে।

পিছে তেওঁ পুৰণি কথা একো পাহৰা নাই। ১৯৩১ চনৰ জানুৱাৰীৰ ১৪ তাৰিখ গধুলি সাত বাজি তেৰ মিনিট। চৌধুৰীৰ ডাঙৰ ল'ৰা অমৰৰ জন্মৰ সময়। চিন্তা ভাবনা আৰু আশংকাত মানুহজন কিবা হৈ আছিল। ভিতৰত উকলি দিয়াৰ লগে লগে কথা নাই বতৰা নাই হঠাতে তেওঁৰ সক ভায়েকজনে ধমধম্ কৈ যেৰত

কোবাবলৈ ধৰিলে। তেওঁৰ মাকেও হাঁহিবলৈ ধৰিলে। আন্তিকর্ষক প্ৰয়োগ কৰাত অধঃক্ষেপণ দ্ৰবীভূত হোৱাৰ দৰে তেওঁৰ মনৰ শান্তিবোৰ তৎক্ষণাৎ নোহোৱা হ'ল। তেওঁ ভাৱেকক ভাবি দিয়াৰ চেষ্টা কৰিলে —

"এই, কি কৰ? ভাগুিবি নেকি বেৰখন?"

কিন্তু ভাবিটো তেওঁ ভালকৈ শেষ কৰিব নোৱাৰিলে। অদমনীয় হাঁহিৰ বেগে তেওঁক অস্থিৰ কৰি তুলিলে।

ডাঙৰ ল'ৰা অমৰৰ উৎকণ্ঠিত মাতত সাৰ পাই তেওঁ বাস্তৱলৈ উভতি আহিল।

"কি হৈছে? এনেকুৱা কৰিছা কিয়? গা বেয়া লাগিছে নেকি?"

"নাই।"

"কিবা কষ্ট পাইছা নেকি?"

"নাই।"

"গ্লুকোজ পানী খাবা অলপ?"

চৌধুৰীৰ অলপ খং উঠি গ'ল।

"কি নো খোৱা খোৱা কৰি থাকা? কিমান খাব লাগে? অলপ আগতেই খালো দেখোন।"

সকলোৱে উদ্বিগ্ন হৈ উঠিছে। ডাঙৰ বোৱাৰীয়েকে উৎকণ্ঠা প্ৰকাশ কৰিলে—

"ৰাতিপুৱাই জোৰকৈ অলপ কমপ্লান খুৱাইছিলোঁ, তাৰ পিছত দিনটো কিবা খোৱাৰ কথা কলেই খং উঠি যায়।"

চৌধুৰী আধামি চকীত চকু বন্ধ কৰি শুই থকা এজন বৃদ্ধ নহয়। তেওঁ এজন ডেকা ল'ৰা। বাইশ তেইছ বছৰ বয়স। ৰাতি-পুৱা উঠি তেওঁ আগৰ দৰে খিৰিকীখন খুলিলে। হঠাতে সুৰসমলয়ৰ তাল কাটি গ'ল, ছন্দস্পন্দময় পৃথিৱীৰ ছন্দপতন ঘটিল। হঠাতে এটা জোকাৰণি খাই পটভূমিৰ উপাদানবোৰ বিশৃঙ্খল হৈ পৰিল। জোৱালীজনীয়ে খিৰিকীৰ পৰ্দাৰ ফাকেৰে তেওঁক দেখা পালে। ত্ৰস্তভাৱে নিজকে আবৃত কৰাৰ অক্ষম চেষ্টা কৰি দ্ৰুতবেগে তেওঁ

গুচি গ'ল। হঠাতে জোকাৰণি লগাত চৌধুৰীৰ ইন্দ্ৰিয়বোৰৰ সংবেদন নষ্ট হৈ গ'ল। তকৰা কদমৰ গোন্ধখিনি তেওঁ নোপোৱা হ'ল।

পাৰিপাৰ্শ্বিকতাৰ উজ্জলতা নোহোৱা হৈ গ'ল। পৃথিৱীখন ধূসৰ হৈ পৰিল। ভাল ল'ৰা বুলি চৌধুৰীৰ নাম আছে। কিবা এটা ছিড়ি যেন তেওঁৰ ভৰিৰ কাষত মাটিত পৰি গ'ল। তেওঁ আৱৰণ মুক্ত হৈ মানুহৰ আগত থিয় হৈ থকা যেন অনুভৱ কৰিলে। লুকাই থকাৰো উপায় নাই। ইচ্ছা কৰিলেই অইনৰ মনৰপৰা নিজকে আঁতৰাই আনিব পাৰি জানো?

সিহঁতৰ ঘৰত নতুনকৈ অহা ছোৱালীজনীয়ে সিহঁতৰ ঘৰৰ সকলোকে কথাষাৰ কৈ দিব। চৌধুৰীৰপৰা তেওঁৰ এই কাৰ্য্যৰ ব্যাখ্যা বিচাৰি কোনেও নাহে। তেওঁৰ অজ্ঞাতেই সকলোৱে তেওঁৰ সম্বন্ধে নিজ মতামত স্থিৰ কৰি লব। অনৈসৰ্গিক সৌন্দৰ্যৰ উপলব্ধিৰ বাহিৰে তেওঁৰ মনত যে কোনো বেয়া ভাব নাছিল এই কথা কোনেও বিশ্বাস নকৰিব। কৈফিয়ৎ তেওঁ দিবও নোৱাৰে। কৈফিয়ৎ দিয়াৰ চেষ্টা হব কৰ্দমাক্ত হাতেৰে মোনালিচাৰ ছবিখন স্পৰ্শ কৰাৰ চেষ্টাৰ দৰে।

গোটেই দিনটো এক অপৰাধবোধে তেওঁক হেঁচামাৰি ধৰি থাকিল। বুকুখন গধুৰ গধুৰ আৰু মনটো উকণ্ডা হৈ থাকিল।

আবেলি চৌধুৰী বজাৰলৈ যাবলগীয়া হ'ল। সিহঁতৰ ঘৰৰ অইন দুজনী ছোৱালীৰ লগত সেই ছোৱালীজনীকো বাটৰ কাষত দেখি তেওঁ সংকুচিত হৈ পৰিল। কাষেৰে পাৰ হৈ যাওঁতে ছোৱালীজনীয়ে ভ্ৰূকুটি কৰি তেওঁৰ ফালে চোৱাও তেওঁ লক্ষ্য কৰিলে। ছোৱালীজনীয়ে তেওঁ শুনাকৈ কোৱা কথাষাৰো তেওঁৰ কাণত পৰিল – "চকু দুটা ফুটাই দিব লাগে!"

নাই, ক্ষমাৰ কোনো প্ৰশ্ন নাই। কলংকৰ পৰা উদ্ধাৰৰ কোনো উপায় নাই। অন্ততঃ এজনৰ মনত চিৰকাল কলংকিত ৰূপ এটা লৈয়েই তেওঁ থাকি যাব। ৰাতিও ভালকৈ তেওঁৰ টোপনি নহ'ল। ভাৰাক্ৰান্ত মন লৈ ৰাতিপুৱা অভ্যাসবশতঃ তেওঁ খিৰিকীখন খুলিলে।

পাৰিপাৰ্শ্বিকতা সম্বন্ধে সম্পূৰ্ণ উদাসীন হৈ নিঃশংকচিত্তে ছোৱালী-জনী আগৰ দৰে গা ধুই আছে। মুক্তি আৰু শান্তিৰ চৌবোৰে তেওঁৰ মনটো ভৰাই দিলে। হঠাতে আকৌ পৃথিৱীৰ ৰং উজ্বল হৈ উঠিল। চৰাইবোৰে একেলগে গান গাই উঠিল। হঠাতে অহা বতাহজাকে তকৰা কদমৰ সুবাসখিনি আনি তেওঁৰ সত্তাৰ লগত মিহলাই দিলে। গোটেই মনটো তেওঁৰ সুবাসিত হৈ উঠিল।

ঘটনাটোৰ কথা চৌধুৰীয়ে পাহৰি গৈছে। ছোৱালীজনীৰ কথাও পাহৰি গৈছে। কিন্তু পটভূমিৰপৰা বিচ্ছিন্ন হৈ সেই তকৰা কদমৰ সুবাসখিনি তেওঁৰ সত্তাৰ লগত মিহলি হৈ সত্তাৰ উপাদান হিচাপে ৰৈ গৈছে। পঞ্চাশ বছৰৰ ব্যৱধান অতিক্ৰম কৰি এই সুবাসখিনিয়ে তেওঁৰ জীৱনৰ শেষ মুহূৰ্তটোক সুবাসিত কৰি তুলিলে।

# অভিযোগ

ৰাতিপুৱা চাহ-পানী খাই উঠিছোঁ মাত্ৰ এনেতে বাৰাণ্ডাৰপৰা কোনোবাই মোক সৰুকালত মতা নামকাঢ়ি মাতিছে, 'ভুটু, ভুটু আছ নেকি অ'।" কোননো? নিশ্চয় আমাৰ সিফালৰে মানুহ। ইয়াত মোক এই নামেৰে মাতিব পৰা মানুহ কোননো আছে? বাহিৰ ওলাই দেখিলোঁ ব্ৰজেন বৰুৱা।

ব্ৰজেনদাক বহুত দিন পিচত দেখা পালোঁ। তেওঁক দেখি আনন্দত আত্মহাৰা হোৱাৰ কথা নহয়। নহলোঁও। বৰং তেওঁ খুলি থৈ অহা গেটখনেৰে এটা গৰু সোমাই ডালিয়াজোপাত মুখ লগাব ধৰা দেখি গৰুটো খেদিবৰ কাৰণে মই লৰালৰিকৈ দৌৰি গলোঁ। পোনছাটেই তেওঁক মাত লগাবৰে নহ'ল; ব্ৰজেনদা অপ্ৰস্তুত হব পাৰে এইটো আৰু ভাবিবলৈকে নহ'ল। ডালিয়া কেইজোপা মোৰ বৰ মৰমৰ।

ড্ৰইংৰুমত বহি ব্ৰজেনদাই কলে, "কালি সন্ধিয়াপৰত আহি পালোঁ। তোৰ ইয়াতেই উঠিলোঁহয়। পিছে বাছ ষ্টেচনৰ কাষতে যোগেন থাকে, তাৰ মেচতে উঠিলোঁ। যোগেন মোৰ মামাৰ ল'ৰা, ৰেলৱেত কাম কৰে। চিনি পাৱ কিজানি।" নাপাওঁ। কিন্তু একো নামাতিলোঁ। যোগেনৰ ইতিবৃত্ত জনাৰ আগ্ৰহ নাই। আচলতে মই উদ্বিগ্ন হৈ উঠিছোঁ। ব্ৰজেনদা এনেয়ে অহা নাই, মতলব আছে।

"তইতৰ ঘৰত মাত লগাই আহিছোঁ। বাকীবোৰৰ ভালেই। খুৰীৰ গাটোহে ভাল নাই।"

"কিয়? কি হৈছে?" মই উৎকণ্ঠিতভাবে সুধিলোঁ।

"নাই, জেনে একো হোৱা নাই। বয়স হৈছেতো। কিবা এটা লাগিয়ে থাকে। তোৰ লগতে আনি নাৰাখ কিয় অ'? "ব্ৰজেনদাৰ কণ্ঠত উপদেশৰ সুৰ।

ইয়াৰো উত্তৰ নাই। মাই চহৰত আহি থাকিলে জেলখানাত থকা যেন পায়। দিনৰ দিনটো আৰু কিমান ঘৰটোত সোমাই থাকিব? কাষে-পাঁজৰে সমনীয়া লগ এজনো নাই। দুই-চাৰি দিন থকাৰ পিচতে যাওঁ যাওঁকৈ অস্থিৰ হৈ উঠে।

মই উচ্ পিচাই আছোঁ। ব্ৰজেনদাই অনৰ্গল কথা কৈ আছে। কথা বন্ধ-কৰিলেই যেন আঁত হেৰাই যাব—এনে এটা ভাব।

"তই গাড়ী কিনিছ বোলে? কি গাড়ী? কিমানত কিনিলি?"

মই অলপতে দহ হেজাৰ টকাৰে এখন গাড়ী কিনিছোঁ। আদপুৰণি গাড়ী হলেও খুব ভাল অৱস্থাতে আছে। কিন্তু সেইবোৰ কথা কিয়? আজি মোৰ অৱস্থা যে ভীষণ বেয়া সেইটো প্ৰমাণ কৰিব পাৰিলেই ভাল আছিল।

"নকবা আৰু। গাড়ীখন কিনিয়েতো বিপদত পৰিলোঁ। পুৰণি গাড়ী, লেঠা লাগিয়েই আছে। পেলাবও নোৱাৰোঁ, ৰাখিবও নোৱাৰোঁ।"

"ভালেই কৰিছ, গাড়ী এখন লাগেও তোক। 'টুৰ' কৰা কাম। ট্ৰেনে-বাছে ফুৰা আজিকালি যে কি দিগদাৰী নকবি আৰু। কেইমাইল যায়?"

"লিটাৰত ছয় মাইলমান যায় বোধহয়।"

"গেলনত কিমান যায় তাকে ক। লিটাৰ-ফিটাৰ আমি বুজি নাপাওঁ।"

মানে বেছ খকৰা ধৰণৰ কথা-বতৰা।

ব্ৰজেনদাই ইমানপৰে মোৰ মুখৰ ফালে চাই কথা পাতি আছিল। হঠাতে তেওঁৰ দৃষ্টি চঞ্চল হৈ উঠিল। লগে লগে মোৰো উদ্বেগ বাঢ়ি গ'ল। এতিয়াহে আচল কথা ওলাই আহিব।

'ছুটু, তই এটা কাম কৰিব লাগিব ভাই। মোক পাঁচশমান

টকা ধাৰলৈ দিব লাগিব। মই তোক ছুমাহমানৰ ভিতৰতে ঘূৰাই দিম। একো ভয় নকৰিবি।"

মই কমালখনেৰে কপালখন মচি কলোঁ, "ভয়ৰ কথা নহয়। মোৰ হাতত টকা থাকিলেহে দিব পাৰিম।"

"শুন, আমাৰ ঠিকাৰ কামৰ বিলবোৰ এতিয়াও পোৱা নাই। বহুত টকা সোমাই আছে। নকবি আৰু। অফিচৰপৰা টকা উলিয়াই অনা কি যে জঞ্জাল। অফিচাৰে নিজৰ ঘৰৰ টকা দিয়া যেন পায়। পিছে মই খবৰ লৈছোঁ। পাম। এই মাহৰ ভিতৰতে চেক পাম। তথাপিও কৰ নোৱাৰি ক'ত কি লেঠা লাগে। হাতত অলপ সময় ৰখা ভাল। সেই কাৰণে মই তোক ছুই মাহৰ পিচত দিম বুলি কলোঁ। খুব সম্ভৱ আগতেই দিব পাৰিম।" অৰ্থাৎ তেওঁক টকাখিনি নিদিয়াৰ মোৰ সজত কোনো কাৰণ নাই। নিদিয়াৰ চেষ্টাটো মোৰ মোগোৰামিৰ লক্ষণ। তথাপিও যথেষ্ট বীৰত্ব দেখুৱাই মই কলোঁ, "বিশ্বাস কৰা, সঁচাই মোৰ হাতত টকা নাই।"

"তই কলেই হ'ল নে?" ব্ৰজেনদাই ঘৰৰ চাৰিওপিনে দামী আচবাব-পত্ৰৰ ওপৰেদি এপাক চকু ফুৰাই আনি কলে, "আচল কথা মই তোৰ টকাখিনি মাৰি দিম বুলি ভাবিছ।" ব্ৰজেনদাৰ কণ্ঠত অভিমান আৰু ক্ষোভ।

হয়। আচল কথা এইটোৱেই। কিন্তু কওঁ কেনেকৈ? অসম্ভৱ খং উঠি গ'ল। কিন্তু প্ৰকাশ কৰিব নোৱাৰোঁ। মই গাড়ী কিনিছোঁ। চহৰত মাটি লৈছোঁ। ঘৰো বান্ধিম. মোৰ সুখ-সুবিধাৰ কাৰণে মই টকা উপাৰ্জন কৰিছোঁ। মই এটা দাতব্য প্ৰতিষ্ঠান নহওঁ। বিলাই দিবৰ কাৰণে মই পইচা ঘটা নাই। আৰু ব্ৰজেন বৰুৱাৰ নিচিনা মানুহক দিবৰ কাৰণে নিশ্চয় নহয়। ঠিকাৰ কামৰ বিলৰ কথা মই জানো। তেওঁ শইকীয়াৰ লগত ঠিকাৰ কাম কৰিছিল বুলি শুনিছিলো। তেওঁ নিজকে শইকীয়াৰ 'পাৰ্টনাৰ' বুলি কয়। মই ভালকৈয়ে জানো। শইকীয়াই নিজে মোক কৈছে। একো কাম কৰ নাই, ল'ৰা-ছোৱালীবোৰে নাখাই মৰে কাৰণেই শইকীয়াই তেওঁক তেৰশ টকা দৰমহা দি কাম চাবৰ কাৰণে ৰাখিছিল, কিন্তু

হিচাপত বহুতো কিবাকিবি বেমেজালি কৰাৰ কাৰণে এৰি দিছে। বিতৃষ্ণাত মুখখন বিকৃত কৰি শইকীয়াই মোক কৈছিল, “কি হব এই মানুহজনৰ? এনেভাৱে চলিবলৈ আৰম্ভ কৰিলে যেন তেৱেঁই মালিক। কেম্পত কি খোৱা-বোৱাৰ ধুম। তথাপিও মই সহ্য কৰি আছিলো। পিছে চোৰাংকৈ পি. ডব্লিউ. ডি.য়ে দিয়া চিমেণ্ট বিক্ৰী কৰিবলৈ আৰম্ভ কৰিলে। নাই, এনে মানুহক কামত ৰাখিব নোৱাৰি। বদ্‌নাম হব মোৰহে। খেদাই দিলোঁ। মানুহৰ আগত কৈ ফুৰে মই তেওঁক ঠগিলোঁ বুলি।”

হঠাতে ব্ৰজেনদাৰ মুখখন কোঁচ খাই গ’ল। কন্দাৰ আগতে মানুহৰ মুখৰ যেনে ভাব হয় তেনেকুৱা। মই অত্যন্ত ভীতিগ্ৰস্ত হৈ পৰিলোঁ। কান্দিবই নেকি? লাজ, হতাশা আৰু ক্ষোভ সকলোবোৰ অনুভূতি লগ লাগি তেওঁৰ গোটেই মুখখন বিকৃত কৰি পেলালে। মই চকু ঘূৰাই আনিলোঁ। ঈৰ্ষা আৰু ঘৃণা তেওঁৰ চকুত নগ্নভাৱে জিলিকি উঠিছে। নিজক চম্ভালি তেওঁ করুণভাৱে কলে, “একো উপায় নাই ভাই। শেষ চেষ্টা হিচাপে তোৰ তালৈকে আহিছিলোঁ। তোৰ বৌৱেৰৰ গল-ব্লাডাৰত পাথৰ হৈছে। অপাৰেচন নকৰিলে নাবাচে। কেতিয়াবাই কৰিব লাগিছিল। হাতত এটা পইচা নাই। ক’ৰবাৰপৰা যোগাৰ কৰি দে। হাতত নাথাকিলেও তইঁতৰ পক্ষে দুই-চাৰি শ টকা যোগাৰ কৰি দিয়া একো টান কথাই নহয়।”

ব্ৰজেনদাই মোক মোৰ আগৰ উক্তিৰ বান্ধৰপৰা ফালৰি কাটি ওলাবৰ এটা বাট দেখুৱাই দিলে। উপায় নাই। ময়ো সেই বাটেৰে আগবাঢ়িলোঁ।

“চাওঁচোন কি কৰিব পাৰোঁ। এতিয়াতো নহব। তুমি আবেলি এপাক আহিব পাৰিবা নে।”

“কিয় নোৱাৰিম? আহিবই লাগিব। তোৰ ল’ৰা ছুটা ক’ত?”

“তেওঁ মাকৰ ঘৰলৈ গৈছে। আহিব ছুই এদিনৰ ভিতৰতে।”

“স্কুলত দিছ নে নাই? কিমান ডাঙৰ হ’লনো? তয়ো ঘৰৰ কালে ঘোৱা একৰকম বাদেই দিছ।” ইত্যাদি ইত্যাদি।

ব্ৰজেনদাই আকৌ অনৰ্গল কথা কৈ আমাৰ দুয়োজনৰ মাজত অলপ আগতে টকা-পইচাৰ কথা লৈ হৈ যোৱা খস্তাখস্তিৰ চিন ঢাকিবৰ চেষ্টা কৰিলে। মই হাৰিলোঁ। কিন্তু উপায় নাই। ছাত্ৰ অৱস্থাত মোৰ ঘৰৰ অৱস্থা ভাল নাছিল, মানে বৰ বেয়াই আছিল। ব্ৰজেনদাৰ হাতত তেতিয়া টকা আছিল। তেওঁ নিজেই মোৰ খবৰ কৰি উপযাচি মোক দৰকাৰ মতে মাজে-সময়ে টকা ধাৰলৈ দিছিল। মই অৱশ্যে ঘূৰাই দিছোঁ। ততিয়া মোৰ আগত আছিল ভৱিষ্যৎ। বৰ্ত্তমানে ব্ৰজেনদাৰ সপক্ষে আছে অতীত। মই যে হাৰিম, জনা কথা।

মনত আছে বেঙ্কৰপৰা তুলি ব্ৰজেনদাক তিনি শ টকা দিছিলোঁ। ব্ৰজেনদাই নোচোৱাকৈয়ে টকাখিনি জেপত ভৰাই নানা ধৰণৰ কথা পাতি আছিল। ৰাতি বোধহয় মোৰ তাতে ভাতো খালে। ব্ৰজেনদাই আজিলৈকে সেই টকা মোক ঘূৰাই দিয়া নাই। ময়ো বিচৰা নাই। নাপাওঁ বুলি জানিয়েই দিছিলোঁ। বৌৰ অপাৰেচন নহ'ল। আগতেই ঢুকাল। দুৰ্বল শৰীৰক নানা ব্যাধিয়ে আগুৰি ধৰিছিল। হাৰ্টফেল কৰিলে। ব্ৰজেনদাৰ অৱস্থা আৰু বেয়া হৈছে। মাজতে হেনো মৰাপাটৰ কাৰবাৰ কৰিছিল। কাৰবাৰ মানে আচলতে এজন মাখোৱাৰী মহাজনৰ হৈ গাৱঁৰপৰা মৰাপাট কিনিছিল। তাতো হেনো কিবা গণ্ডগোল লগালে। এই ধৰণৰ কথা। মোৰ টকা-খিনিৰ কথা মই পাহৰিয়ে গৈছিলোঁ। মাজতে কেইবাৰাৰো ব্ৰজেনদাক লগ পালেই মোৰ টকাখিনি অলপতে ফিৰাই দিব বুলি তেওঁৱেই মাজে-সময়ে সোঁৱৰাই দিছিল মই অতীতৰ ঋণৰ অলপ প্ৰতিদান দিছোঁ—এই ধৰণে লৈছোঁ। আৰু তেওঁতো মোৰপৰা ভিক্ষা লোৱা নাই, পাৰিলেই সুজিব। কাজেই এই লৈ দুয়োপক্ষৰ মাজত কোনো অস্বস্তিৰ সৃষ্টি হোৱা নাছিল।

ব্ৰজেন বৰুৱা হ'ল আমাৰ গাৱঁৰ গোবিন্দ জেঠাৰ ল'ৰা। একে চুবুৰিৰে। তেনে একো সম্বন্ধ নাই। একে গাৱঁৰে একেলগে ডাঙৰ-দীঘল হোৱা স্বজাতি মানুহ। মই তেওঁক দাদা বুলি মাতোঁ, ইকালে তেওঁৰ ল'ৰা-ছোৱালীয়ে মোক দাদা বুলি মাতে। এই,

আৰু কি ?

গোবিন্দ জেঠা যথেষ্ট প্ৰতাপশালী মানুহ আছিল। ধান-চাউলৰ কাৰবাৰ কৰি প্ৰচুৰ টকা আৰ্জিছিল। তেওঁ সেইখণ্ডত চহকী মানুহ বুলি জনাজাত আছিল। ব্ৰজেনদা ঘৰৰ একমাত্ৰ সন্তান। সেই কাৰণে সকবেপৰা তেওঁ বৰ আলসুৱা আছিল। চহৰৰ কলেজত পঢ়িবলৈ গৈ কেইদিনমানৰ পিচতে ঘৰলৈ উভতি আহিল। আৰু নগ'ল। হোষ্টেলৰ মোটা চাউলৰ ভাত, আৰু যিহে খাৱন, সেই-বোৰ খাই তেওঁ তিষ্ঠিব নোৱাৰে। জহা চাউলৰ ভাত খাবৰ কাৰণে পঢ়া এৰিলে, আৰু পঢ়া এৰিলে কাৰণে এতিয়া ভাতকে নোপোৱা হৈছে।

হঠাতে গোবিন্দ জেঠা ঢুকাল। মই তেতিয়া ক্লাছ নাইন নে টেনত। তেওঁ টকা-পইচা যথেষ্ট ৰাখি গৈছিল। আগৰ কাৰবাৰ চলাই থকাহলে ব্ৰজেনদাই ভালকৈয়ে চলি থাকিব পাৰিলেহেতেন কিন্তু ব্ৰজেনদাই ধান-চাউলৰ কাৰবাৰত হাতকে নিদিলে। বৰ পুৰণি ধৰণৰ কাৰবাৰ। আভিজাত্য নাই।

তেওঁ কাপোৰৰ দোকান দিলে। চহৰৰপৰা দামী দামী কাপোৰ আনি চহৰৰ ধৰণেৰে খো-কেচেৰে দোকান সজালে। সৰু ঠাইত এইবোৰ দামী কাপোৰ কিনে কোনে? বিক্ৰী নোহোৱা নহয়, বিক্ৰী হ'ল কিন্তু বাকীত। ব্ৰজেনদা বাকী সাধি ফুৰা মানুহ নহয়। দোকান উঠি গ'ল। ভালেখিনি টকা নষ্ট হ'ল।

বাকী টকাখিনিৰে তেওঁ এখন ট্ৰাক কিনিলে। ড্ৰাইভাৰৰ ওপৰতে নিৰ্ভৰ। লাভ একো নাই। কিবা মেৰামতি কৰিব লগা হলে ঘৰৰ পৰাহে টকা দিবলগীয়া হয়। লাহে লাহে ট্ৰাকখনৰ প্ৰতিও তেওঁৰ মন-কাণ নোহোৱা হ'ল। ক'ৰবাৰ দূৰৈৰ পাহাৰী বাটত গৈ ট্ৰাকখন মাজ-বাটতে বেয়া হৈ থাকিল। তেনেকৈয়ে থাকিল গোটেই বাৰিষাটো বাটতে পৰি। তেনেকৈ থাকোঁতে ট্ৰাকৰ বডিৰ ফাকেৰে গছ গজিল। পাৰ্টচ্‌বোৰো নোহোৱা হবলৈ ধৰিলে এটা এটাকৈ। শেষত তেনে অৱস্থাতে নাম মাত্ৰ দামতে মাৰোৱাৰী

মহাজন এজনৰ তাত বিক্ৰী কৰি তেওঁ যেনিবা মুক্তি পালে।

এনেকৈয়ে টকা-পইচা নাথাকিলেও পুৰণি আভিজাত্যবোধ তেওঁৰ পুৰামমে থাকি গ'ল। সৰু-সুৰা সাধাৰণ কাম কৰিবলৈ গলে তেওঁৰ সম্মানত আঘাত লাগে; কিন্তু ভাল ডাঙৰ কাম কিবা কৰাৰ শিক্ষা, সামৰ্থ্য আৰু যোগ্যতা কোনোটোৱেই নাই। পিচত অৱস্থাৰ হেঁচাত সৰু কাম আৰু ডাঙৰ বাকা তেওঁৰ সম্বল হ'ল।

এনেকৈয়ে চলি আছে। ময়েই বুঢ়া হলোঁ। মূৰৰ চুলি পকিবলৈ আৰম্ভ কৰিছে। ব্ৰজেনদা মোতকৈ সাত-আঠ বছৰে ডাঙৰ। এই বয়সত আৰু ক'তনো কি কৰিব? এনেকৈয়ে চলিব। ব্ৰজেনদাৰ ডাঙৰজন ল'ৰা সমীৰ। তাৰো একো নহ'ল। মদ-ভাঙো খায় বুলি শুনিছোঁ। ঘৰৰ লগত তাৰ সম্বন্ধ নাই। একো খবৰো নলয়, নিদিয়েও। কেতিয়াবা কাৰোবাৰ মুখত খবৰ আছে, নগাৱঁত ট্ৰাকৰ হেণ্ডিমেনৰ কাম কৰিছে। কিছুদিন পিচতে তেজপুৰৰ ফালে কোনোবা চিনাকি মানুহে বাছৰ ড্ৰাইভাৰ হৈ থকা দেখা পালে বোলে। শেহতীয়া বাতৰি মতে ডিব্ৰুগড়ৰ কাষৰ চাহ-বাগিচা এখনত ফিটাৰৰ কাম কৰি আছে।

সিবাৰ গাৱঁৰ ঘৰলৈ যাওঁতে শুনিলো ব্ৰজেনদাৰ অসুখ। হাপানিকাহ আগৰপৰাই আছিল। এতিয়া হেনো বেছি হৈছে। সন্ধিয়া খবৰ লবলৈ গলোঁ। ঘৰৰ অৱস্থা শোচনীয়। চল্লিশ বছৰৰ আগতে গোবিন্দ জেঠায়ে বন্ধা ঘৰ। আগৰ দিনৰ প্ৰকাণ্ড খুটি পুতি বন্ধা বিৰাট ঘৰ। খুটাৰ গুৰিবোৰ উঁয়ে খাই তলৰ ফালে একো নোহোৱা কৰিছে। গোটেই ঘৰটো একফালে কাতি হৈ আছে। কেতিয়া বাগৰি পৰে ঠিক নাই। বেৰ চেৰ ভাগি আছে, ইচ্ছা কৰিলেই চোৰ সোমাব পাৰে। অৱশ্যে চোৰে লব পৰা বস্তু ঘৰত যে কিবা আছে সন্দেহ।

বাহিৰৰ কোঠাটোত তিনিজন ডেকা ল'ৰা বহি ভিতৰৰ ফালে যোৱাৰ দুৱাৰডলিত থিয় হৈ থকা ছোৱালী এজনীৰ লগত কথা পাতি আছে। বুজিলোঁ এইজনীয়েই মিনতি, ব্ৰজেনদাৰ ছোৱালী।

মাজতে বহুতদিন দেখা নাই। বেছ ডাঙৰ হৈছে। ধুনীয়াজনী হৈ উঠিছে। ধুনীয়াৰ কথা ঠিক কব নোৱাৰোঁ কিন্তু প্ৰথমতেই চকুত পৰে ছোৱালীজনীৰ অতুলনীয় কমনীয়তা। শান্ত, স্নিগ্ধ, লাজুকী কোমলতা। ছোৱালীজনীয়ে মোক দেখি মাত লগালে—"আহক, দেউতাৰ গা ভাল নাই। শুই আছে, ভিতৰলৈ আহক।" মই ত্বৰাৰমুখৰপৰা কলোঁ—"মোক চিনি পাইছা নে?" ছোৱালীজনীয়ে লাজকুৰীয়া হাঁহি মাৰি কলে, "পাইছো।" হাঁহিখিনি অত্যন্ত স্নিগ্ধ আৰু কোমল। ল'ৰাকেইটাক দেখি মোৰ কিন্তু ভুক কোঁচ খাই গ'ল। ঘৰত অইন মানুহ কোনো নাই। ব্ৰজেনদা অসুখত বিচনাত পৰি আছে। ভালে থাকিলেও নো কি? ক'ত ঘুৰি ফুৰে, কেতিয়া ঘৰলৈ আহে, কি পাত্তা? গাভৰু ছোৱালী থকা ঘৰত ৰাতিখন কি এইবোৰ ডেকা ল'ৰাৰ আড্ডা। মানুহৰ এটা দায়িত্বজ্ঞান থকা উচিত। ব্ৰজেনদাৰ ওপৰত মোৰ বিৰক্তি বাঢ়ি গ'ল।

মই ভিতৰত সোমোৱাৰ লগে লগে ল'ৰাকেইজনে, "মিনতি, আমি যাওঁ দেই" বুলি গুচি গ'ল।

ব্ৰজেনদাৰ চেহেৰা সঁচাকৈয়ে বৰ বেয়া হৈছে। টানি টানি উশাহ লৈছে। কথা কওঁতে বেছ প্ৰয়াস কৰিব লগা হৈছে।

"ভুটু, আহিছ। বহ। তই ঘৰলৈ অহা খবৰ পাইছোঁ।"

ঘৰৰ ভিতৰৰ পৰিস্থিতি অত্যন্ত অসহনীয়। মজিয়াৰ চিমেণ্ট প্লাষ্টাৰ উঠি গৈছে। এফালে ওখ হৈ আছে, এফাল বহি গৈছে। বিচনাখনৰ অৱস্থা জৰাজীৰ্ণ। পুৰণি ঘৰৰ ভেকুৰা গোন্ধটোও অস্বস্তিকৰ। মই ব্ৰজেনদাক সুধিলোঁ, "কি চিকিৎসা কৰাইছা?"

ব্ৰজেনদাই বিৰক্তভাৱে কলে, "কিহৰ চিকিৎসা? মোৰ এনে কুৱা অসুখ হৈয়ে থাকে। ছদিন পিচতে ভালো পাম। একো নহয়। কিহৰ চিকিৎসা কৰিব লাগিছে?"

সিদিনা ব্ৰজেনদাৰ তাত বেছিপৰ থকা নাছিলোঁ। ব্ৰজেনদাই চাহ খোৱাৰ কথা কৈছিল। মিনতি লাজতে ৰঙা পৰি কৈছিল, "গাখীৰ নাই।" ব্ৰজেনদাই খং কৰি কলে, "তেনে খুৱাব ঘৰৰ-

পৰা অলপ গাখীৰ লৈ আহঁগে।"

"কিয় লাগিছে এই ৰাতিখন গাখীৰ আনিবলৈ যাবলৈ?" মোৰ মাতত বিৰক্তিখিনি বোধহয় ওলাই পৰিছিল। ব্ৰজেনদা অস্বস্তিকৰ ভাৱে নিস্তেজ হৈ শুই থাকিল। অলপ পিচতে মই শুচি আহিলোঁ।

ৰাতি মোৰ ভালকৈ টোপনি নহ'ল। চহৰত 'ফেন'ৰ তলত শোৱা অভ্যাস। গৰমত চট্‌ফটাই আছিলোঁ। টোপনি নাহিলে নানা-ৰকম চিন্তাই আগুৰি ধৰে। মূৰটো গৰম হৈ যায়। ব্ৰজেনদাৰ ঘৰত দেখা ল'ৰাকেইটাৰ ওপৰত খং উঠিল আৰু লগতে ব্ৰজেনদাৰ ওপৰতো। ব্ৰজেনদাৰ ঘৰত বান্দৰকেইটাৰ কি কাম? সিহঁতৰ লগৰ বন্ধু কোন আছে তাত? ফুলৰ নিচিনা -এৰা মিনতিৰ কথা মনত পৰাৰ লগে লগে মোৰ ফুলৰ কথা মনত পৰিল—কোমল ছোৱালী-জনীক নষ্ট কৰাৰ মতলব। ব্ৰজেনদাৰেই বা কি আকেল? তেওঁ প্ৰশ্ৰয় নিদিলে তাত গৈ আড্ডা জমাবৰ সাহস কৰিব পাৰে নে? ধাৰো লব পাৰে, কি ঠিক?

ইয়াৰ পিচত ব্ৰজেনদা মোৰ তালৈ এদিন আহিল, টকাখিনি এতিয়া দিব নোৱাৰে বুলি খবৰটো দিবৰ কাৰণে। মানুহজন আৰু বুঢ়া হৈছে, আগতকৈ কথাও কম কয় যেন লাগিল। লোকৰ আগত নিজকে যোগ্যতাসম্পন্ন মানুহ বুলি দাঙি ধৰাৰ চেষ্টা কৰি থকাৰ শক্তি নাই। অথবা প্ৰয়াসটো বোধহয় অৰ্থহীন বুলি ধৰা পৰি গৈছে। এইবাৰ তেওঁ অহাত মই আতঙ্কগ্ৰস্ত হৈ উঠা নাই। তেওঁৰ প্ৰতি সস্নেহ প্ৰশ্ৰয়ৰ ভাব এটাহে মোৰ মনত বিস্তাৰ-লাভ কৰিছে। তেওঁক বেছ চিন্তাগ্ৰস্ত যেন দেখা পালোঁ। কিবা এটা কথা আৰম্ভ কৰিলেও শেষ পৰ্য্যন্ত টানি লৈ যাবৰ শক্তি নাই। গোটেই জীৱনৰ অক্ষমতা, অসম্পূৰ্ণতা আৰু তাৰে মাজতে নিজৰ বীৰত্ব দেখুৱাবৰ নিষ্ফল অভিনয়ৰ কৰুণতাই তেওঁক যেন বিক্ত কৰি পেলাইছে। হঠাতে তেওঁ কৈ উঠিল "ক'ৰপৰা দিওঁ তোৰ টকা? মিছাকৈ তাও দি কি লাভ? কোনোফালে এটা পইচা পাবৰ বাট নাই।

পেটৰ ভাতকেইটা মোকোলোৱাই টান। অকলে হোৱাহলে একোৱেই কথাই নাছিল। বাটে-ঘাটে ক'ৰবাত মৰি থাকিলো হয়। বচ্, লেঠা মৰি গ'ল। ছোৱালীজনীক লৈহে হৈছে কথা। বিয়া দিবৰ উপায় নাই। যাকে-তাকে দিবৰ মনো নাযায়। কিন্তু ভাল দৰা বিচাৰিলেই বা পাম ক'ত? মিনতিক তইতো দেখিছ। পিছে অকল ছোৱালী চালেইতো নহব, মোৰ দৰে লোফাৰৰ ছোৱালীক ভাল দৰা এজনে বিয়া কৰিবলৈ ওলাবইবা কিয়?" অলপ নিমাত থাকি ব্ৰজেনদাই কলে---"পঢ়াতো ভাল আছিল। ইমান কষ্টৰ মাজতো পঢ়ি এইবাৰ ফাৰ্ষ্ট ডিভিজনত মেট্ৰিক পাছ কৰিছে। কলেজত পঢ়ুৱাম কেনেকৈ? প্ৰশ্নই নুঠে। গাৱঁৰ হাইস্কুলতে কোনো ৰকমে পঢ়ি আছিল। পঢ়াবও নোৱাৰিম, বিয়াও দিব নোৱাৰিলোঁ।"

মই বেছ গৰম বোধ কৰিলোঁ। ফেনখন বন্ধ হৈ আছিল। চলাই দিলোঁ। ব্ৰজেনদা আকৌ গভীৰ চিন্তাত বুৰ গ'ল। হঠাতে জোৰ কৰি আটাইখিনি সংকোচ ঠেলা মাৰি দি তেওঁ কলে— "মিনতিক তোৰ ইয়াতে ৰাখিব পাৰিবি? ইয়াতে থাকি পঢ়িব।"

মই চঁক্ খাই উঠিলোঁ। অসম্ভৱ কথা, ব্ৰজেনদাৰ লগত মোৰ সম্বন্ধ ধৰিলে আছে, নধৰিলে নাই। পৰৰ ছোৱালী এজনীৰ দায়িত্ব মই লম বুলি তেওঁ ভাবিব পাৰিলে কেনেকৈ? আৰু মোৰ কথাতেতো নহব। পৰিবাৰকো সুধিব লাগিব। তেওঁ অহেতুক জঞ্জাল এটা গাত পাতি লবলৈ যাব কিয়? ব্ৰজেনদাৰ এয়েই দোষ। যাৰ লগত ভাল, খুব ভাল। যাক আপোন বুলি ভাবে তাক নিজৰ লগাভগা বুলিয়ে ভাবে। অপৰ পক্ষৰ প্ৰতিক্ৰিয়া কি ধৰণৰ হব পাৰে সেইখিনি বিশ্লেষণ কৰি নাচায়।

ব্ৰজেনদা সিদিনাই গুচি গ'ল কিন্তু মোক চিন্তাত পেলাই গ'ল। সঁচা, ছোৱালীজনীক ঘৰত ৰহাই থোৱাটোও যুক্তিযুক্ত কথা নহয়। মধু মহাজনৰ ল'ৰা, আৰু বাকীবোৰক চিনিও নাপাওঁ, সিহঁতক ব্ৰজেনদাৰ ঘৰত আড্ডা মাৰি থকা মই নিজ চকুৰে দেখি আছিছোঁ। নিশ্চয় মতলব ভাল নহয়। মোৰ নো তাতে কি? তথাপিও।

লীলাক কথাটো কলোঁ।

"পাগলৰ কাৰবাৰ দেখিছা নে?"

"কি হ'ল?"

"ব্ৰজেনদাই কি কলে জানা? মিনতিক আমাৰ ইয়াতে ৰাখি কলেজত পঢ়ুৱাৰ কথা কলে।"

"আপুনি কি কলে?"

"মই তৎক্ষণাৎ কি কম? একো কোৱা নাই।"

"ভাবিবৰ কি আছে? পঠিয়াবলৈ কওক। ইমান মৰম লগা ছোৱালীজনী! পঢ়াৰ কাৰণে কি আগ্ৰহ! গাৱঁলৈ গলে তাই মোৰ কাষতে আহি ঘূৰ্ ঘূৰ্ কৰি থাকে!"

মই অলপ আচৰিত হলোঁ। মোৰ পৰিবাৰে কোনোৰকম জঞ্জাল ভাল নাপায়। সিমান লগ বিচাৰি নুফুৰেও। ল'ৰা দুজন আৰু মোক লৈয়েই তেওঁ সন্তুষ্ট। মই তথাপিও কলোঁ, "ভাবি চোৱা, লোকৰ গাভৰু ছোৱালী এজনী ৰখাটো বৰ দায়িত্বৰ কথা। অৱশ্যে আমাৰ ঘৰত ডেকা ল'ৰা নাই। আমি কম বয়সত বিয়া কৰালে আমাৰ ছোৱালী তাইতকৈ ডাঙৰ হ'লহেতেন কিজানি।"

"সেইবোৰ বাজে কথা বাদ দিয়ক।" তেওঁ অলপ টানভাৱেই কলে। মই মনে মনে থাকিলোঁ।

মিনতিয়ে সহজভাৱে আমাৰ ঘৰৰ লগত নিজকে খাপ খুৱাই ললে। দৰিদ্ৰ অৱস্থাৰ ল'ৰা ছোৱালীৰ উগ্ৰ আত্মসচেতন বোধ আৰু প্ৰতিৰক্ষামূলক মনোভাৱ তাইৰ নাছিল। সহজভাৱে মিলি গ'ল.

ইয়াৰ পিচত ব্ৰজেনদা ঘনাই ঘনাই মোৰ ইয়ালৈ আহিবলৈ আৰম্ভ কৰিলে। মাজে-সময়ে দুই একদিন থাকিবও ধৰিলে। আমি একো বিৰক্তি বোধ কৰা নাই। মানুহজনৰ প্ৰতি মই এক আন্তৰিক সহানুভূতি বোধ কৰিছিলোঁ। আজিকালি তেওঁ নিজৰ অৱস্থাটো সহজভাৱে মানি লৈছে। অসুখটোও বেছি হৈছে। শেষত তেওঁ মোৰ ভাতেই প্ৰায় স্থায়ীভাৱে থাকিবলৈ আৰম্ভ কৰিলে। অৱশ্যে তেওঁ যিমান পাৰে নিজকে সঙ্কুচিত কৰি ৰাখিছিল। একালে সক

কোঠা এটাত তেওঁ থাকিবলৈ ললে একে ঘৰতে থাকিও তেওঁ আমাৰ মাজৰপৰা আঁতৰি ৰ'ল। কোঠাটোত সোমাই থাকে। বাগানৰ মালী, গাড়ীৰ ড্ৰাইভাৰ এইবোৰৰ লগত মাজে সময়ে কথা পাতে। খাবৰ সময়তো আমাৰ লগত নবহি আগতে পাকঘৰতে খাই লয়। আমি আপত্তি কৰাত কিবা এটা অজুহাত দেখুৱাইছিল, মনত নাই। অকল আমাৰ লগতে নহয়, মিনতিৰ লগতো তেওঁৰ সম্বন্ধ নোহোৱা যেন হৈছিল। মিনতিকো তেওঁ একৰকম এৰাই চলিছিল। চেষ্টাকৃতভাৱে নহয়। যেন মিনতি সম্বন্ধেও তেওঁ সম্পূৰ্ণ উদাসীন। আমি মাতি আনিলেও তেওঁ মনে মনে বহি থাকি অলপ পিচতে কিবা এটা চেলু উলিয়াই নিজৰ কোঠাটোলৈ গুচি যায়।

এনেতে তেওঁৰ অসুখ বেছি হ'ল। খবৰ লওঁতে একো হোৱা নাই বুলি কলে। এনেয়ে গাটো অলপ ভাল লগা নাই। মই বুজি পালোঁ অসুখ টান। ডাক্তৰেও তাকে কলে। ল'ৰাৰ খবৰ সোধাত ব্ৰজেনদাই তাৰ ঠিকনা নেজানে বুলি কলে।

ডাক্তৰে চাই যোৱাৰ পিচত তেওঁ কলে, "কিয়নো ব্যস্ত হৈছ? মৰোঁ যদি মৰিম। ইমান দিনে জীয়াই থাকি কিনো কৰিলোঁ। ছোৱালীজনী তোৰ তাতে আছে, ভালেই আছে। গাৱঁৰ মাটি-বাৰী শইকীয়াৰ তাত বন্ধকত আছে, তেৱেঁ লব।" করুণ এটা হাঁহি মাৰি কলে, "শইকীয়াই মই চিমেণ্ট চুৰ কৰিছোঁ বুলি হুল-স্থূলখন লগালে। তেওঁ নিজে শ-শ বস্তা চিমেণ্ট মাৰি পকীঘৰ সজালে। মই দুই বস্তা চিমেণ্ট ভবেন খুৰাক দিছিলোঁ। ভুল হৈছে, মানো। দিয়াৰ মোৰ অধিকাৰ নাছিল। পিছে বিক্ৰী কৰা নাছিলোঁ, এনেয়ে দিছিলোঁ। কুঁৱাৰ কাষখিনি পিছল হৈ ভৰি দিব নোৱাৰা হৈছিল। খুৰীয়ে পৰি এদিন কঁকালত দুখ পালে। কাষখিনি বন্ধাই লবৰ কাৰণে দুই বস্তা চিমেণ্ট দিছিলোঁ।" মই কলোঁ, "বাদ দিয়া এইবোৰ পুৰণি কথা। কিয় এইবোৰ কথা ভাবি মনটো বেয়া কৰিছা?"

"নাই, মই দুখ কৰা নাই এনেয়ে কৈছোঁ। গোটেই জীৱন

অশ্ৰদ্ধা আৰু অপমান পাই আহিছোঁ। মোক দেখিলেই মানুহ বিৰক্ত হৈছিল। ভয়ো হৈছিলি।"

কিবা প্ৰতিবাদ কৰিব খোজাত তেওঁ ক'লে, "নাই তোক মই দোষ দিয়া নাই। হবৰ কথাই। মঞো বুজিও নুবুজাৰ ভাও ধৰি আছিলোঁ। নহ'লে জীয়াই থাকিলোহেতেন কেনেকৈ? এতিয়া আৰু ভাও দি লাভ নাই, শক্তিও নাই। ছোৱালীজনীৰ ভাৰ তই লৈছ। নিশ্চিন্ত হৈ মৰিব পাৰো।" অৰ্থাৎ? এইবোৰ কি কথা?

মোৰ ওপৰত ব্ৰজেনদাৰ প্ৰত্যয় দেখি অভিভূত হৈ পৰিলোঁ। কেইদিনমানৰ পিচতে ব্ৰজেনদা ঢুকাল। আমাৰ ঘৰখনেই মিনতিৰ নিজা ঘৰ হৈ পৰিল। আগতেই তাই নিজৰ ঘৰৰ দৰে আছিল, এতিয়া অৱস্থায়ো বাধ্য কৰিলে।

মিনতিৰ বি. এ. পৰীক্ষাৰ কেইদিনমান আগতে হঠাতে এদিন সমীৰ আমাৰ ঘৰত ওলালহি। লীলাই থাকিবলৈ কলে। থাকিল। মিনতিয়ে সমীৰক নিসঙ্কোচে সোধপোছ কৰিলে। খাবৰ সময়ত তায়ে জোৰ কৰি ইটো-সিটো খাবলৈ দিলে। পিচদিনা সমীৰ বহুত ৰাতি ঘৰলৈ উভতিল। আহিয়েই যথেষ্ট গাম্ভীৰ্য্য সহকাৰে মোক কলে, কালিলৈ ৰাতিপুৱাই সি যাব। মিনতিকো লগতে লৈ যাব। সম্ভৱীয়া মদ খাই আহিছে। উৎকট গোন্ধ ওলাইছে। এতিয়া তাৰ লগত তৰ্ক কৰি লাভ নাই। কলোঁ, "বহুত ৰাতি হৈছে। এতিয়া খাইবই লোৱা। কালিলৈ ৰাতিপুৱা কথা হম।" সি মুখখন অসম্ভৱ ৰকমে বিকৃত কৰি কলে, "এওঁ দয়াৰ সাগৰ ওলাইছে। ধুনীয়া ছোৱালী হাতত পৰিলে সকলোৱে দয়াৰ সাগৰ হয়।" লগতে মিনতি সম্বন্ধে মোৰ আচল উদ্দেশ্য কি সেই বিষয়ে এটা অত্যন্ত অশ্লীল মন্তব্য কৰিলে। মোৰ উচিত আছিল তাৰ গালত প্ৰকাণ্ড এটা চৰ মাৰি দিয়াটোৱে। কিন্তু মোৰ বয়স বঢ়াৰ লগে লগে 'ব্লাড-প্ৰেচাৰ' অলপ বাঢ়ি আহিছিল। মই এটা অথিৰ-অবিৰ ভাব বোধ কৰিলোঁ। গোটেই কোঠাটো মোৰ চকুৰ আগত ঘূৰিবলৈ আৰম্ভ কৰিলে।

মই এশ্, কবি তেওঁকাখনত কোনোবকমে বহি আতঙ্কপূর্ণ বিহ্বল দৃষ্টিৰে সমীৰৰফালে চাই থাকিলোঁ। সমীৰ অহাতে লীলা আৰু মিনতিয়েও বাট চাই আছিল। সমীৰ অহা গম পাই লীলাই শোৱা-কোঠা আৰু মিনতিয়ে তাইৰ পঢ়া কোঠাবপৰা ইতিমধ্যে আহি ওলাইছে। মিনতি স্তব্ধ হৈ দুৱাৰমুখতে শিলৰ মূৰ্ত্তিৰ নিচিনাকৈ থিয় হৈ থাকিল। লীলাই লৰালৰিকৈ মোৰ কাষলৈ আহি মোৰ কান্ধত এখন হাত ৰাখি সমীৰৰ ফালে চাই অসম্ভৱ ৰকমৰ শান্ত স্বৰেৰে কলে, "সমীৰ, এওঁৰ গা ভাল নাই। তোমাৰ যি কবলগা আছে কালিলৈ পুৰা কৰা। পিছে মই মিনতিক তোমাৰ লগত এৰি নিদিওঁ। তুমি যি কৰিব পাৰা কৰিবা।" বোধহয় মোৰ অৱস্থা দেখি অথবা লীলাৰ শান্ত কিন্তু স্পষ্ট মাত শুনি সমীৰ অলপ অপ্ৰস্তুত হৈ পৰিছে। বাক সি এতিয়াই গুচি যাব। কিন্তু সিও সহজ মানুহ নহয়। ভালকৈ চাই লব। লীলাই কঠিন মাতেৰে কলে, "ভাল কথা। যোৱা তুমি এতিয়াই গুচি যোৱা। যি পাৰা কৰিবা।" সমীৰে তোৰ্ তোৰাই গোৰ মাৰি দুৱাৰখন খুলি গুচি গ'ল।

মই অলপ প্ৰকৃতিস্থ হৈ লীলাক কলোঁ, "এই ৰাতিখন ক'ত ওলাই গ'ল? ক'ত থাকিব?" লীলাই কলে, "এইবোৰ ল'ৰাৰ আৰু ৰাতি-বেৰাতি! য'ত গৈ মৰে মৰকগৈ। আপোনাৰ সেইবোৰ কথা ভবাৰ দৰ্কাৰ নাই।"

মিনতি দুৱাৰমুখতে থৰ লাগি বৈ আছিল। প্ৰায় সম্বিৎ নোহোৱা অৱস্থা। লীলাই তাইক হাতত ধৰি লৈ তাইৰ কোঠালিত থৈ আহিল।

সমীৰ আৰু ইফালমূৱা হোৱা নাই। কোনো খবৰো লোৱা নাই। সমীৰ গুচি গ'ল, কিন্তু লীলা, মিনতি আৰু মোৰ মাজত স্বচ্ছ আৰু কঠিন কইখনমান দেৱাল তুলি দি গ'ল। আমি পৰস্পৰে পৰস্পৰক দেখা পাই থাকিলোঁ, হাঁহিমাতি কথা পাতি থাকিলোঁ, কিন্তু কোনেও কাকো স্পৰ্শ কৰিব নোৱাৰা হলোঁ। দেৱালৰ গাত আঘাত লগাৰ ভয়তে আমাৰ মাজত আড়ষ্টতাৰ ভাব এটা দেখা দিলে।

মিনতিয়ে বি. এ. পাছ কৰিলে। পৰীক্ষাৰ ফল খুব ভাল নহ'ল। বেয়াও নহ'ল। ঠিক আছে, এম এ পঢ়িব। নাম লগাবৰ কাৰণে তাইৰ সময়মতে দৰ্খাস্ত দিবলৈ কলোঁ। একো নামাতিলে।

লীলাই মোক কলে, তাই হেনো এম· এ· ক্লাচত নাম নলগায়। আচৰিত হৈ সুধিলোঁ, "কিয়?"

"তাই কৈছে জয়ন্ত বিলাতলৈ যোৱাৰ আগতে বিয়া কৰাই তাইকো লৈ যাব।"

"কি বিয়া? কেতিয়া ঠিক হ'ল? কি কথা এইবোৰ? তাৰ মানে প্ৰেম! কেতিয়া পৰিলে? তাইক মই বৰ ভাল ছোৱালী বুলি ভাবি আছিলোঁ। তলে তলে এই কথা!"

লীলাই শান্তভাৱে কলে, "আপুনি ইমান উত্তেজিত হৈ উঠিছে কিয়? জয়ন্তই যে বিয়া কৰাব খুজিছে তাইৰ ভাগ্যৰ কথা। আপুনি চেষ্টা কৰিলেও জয়ন্তৰ দৰে ভাল দৰা এজন যোগাৰ কৰিব পাৰিব জানো?"

ঠিক, ঠিক, সঁচা কথা। ভাল কথা। কথাখিনি মোৰ বোধগম্য হ'ল। কলো, "ঠিকেই তো।"

মিনতিৰ বিয়া হ'ল। বেছি আড়ম্বৰ কৰা নহ'ল। মিনতিয়ে হাক দিলে। লীলায়ো তাইক সমৰ্থন কৰিলে। বিয়াখন ভালে ভালে হৈ গ'ল। জয়ন্ত ইঞ্জিনিয়াৰিঙৰ নামকৰা ছাত্ৰ। সৎচৰিত্ৰ, ভদ্ৰ। মিনতিৰ এটা গতি লাগিল। আনন্দৰ কথা।

আমাৰ সকলোৰে মনবোৰ বেয়া হ'ল। হাজাৰে হওঁক, ইমান দিনে তাই নিজৰ ঘৰৰ নিচিনাকৈ আছিল। দুখ বৰং বেছিকৈহে লাগিল। ভনী নহয়, কন্যা নহয়, পূজাত, বিহুত, উৎসৱে আনন্দে কিহৰ দাবী লৈ তাই সঘনে আকৌ আমাৰ ঘৰলৈ আহিব? কোন অবিচ্ছেদ্য সূত্ৰ অনুসৰণ কৰি তাই আনন্দৰ মূৰ্চ্ছনাত বা বেদনাৰ উদ্বেলতাত আমাৰ পদূলিমুখত থিয় হৈ স্নেহসম্ভাষণ বিলাই দিয়াৰ প্ৰেৰণা আৰু সঙ্কেত পাব?

মোৰ বয়সৰ লগে লগে ব্লাড প্ৰেচাৰ অলপ বাঢ়িছে। ছাটিবোঁ

অলপ অসুখ দেখা দিছে। ঘৰত থকা সময়খিনি হৈ-চৈ নকৰাকৈ প্ৰায়ে কিতাপ এখন লৈ চুপ-চাপ পঢ়ি থাকোঁ।

মিনতিয়ে বিলাতলৈ যোৱাৰ আগতে আমাৰ তালৈ আহি মোক ভৰিত ধৰি সেৱা কৰি হুকুহুকাই কান্দিলে। আশীৰ্বাদ কৰি কলোঁ, "পাগল নেকি! কান্দিবলগা কি হৈছে?"

তাইৰতো কন্দাৰ কথা নহয়। অনিশ্চিত পথ পৰিক্ৰমাৰ অন্তত তাই নিশ্চিন্ত আশ্ৰয় পাইছে। দুৰ্যোগৰ দিনত ভাহি যোৱা নাছিল। ভুৰ এখনত থাকিবলৈ পাইছিল। ঠিকেই। কিন্তু এতিয়া তাই কুল পাইছেহি। আনন্দৰ কথা। বেদনাৰ উৎস তাইৰ বুকুৰ মাজত থকাৰ কথা নহয়। এইয়া কি তেনহলে আমাৰ হৃদয়ৰে বেদনাৰ প্ৰতিধ্বনি?

এক, দুই, তিনি কোনে গণি যায়? দিন পাৰ হৈ গৈ আছে। ল'ৰা দুটা ডাঙৰ হৈ আহিছে। লীলাই ল'ৰা দুটা আৰু মোক লৈ বিভোৰ হৈ আছে। মোৰ চুলি প্ৰায় গোটেইখিনি পকি গৈছে। ব্লাড প্ৰেচাৰ বাঢ়িছে।

লীলাই কেইদিনমানৰপৰা চকুৰ কিবা অসুখ হৈছে বুলি কৈ আছিল। ডাক্তৰে তেনে একো নাই বুলি কলে। মই ধেমালি কৰি লীলাক কলোঁ, "আচলতে তুমি মোক দেখিব নোৱাৰা হৈছা। এইটো তোমাৰ অৱচেতন মনৰ মানসিক প্ৰতিক্ৰিয়া।"

মই সাধাৰণতে লীলাৰ লগত ধেমালি কৰি কথা নাপাতোঁ। কথাষাৰ কৈ মোৰ নিজৰ কিবা অস্বস্তি লগা যেন পালোঁ। লীলাই স্থিৰ দৃষ্টিৰে মোৰ ফালে চাই কলে, "কোনে কাক দেখিব নোৱাৰে, মই জানো। আপুনি কব নালাগে।"

মই অপ্ৰস্তুত হৈ সুধিলোঁ, "কি কৈছা?"

লীলাক কেতিয়াও উত্তেজিত হৈ উঠা দেখা নাছিলোঁ। আজি তেওঁ অসম্ভৱ ৰকমে অস্থিৰ হৈ উঠিল।

"ঠিকেই কৈছোঁ। আপুনি যে মোক ভাল নাপায় মই ভালকৈয়ে জানো।"

মই বিপন্নভাৱে পুনৰায় সুধিলোঁ, "কি কৈছা ?" লীলাই কলে, "আপুনি যে মোক মৰম নকৰে তেনে নহয়, কিন্তু ভাল নাপায়। আপুনি এজনকহে ভাল পায়। এজনৰ স্মৃতিৰ সুৰভি আপোনাৰ গোটেই হৃদয়তে বিয়পি আছে। আপোনাৰ সমস্ত অনুভূতি মিনতিয়ে আচ্ছন্ন কৰি ৰাখিছে।"

লীলাই মুখখন ঘূৰাই জোৰ কৰি ওঁঠ কামুৰি ঠেলি উঠা কান্দোনৰ বেগ দমন কৰাৰ চেষ্টা কৰিলে। নোৱাৰিলে। হুকহুকাই কান্দি দিলে। মই স্তব্ধ হৈ ৰলোঁ। কি নিদাৰুণ অভিযোগ। কি অসম্ভৱ কথা!

ব্ৰজেনদাই পৰম নির্ভৰতাৰে মোৰ ওপৰত মিনতিৰ ভাৰ এৰি থৈ নিশ্চিন্তভাৱে সিপাৰলৈ যাত্ৰা কৰিলে। সমীৰে বিকৃত ঈর্ষাৰ জলনত জলি মোক কদর্য্যভাৱে অপমান কৰিলে। তেওঁলোকেও কি একে ধৰণৰ কথাকে ভাবি লৈছিল ? আৰু লীলায়ো আজি এই কথা লৈ অভিযোগ কৰিলে। আশ্চর্য্য! এই তিনিজনেই মিনতিৰ ওচৰ সম্বন্ধীয় আত্মীয়। দুইজন আত্মীয়তাৰ দাবীত আৰু লীলা চেনেহৰ দাবীত। তথাপিও আচৰিত! নহয়, ছিঃ। মইতো জনাত মিনতিক কেতিয়াও কোনো বেয়া চকুৰে চোৱা নাছিলোঁ, নে মই নিজৰ মনৰ অৱস্থাক চিনি লবলৈ অস্বীকাৰ কৰি আহিছোঁ ? নহয়। কি এইবোৰ অৱাস্তৱ কথা। চিন্তিতভাৱে মই তলমূৰ কৰি বাহিৰলৈ ওলাই গলোঁ।*

* ( এইটো লিখকৰ প্ৰথম প্ৰকাশিত গল্প। ১৯৬৪ )

———